# এন্ ফ্ৰাঙ্কৰ ডায়েৰী

অনুবাদ ঃ

বাসন্তী লস্কৰ

গীতা উপাধ্যায়



লয়াৰ্ছ বুক ষ্টল

পানবজাৰ ঃ গুৱাহাটী

প্ৰকাশক ঃ
খগেন্দ্ৰনাৰায়ন দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ ঃ গুৱাহাটী

॥ প্ৰথম লয়াৰ্ছ সংস্কৰণ ঃ ১৯৯০ ॥

মূল্য ঃ ৬০ ০০ টকা মাত্ৰ

মুদ্ৰক ঃ
বিচিত্ৰনাৰায়ন প্ৰিন্টিং প্ৰেছ্
অমবাৰী, গুৱাহাটী-৭৮১ ০০১



উৎসর্গ

এমৰ পিতৃ

অটো ফ্ৰাঙ্কৰ নামত

পৰম শ্ৰদ্ধাৰে

*I want to thank Miss Upadhyay for having translated and published my daughter's "Diary" thus spreading her message of peace and understanding.*

AUTO FRANK

# ভূমিকা

## ( ষ্টৰ্ম জেইমুচন )

তেৰ বছৰীয়া এন্ ফ্ৰাংকে তাইৰ জন্মদিনত এটা অতি সুন্দৰ উপহাৰ পালে, সেইটো হ'ল ডাঠ মলাটৰে মেৰোৱা এখন ডায়েৰী, য'ত এনে তাইৰ জীৱনৰ সকলোবোৰ কথা লিপিবদ্ধ কৰি গৈছে। আগতে লিখাৰ অভ্যাস নাথাকিলেও নিৰ্জীৱ ডায়েৰীখনকে এজন দৰদী বন্ধু হিচাপে আকোৱালি লৈ গতানুগতিক জীৱনৰ সৰু-বৰ সকলোখিনি কথা বৰ্ণনা কৰিছে। নিজৰ কথা, বন্ধুবৰ্গৰ কথা, স্কুলৰ পৰীক্ষাৰ কথা, অংকৰ বুঢ়া মাষ্টৰৰ কথা, ষোল্ল বছৰীয়া মৰম লগা হেৰীৰ লগত হোৱা প্ৰথম প্ৰেমালাপ—এই সকলোবিলাক বৰ্ণনা ইমান মধুৰ আৰু স্বতঃস্ফুৰ্ত যে এটা সৰু মুকলিমূৰীয়া চৰাইৰ সুললিত সঙ্গীত যেন লাগে।

এন্ ফ্ৰাংকৰ দেউতাক ইহুদী হোৱা বাবে ১৯৩৩ চনত জাৰ্মানীৰপৰা হলেণ্ডলৈ প্ৰব্ৰজন কৰিব লগা হয়। ফ্ৰাংক পৰিয়ালে হিটলাৰৰ ইহুদী-বিৰোধী আইনৰ পূৰ্ণ প্ৰভাৱত পৰি যথেষ্ট কষ্ট ভোগ কৰিব লগা হৈছিল। নিজৰ পোছাকৰ ওপৰত হালধীয়া প্ৰতীক-চিহ্ন লগাব লাগে, ট্ৰাম গাড়ী বা মটৰ গাড়ীত উঠা বা চলোৱাটো নিষেধ, চিনেমা থিয়েটাৰ আদি আমোদ-প্ৰমোদৰ ঠাইলৈ যাব নোৱাৰে, ৰাতি আঠ বজাৰ পাছত আনকি নিজৰ বাগানতো বহিব নোৱাৰে—ইত্যাদি এশ এবুৰি আইন প্ৰচলন হ'ল। ইমানবিলাক বাধা সত্ত্বেও এন্ ফ্ৰাংকে অসীম ধৈৰ্য্য আৰু সাহসেৰে নিজৰ মনোবল অটুট ৰাখিছিল। এনৰ জন্মদিনৰ পৰা প্ৰায় এমাহ নৌ পাৰ হওঁতেই সেই দুৰ্য্যোগৰ দিনবোৰ আৰম্ভ হ'ল। হিটলাৰৰ ইহুদী-বিৰোধী অভিযান পূৰ্ণদমে চলিব ধৰিলে। এনে সময়ত যদি ফ্ৰাংক পৰিয়াল ক'ৰবাত লুকাই নাথাকে, তেতিয়াহ'লে জাৰ্মান গুপ্ত পুলিচৰ হাতত ধৰা পৰিব লাগিব। লুকাবলৈ যোৱাৰ আগতে এনে তাইৰ ডায়েৰীখন, চুলি ভাজ কৰা কিলিপ, ৰুমাল, কিতাপ আদি স্মৃতিজড়িত বস্তুবিলাক টোপোলা বান্ধি ল'লে।

এনৰ দেউতাকে দুজন ডাচ্ বন্ধুৰ সহায়ত কেইবামাহো ধৰি চেষ্টা চলাই লুকাবৰ বাবে এটুকুৰা ঠাই বিচাৰি পালে। লুকাবলৈ যোৱা ঠাইডোখৰ হ'ল দেউতাকৰ অফিচ ঘৰৰ ভিতৰতেই। বাহিৰৰপৰা ঘৰটোৰ অৱস্থিতি বুজিবলৈ টান। ইয়াতে এন্, যোল্ল বছৰীয়া বায়েক মাৰ্গট, মাক-দেউতাকৰ লগত আশ্ৰয় লৈছেহি। কেইদিনমানৰ ভিতৰতে ভানডান দম্পতি তেওঁলোকৰ লগত লুকাবলৈ আহিল। ভানডান দম্পতিৰ লগত আহিল তেওঁলোকৰ একমাত্ৰ পুতেক, প্ৰায় যোল্ল বছৰীয়া পিটাৰ। তাৰ পাছতেই আহিল ডাছেল নামৰ এজন দাঁতৰ ডাক্তৰ। সৰ্বমুঠ আঠজন মানুহ আহি এই গুপ্তগৃহত আশ্ৰয় ল'লেহি। গুপ্তগৃহত থকা অৱস্থাত কোনোবা বাহিৰা মানুহে তেওঁলোকৰ উপস্থিতি গম পাই বুলি প্ৰতি মুহূৰ্ত্ততে সকলো সজাগ থাকিব লগা হ'ল। এনৰ নিচিনা চটফটীয়া ছোৱালী এজনীৰ বাবে এই অস্বাভাৱিক পৰিস্থিতি বৰ কষ্টদায়ক আছিল। লগে লগে দুই পৰিয়ালৰ মাজত গঢ়ি উঠা অপ্ৰীতিকৰ সম্পৰ্ক, গুপ্তগৃহৰ গোমোঠা পৰিবেশ আদিয়ে এনৰ কোমল শিশুসুলভ মনটোক ওলট-পালট কৰি দিছিল।

গুপ্তগৃহৰ ভিতৰত অকলশৰীয়া আমনিলগা সময়খিনি এনে মৰমীয়াল ডাচ্ বন্ধুকেইজনে আনি দিয়া নানান ধৰণৰ কিতাপ পঢ়ি কটাই দিছিল। এজন প্ৰকৃত বন্ধুক নিজৰ অন্তৰৰ কথাখিনি কৈ যোৱাৰ দৰেই লগত ৰখা ডায়েৰীখনতে এনে নিজৰ সকলো কথা লিপিবদ্ধ কৰিছিল। ছোৱালীজনী খুব আশাবাদী আছিল; যেতিয়া এখন কিতাপ পঢ়ি আমোদ পাইছিল বা দৰ্কাৰী বুলি ভাবিছিল, তেতিয়া সেই কিতাপ ভৱিষ্যতে নিজৰ ল'ৰা-ছোৱালীকো পঢ়াব বুলি ভাবিছিল, পুৱা-গধূলি প্ৰাৰ্থনাত সদায় নিজৰ স্বাস্থ্য আৰু নিৰাপত্তাৰ কথা ভাবিছিল; ভগৱানৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছিল। যদিও মাজে মাজে এনে ভীষণ অকলশৰীয়া অনুভৱ কৰিছিল, কিন্তু ভৱিষ্যতটো প্ৰেমময় আৰু শান্তিপূৰ্ণ হ'ব বুলি আশা ৰাখিছিল। এনে ভাবিছিল যে শৰৎকালৰ আগমনৰ লগে লগে এই ভয়লগা বন্দীশালৰপৰা মুক্তি পাব, স্বাভাৱিক জীৱন যাপন কৰিব আৰু এদিন স্কুললৈও যাব পাৰিব।

সচাকৈয়ে সেই সাংঘাতিক ভয়াবহ দিনটো ওচৰ চাপি আহিল; ১৯৪৪ চনৰ ৪ আগষ্টত অৰ্থাৎ শৰৎকাল আৰম্ভ হোৱাৰ আগতেই ফ্ৰাঙ্ক পৰিয়াল জাৰ্মান গুপ্ত পুলিচৰ হাতত ধৰা পৰি জাৰ্মান বন্দী-শিবিৰলৈ যাব লগা হ'ল। তাৰ কেইদিনমানৰ পাছত পুৰণা দ'ম হৈ পৰি থকা কাগজপত্ৰৰ মাজৰপৰা এনৰ ডায়েৰীখন আৱিষ্কাৰ কৰি ডাচ্ বন্ধুকেইজনৰ হাতত দিয়া হয়।

পুলিচৰ হাতত ধৰা পৰাৰ ঠিক চাৰি মাহ আগতে এনে্ লিখিছিল "মৃত্যুৰ পাছতো মই জীয়াই থাকিব বিচাৰোঁ।" কোনো কাহানিও এনে্ ভবা নাছিল যে তাইৰ মৰমৰ ডায়েৰীখনে মানুহৰ মনত তাইক চিৰদিন জীয়াই ৰাখিব। লিখিকা হোৱাৰ হেপাহ থাকিলেও এনে মৃত্যুৰ আগলৈকে একো এটা লিখিবলৈ সুবিধা নাপালে। কিন্তু সৌভাগ্যক্ৰমে পুলিচৰ নিষ্ঠুৰ কবলৰপৰা ৰক্ষা পৰা ডায়েৰীখনৰ মাজত আমি প্ৰাণভৰা হাঁহি মুখৰ এনৰ প্ৰতিচ্ছবি ভালকৈ দেখা পাওঁ। যিজনী চটফটীয়া ছোৱালীক অনবৰত হুলস্থুল কৰা বাবে বুঢ়া মাষ্টৰে 'চেটাৰবক্স'ৰ ওপৰত ৰচনা লিখিবলৈ দি শাস্তি দিছিল, সেই ছোৱালীজনী গুপ্তগৃহৰ চাৰিবেৰৰ ভিতৰত গান গোৱা, ডেউকা ভাগি চটফটাই থকা এটা সৰু চৰাইৰ নিচিনা অবস্থা হৈছিল। কিন্তু সময় পাৰ হৈ যোৱাৰ লগে লগে এই স্ফূৰ্তিবাজ সৰু ছোৱালীজনী যথেষ্ট অভিজ্ঞতাপূৰ্ণ, গহীন গম্ভীৰ হৈ পৰিছিল। এটিচৰ ওপৰৰ এখন খিৰিকীৰে তাই বাহিৰৰ নীলা আকাশ, গছ-লতা, জাক জাক উৰণীয়া চৰাই—এইবিলাকলৈ তধা লাগি চাই থাকিছিল, এই প্ৰাকৃতিক দৃশ্য-বিলাক প্ৰাণভৰি উপভোগ কৰিছিল, এইবিলাকৰ মাজতেই তাই মুক্তিৰ আহ্বান, ভগৱানৰ অস্তিত্ব বিচাৰি পাইছিল; তাই ভাবিব পাৰিছিল যে ভবিষ্যতটো তাইৰ বাবে বৰ সুন্দৰ আৰু আনন্দদায়ক। মনৰ মাজত ভয় আৰু সংকোচ থাকিলেও সুদূৰপ্ৰসাৰী কল্পনাই (যিটো এনে নিজেই অযুক্তিকৰ কল্পনা বুলি আখ্যা দিছিল) তাইক সদায় আশাৰ পথ দেখুৱাই দিছিল। তাই পিটাৰক কৈছিল, "মই তোমাক সহায় কৰিব বিচাৰোঁ।" পিটাৰে কৈছিল, "তোমাৰ অন্তৰৰ বিমল আনন্দই সদায় তোমাকেই কৰে।"

এই অনুভূতিসম্পন্ন বুধিয়ক ছোৱালীজনীৰ অনুসন্ধিৎসু মনটো গুপ্তগৃহৰ চাৰিবেৰৰ ভিতৰতে যথেষ্ট পুৰঠ হৈ পৰে। দয়া-মমতা, উপদেশৰ পৰিবৰ্তে চাৰিজন পূৰ্ণবয়স্ক মানুহৰপৰা অনবৰতে গালিগালাজ, কটূক্তি শুনিও এই মৰম আকলুৱা ছোৱালীজনীয়ে কেতিয়াও ধৈৰ্য্য হেৰুওৱা নাছিল। এন্ সহজে পৰাজয় স্বীকাৰ কৰা বিধৰ ছোৱালী নাছিল; খুব জেদী চঞ্চল হ'লেও ছোৱালীজনীৰ মাজতো ভাল হোৱাৰ ইচ্ছা, সকলোৰে মৰমৰ পাত্ৰ হোৱাৰ আশা আছিল।

অতি স্পষ্টকৈ, একো ঢাকঢুক নোহোৱাকৈ নিখুঁতভাৱে এনে নিজৰ আৰু লগৰীয়াসকলৰ স্বভাব-চৰিত্ৰ বিশ্লেষণ কৰি গৈছে। এই অস্বাভাৱিক দুৰ্বহ পৰিস্থিতিৰ মাজত এনৰ সজাগ মনটো মাজে মাজে অশান্ত হৈ পৰিছিল। লগে লগে এনে এইটোও উপলব্ধি কৰিছিল যে অলপ কিছু ভণ্ডামিয়ে তাইৰ জীৱনটো পাতল আৰু সহজ কৰিব পাৰিব। কিন্তু এনৰ শিশুসুলভ সৰলতাখিনিয়ে এই ধৰণৰ জীৱন-পদ্ধতি বাচি লব নোৱাৰিছিল; বৰঞ্চ অসীম ধৈৰ্য্য আৰু সাহসেৰে কঠোৰ বাস্তৱৰ সন্মুখীন হৈছিল। অতি সোনকালেই ছোৱালীজনীয়ে জীৱনত এটা ডাঙৰ শিক্ষা লাভ কৰিলে—সেয়ে হ'ল জীৱনৰ প্ৰতি উদাসীন দৃষ্টিভঙ্গী। যেতিয়া মৃত্যুৰ কথা ভাবি এন্ সচকিত হৈ পৰিছিল, তেতিয়া তাই ভালদৰে বুজিছিল যে জীৱনত মানুহৰ সাহসৰ প্ৰয়োজন। ছোৱালীজনীৰ অন্তৰত ধৰ্মবিশ্বাস আছিল, প্ৰেম আছিল। পোন্ধৰ বছৰ নৌ হওঁতেই এনে সগৌৰৱে লিখিব পাৰিছিল, "মই ভাবোঁ মই এগৰাকী মহিলা, যাৰ অন্তৰত নৈতিক শক্তি আৰু সাহস আছে।"

বাল্যকালতে লগপোৱা ভাল লগা কোনোবা এজন পিটাৰক অনুভূতিসম্পন্ন এনে যৌৱনকালত সপোনত লগ পাইছিল; সেই সপোনত লগ পোৱা পিটাৰৰ সাদৃশ্য এনে দিঠকত পিটাৰ ভান্‌ডানৰ মাজত বিচাৰি পাইছিল। এই পিটাৰৰ লগত গঢ়ি উঠা মধুৰ প্ৰেমৰ মাজতো এনৰ আবেগ অনুভূতিবিলাক বৰ সৰল, কোমল আৰু সূক্ষ্ম আছিল; এইয়ে হ'ল এনৰ চৰিত্ৰৰ বিশেষত্ব। পোনপ্ৰথমে পিটাৰক তাই বৰ আমনিলগা এটা বুৰ্বক বুলি ভাবিছিল, কিন্তু অলপ দিনৰ পাছতেই, ঠিক সপোনটো দেখাৰ সময়তেই ভয় আৰু সংকোচেৰে

দুয়োজন দুয়োজনৰ ওচৰ চাপি আহিল। এনে ভাবিছিল পিটাৰো যেন তাইৰ দৰে পৃথিবীত বৰ নিঃসঙ্গ। লাহে লাহে তাই পিটাৰৰ লগত অন্তৰৰ কথা পাতিবলৈ ললে। পিটাৰে তাইক প্ৰশংসা কৰিলে আনন্দত অধীৰ হৈ পৰিছিল; লগে লগেই ডায়েৰীৰ পাতত লিপিবদ্ধ কৰিছিল। সৰু ল'ৰা-ছোৱালী যেনেকৈ খেলাধূলাৰ মাজেৰে ইজনে সিজনৰ ওচৰ চাপি আহে, তেনেকৈ এন্ আৰু পিটাৰো গুপ্তগৃহৰ জীৱনৰ সুখ-দুখ, হাঁহি-তামচাৰ মাজেৰে ওচৰ চাপি আহিছিল। প্ৰেমৰ ক্ষেত্ৰতো এন্ আছিল স্পষ্টবাদী। পিটাৰৰ চৰিত্ৰৰ দুৰ্বলতা আৰু অভাৱখিনি বিবেচনা নকৰিলেও বা সেই সম্পৰ্কে একো মুখ খুলি নকলেও এনৰ চকুত এইবিলাক কোনো পধ্যেই সাৰি যাব নোৱাৰিছিল।

এনৰ ডায়েৰীখন পঢ়িলে বুজা যায় যে ছোৱালীজনী খুব সাধু কিন্তু উচ্চাকাঙ্ক্ষী আছিল। জন্মগতভাৱেই এন্ লিখিকা আছিল; ডায়েৰীখনত এনে অতি স্পষ্টকৈ আৰু পোনপটীয়াভাৱে গুপ্তগৃহৰ হুবহু বৰ্ণনা দিছে। গুপ্তগৃহৰ অশান্ত পৰিবেশ, ভয়াবহ ৰাতিৰ অস্থিৰতা, গুপ্তগৃহৰ আঠজন বাসিন্দাৰ মাজত হোৱা দ্বন্দ্ব-খৰিয়াল, গালিগালাজ, সুখ-দুখ; তেওঁলোকৰ কথা-বতৰা, অঙ্গি-ভঙ্গীৰ মাজত এনে ধৰা পেলোৱা প্ৰত্যেকৰে বেলেগ বেলেগ দৃষ্টিভঙ্গী—এনে লিখা এই মনোৰম বৰ্ণনাবিলাকৰ মাজত আমি ভৱিষ্যৎ ঔপন্যাসিকাৰ পূৰ্বাভাস পাওঁ। এনৰ লগত একে কোঠাতে থকা দাঁতৰ ডাক্তৰজনৰ অদ্ভুত কাৰ্য্যকলাপ, এনৰ মৰমীয়াল, স্পৰ্শকাতৰ, বুধিয়ক দেউতাক, সাধু সৰল বায়েক মাৰ্গট, অনবৰতে ঠাট্টা-মস্কৰা কৰা অস্থিৰ মাক, খঙাল উত্তেজিত ভানডান দম্পতি—এই সকলোবিলাক মানুহকে প্ৰথমে সৰু ছোৱালীৰ দৰে আমনি পাইছিল, কাকো ক্ষমা কৰিব নোৱাৰিছিল, কিন্তু পাছ মুহূৰ্ততেই অভিজ্ঞ ডাঙৰ মানুহৰ দৰে ধৈৰ্য্য আৰু মৰমেৰে বিবেচনা কৰিছিল। নিজৰ মনৰ ভাল-বেয়া, সুখ-দুখ সকলোখিনিৰ ভাব প্ৰকাশ কৰিবলৈ বা লিখিবলৈ লিখিকা এনে উপযুক্ত শব্দ আৰু উপযুক্ত ভাষা বিচাৰি পাইছিল।

এনৰ স্বভাৱত আত্ম-সচেতন বা আত্ম-প্ৰদৰ্শনৰ ভাব মুঠেই নাছিল। আনকি নিজৰ স্বভাৱৰ ক্ষেত্ৰতো ছোৱালীজনী স্পষ্টবাদী আৰু সূক্ষ্ম নিৰীক্ষক আছিল; এনে নিজক খুব ভালদৰে বুজি পাইছিল, ভালদৰে

বিবেচনা কৰিব জানিছিল ; কোনো ভণ্ডামি বা প্ৰৱঞ্চনা চিনি নাপাইছিল। এন্ যদিও চালাক আছিল, তথাপি ডাক্তৰবিলাকে গালিগালাজ কৰোঁতে কোনো প্ৰত্যুত্তৰ নিদি অভিমানী এন্ নিজৰ ভিতৰতে ব্যস্ত হৈ পৰিছিল ; এইয়ে আত্মৰক্ষাৰ ভাল উপায় বুলি এনে ভাবিছিল। লোকৰ ক্ষেত্ৰত এই ধৰণৰ পৰিস্থিতি হ'লে কেনে হব পাবে এই উদাস দৃষ্টিভঙ্গী আৰু স্থিৰভাবে নিজৰ স্বভাৱ-চৰিত্ৰ বিশ্লেষণ কৰি চাই এনে ভাবি পাইছিল যে তাইৰ স্বভাবটো কিছু শুধৰোৱা দৰকাৰ ; কাৰণ সকলোৰে কাৰণে তাইয়ে দোষী। তথাপি মাজে সময়ে মাক-দেউতাক কোনেও বুজি নাপায় বুলি তাই আক্ষেপ কৰিছিল। দুবছৰতকৈও কম সময়ৰ ভিতৰত এই ছোৱালীজনীয়ে জীৱনত বহুত অভিজ্ঞতা লাভ কৰিছিল ; জীয়াই থকা হ'লে জীৱনত বহুত কৃতকাৰ্য্যতা লাভ কৰিলেহেঁতেন। কিন্তু দুৰ্ভাগ্যবশতঃ হলেণ্ড মুক্ত হোৱাৰ দুমাহ আগতে, এনৰ যোল বছৰ পূৰ হোৱাৰ তিনি মাহ আগতে ১৯৪৫ চনৰ মাৰ্চ মাহত জাৰ্মান বন্দীশিবিৰত এনৰ মৃত্যু হয়।

বৈজ্ঞানিক আৰু আবিষ্কাৰকসকলে নতুন নতুন আবিষ্কাৰ কৰি একালে মানৱ সভ্যতাৰ চৰম উন্নতি সাধিলেও, আনহাতেদি বন্দীশিবিৰৰ নিচিনা কচাইখানাৰ কাৰ্য্যকলাপে মানৱৰ বৰ্বৰতাৰ পৰিচয় দিয়ে। যুৱতীয়ে দাঙি ধৰা এই মানৱ জাতিৰ নিৰ্মম অত্যাচাৰৰ কথা আনকি জাৰ্মান জাতিয়ে নিজেও পাহৰি গ'ল। এন্ ফ্ৰাঙ্কে কিন্তু এই কথা ভালদৰে বুজি পাইছিল যে এদিন সকলো কথা পাহৰণিৰ অতল গৰ্ভত ডুব যাব।

মানৱ জাতিয়ে কেনেকৈ তেনে নিৰ্মম অত্যাচাৰ কৰিছিল এতিয়া সেইটো প্ৰশ্ন নহয়, প্ৰশ্ন হ'ল—কি কাৰণবশতঃ তেনে কৰিবলৈ অনুপ্ৰেৰণা পাইছিল? কি কাৰণত মানুহে আজিও ৰাছিয়া আৰু ইউৰোপৰ কিছু অংশত থকা বন্দীশিবিৰবিলাক ন্যায়সঙ্গত বুলি ভাবে? মুঠৰ ওপৰত, কি কাৰণত মানুহে কোনো ইহুদী বা ৰাজনীতিৰ ক্ষেত্ৰত থকা কোনো শত্ৰুক বিষাক্ত অনিষ্টকাৰী পোক-পৰুৱা বুলি বিবেচনা কৰি ধ্বংস কৰিব খোজে?

এক বিশ্বাস বা মতামতেই এই সকলো কাৰ্য্যকলাপৰ গুৰি। এই বিশ্বাসকেই খামুচি ধৰি মানুহে লোকৰ দুখ-কষ্ট নিৰ্য্যাতনো আওকাণ কৰি নিজৰ স্বাৰ্থ পূৰণ কৰিব পাৰে। এই বিশ্বাস হ'ল যুৱতী সম্পৰ্কীয়

আৱশ্যকতা। ইতিহাসৰ উদ্দেশ্য পূৰণ কৰিবলৈকে মানুহ জীয়াই আছে —এই উদ্দেশ্য শিক্ষিত ভদ্ৰ সমাজেহে বুজি পায়। ভৱিষ্যতৰ উদ্দেশ্য সাধন কৰিবলৈ এক দুই পুৰুষ বলি দিবলৈও তেওঁলোকৰ স্বত্ব আছে। কঠিন সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰ সন্মুখীন হৈ কোনো শাসন-ব্যৱস্থাই স্থিৰতা লাভ কৰিব নোৱাৰে। তাৰোপৰি হিট্‌লাৰৰ ইহুদী-বিৰোধী মনোভাৱে জাৰ্মান বন্দীশিবিৰবিলাকক দেশৰ অৰ্থনৈতিৰ অংশবিশেষ বুলি গণ্য কৰিছিল। বুৰঞ্জীসন্মত আৱশ্যকতা সম্পৰ্কে যদিও জাৰ্মান ভদ্ৰ সমাজৰ এটা ভুল ধাৰণা আছিল, তথাপিও কোটি কোটি মানুহৰ ওপৰত কৰা নিৰ্মম অত্যাচাৰৰ সপক্ষে এইটো এটা সাৰ্থক যুক্তি বুলি ভাবিছিল।

এইটো জানো সঁচা যে নিষ্ঠুৰ অত্যাচাৰ, মৃত্যুৰ বিভীষিকাৰ পাছত শান্তি প্ৰতিষ্ঠা বা নতুন উৎসাহ উদ্যমৰ সূচনা হয়? ভৱিষ্যতৰ কথা জানো আগতীয়াকৈ জানিব পাৰি? শাসকসকল যদি দয়ামমতাহীন নিষ্ঠুৰ হয়, ধূৰ্ত হয়, তেতিয়া জানো বুৰঞ্জীসন্মত আৱশ্যকতা অনুযায়ী মানৱ-জাতিক ভাঁজ দিব পাৰি? যদি এইটোৱে সত্য হয়, তেতিয়াহলে মানুহৰ ব্যক্তিগতভাৱে অস্তিত্ব একেবাৰেই নাথাকিব; মানুহ মাত্ৰ গতিশীল বুৰঞ্জীত সজীৱ বা নিৰ্জীৱ এপাত অস্ত্ৰ। এই কথা কিমান আশ্চৰ্য্যজনক আৰু ভয়লগা! মানুহৰ এই বিশ্বাস বা মতামতৰ অলপ সালসলনি হ'ব লাগিব। ভদ্ৰ সমাজে কব পাৰিব লাগিব যে যিকোনো অৱস্থাতে মানুহৰ প্ৰথমে ব্যক্তিস্বাধীনতা থাকিব লাগিব; নিজৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব পাৰিব। যদি মানবাত্মাৰ আশা-আকাঙ্ক্ষা উচ্চ আৰু সীমাহীন হয়, তেতিয়াহলে ভৱিষ্যতে বুৰঞ্জীৰ গতি সলনি নহব।

মানুহৰ চিন্তাশক্তিয়ে যিকোনো কথাকেই বা কামকেই যুক্তিসঙ্গত বুলি ভাবিব পাৰে। কেনেকৈ জাৰ্মানবিলাকে এন্ ফ্ৰাঙ্কৰ নিচিনা মৰমলগা, সুন্দৰ, বুধিয়ক এটি বালিকাকো বলি দিবলৈ সক্ষম হৈছিল? এই কাৰণেই ইমান নিষ্ঠুৰ কাম কৰিব পাৰিছিল যে জাৰ্মানবিলাকে বিশ্বাস কৰিছিল যে ভৱিষ্যতে তেওঁলোকৰ সপোন দিঠকত পৰিণত কৰিবলৈ, বুৰঞ্জীসন্মত সেই মহান উদ্দেশ্য সাধন কৰিবলৈ ইহুদীবিলাকক বধ কৰাৰ স্বত্ব তেওঁলোকৰ আছে। কিন্তু এইটোও সত্য যে সদোশেষত

আমাৰ জ্ঞান-বিজ্ঞান, কলা-বুদ্ধি, সভ্যতাৰ যি গৌৰৱ আছে, সেই সকলোখিনিৰ বিবেচনা হ'ব, কি কাৰণত আমি প্ৰকৃতিৰ ইমান এটা সৰল সুন্দৰ শিশুক হত্যা কৰিব পাৰিলোঁ—এই কথাৰ পৰিপ্ৰেক্ষিতত। বেলচনৰ শিবিৰত ভোক আৰু নিৰ্য্যাতনত এন্ ফ্ৰাঙ্কৰ মৃত্যুৰ লগে লগে এটা সুন্দৰ জীৱনৰ অৱসান ঘটে। দুবছৰ ধৰি এই সৰু বুদ্ধিমতী ছোৱালীজনীয়ে চকুপানি টুকি টুকিও ধৈৰ্য্য আৰু সাহসেৰে নিজৰ মনৰ কথাখিনি ডায়েৰীত লিপিবদ্ধ কৰি থৈ গৈছে। ইমান দুখ-কষ্টৰ মাজতো এনে হাঁহিব জানিছিল, বিশ্বাস কৰিব পাৰিছিল। আমি এই কথা স্বীকাৰ কৰিব লাগিব যে মানৱতাবিহীন ঈশ্বৰবিহীন বেলচনৰ শিবিৰৰ নিৰ্মম অত্যাচাৰৰ মাজতো সেই হাঁহিৰ ঢৌ মাৰ যোৱা নাছিল; এনৰ মৃত্যুৰ লগে লগেও সেই সৰল স্বৰ্গীয় অনুভূতিসম্পন্ন হাঁহিৰ অৱসান নঘটিল।

# আমাৰ কথা

চৈধ্য বছৰীয়া ইহুদী কিশোৰী এন্ ফ্ৰাংকে লিখা দিনপঞ্জীখনেই হৈছে এন্ ফ্ৰাঙ্কৰ ডায়েৰী। কিশোৰ-কিশোৰীয়ে ডায়েৰী লিখাটো একো আচৰিত কথা নহয়। আকৌ এই বয়সৰ ল'ৰা-ছোৱালীৰ ডায়েৰীত বিশেষ বিষয়বস্তু থকাৰ কথাও নহয়। কিন্তু এনৰ ডায়েৰী এই ক্ষেত্ৰত এটা ব্যতিক্ৰম, ই কেৱল দিনপঞ্জীয়েই নহয়, দ্বিতীয় মহাযুদ্ধত মানৱতাৰ ওপৰত চলা ঘৃণিত অত্যাচাৰৰ মৰ্মস্পৰ্শী বিৱৰণ; কৈশোৰ আৰু যৌৱনৰ সন্ধিক্ষণত হঠাতে ভয়াবহ বাস্তৱত খুন্দা খাই আচৰিত ধৰণে পুষ্ট হোৱা এটা কোমল চিন্তাশীল মনৰ অতি সূক্ষ্ম বিশ্লেষণ। এসময়ৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি ৰুজভেল্টৰ পত্নী এলিনৰ ৰুজভেল্টে ডায়েৰীখনৰ আমেৰিকান এডিচনৰ পাতনিত লিখিছে—"It is one of the wisest and most moving commentaries on war and its impact on human being I ever read."

দ্বিতীয় মহাযুদ্ধৰ সময়ত জাৰ্মানীয়ে হলেণ্ড দখল কৰাৰ পিছত নাজী-সকলৰ হাতৰপৰা ৰক্ষা পাবলৈ এন্ ফ্ৰাঙ্কৰ পৰিয়াল আমস্টাৰডাম চহৰৰ পুৰণা চাৰি-মহলীয়া ঘৰ এটাৰ ওপৰ মহলাৰ পিছফালৰ কোঠা কেইটাত আশ্ৰয় লয়। এইখনেই এন্ ফ্ৰাংকে বৰ্ণনা কৰা Secret Annex বা গুপ্তগৃহ।

সমবয়সীয়া বন্ধু-বান্ধৱীৰপৰা বিচ্ছিন্ন হৈ এক অস্বাভাৱিক আৰু ভয়লগা অৱস্থাত বাস কৰিব লগা হোৱা সময়ত এগৰাকী কাল্পনিক বন্ধুক উদ্দেশ্য কৰি এনে ডায়েৰীখন লিখিবলৈ আৰম্ভ কৰে; এনে বৰ্ণনা কৰা গুপ্তগৃহত এনহঁতৰ পৰিয়ালৰ বাহিৰেও ভানডানৰ পৰিয়াল আৰু এজন দাঁতৰ ডাক্তৰে আশ্ৰয় লয়হি। মুঠতে আঠজনৰ এই ইহুদী পৰিয়াল ২৪ মাহ কাল গুপ্তগৃহত লুকাই থাকে।

সাধাৰণ জীৱনটোকৈ সম্পূৰ্ণ বেলেগ, লুকাই থকাৰ এক অস্বাভাৱিক পৰিস্থিতিত অতি তীক্ষ্ণ বুদ্ধিসম্পন্ন কিশোৰী-মনৰ আবেগ-অনুভূতি আদি

অতি সুন্দৰভাৱে ডায়েৰীখনত ফুটি উঠিছে। দুটা পৰিয়ালৰ মাজৰ মৰম-চেনেহ, দ্বন্দ্ব-খৰিয়াল, সুখ-দুখ আদিৰ বিৱৰণো অতি সূক্ষ্মভাৱে ডায়েৰীখনত প্ৰকাশ পাইছে। বালিকা এনে নিজৰ ডায়েৰীত সেই সময়ৰ ৰাজনৈতিক আৰু সামৰিক ঘটনাসমূহ সুন্দৰভাৱে নিজৰ দৃষ্টি-ভঙ্গীৰে বিশ্লেষণ কৰিছে। হিটলাৰৰ নাজী পাৰ্টিৰ নিষ্ঠুৰতা আৰু বৰ্বৰতাৰ বিৱৰণৰ লগতে এনৰ কোমল মনত এইবিলাক ঘটনাৰ প্ৰতিক্ৰিয়াও ডায়েৰীত লিপিবদ্ধ কৰা আছে।

ইং ১৯৪৪ চনৰ ৪ আগষ্টৰ দিনা পুৱা ১০ বজাত গেষ্টাপো পুলিচে এন্‌ইতক গুপ্তগৃহত আৱিষ্কাৰ কৰে আৰু তাত থকা আটাই-কেইজন ইহুদীক ধৰি লৈ যায়। তাৰ পিছৰ ৬ মাহৰ ইতিহাস অমানুষিক নাজী অত্যাচাৰৰ ইতিহাস। প্ৰথমতে তেওঁলোকক 'ওৱেস্‌টাৰবোৰ্ক' ( Westerbork ) বন্দীশিবিৰলৈ লৈ যোৱা হয়। তাত কেইসপ্তাহমান ৰখাৰ পিছত কুখ্যাত 'অউস্‌উইচ্' ( Auschwitz ) শিবিৰলৈ নিয়া হয়। অউস্‌উইচ্ পোৱাৰ পিছত এনে্ দেউতাকক আৰু লগ নাপালে। মাক আৰু ছোৱালী কিজনীক দেউতাকৰপৰা চিৰদিনৰ কাৰণে বেলেগ কৰা হ'ল। তাত কেইদিনমান থকাৰ পিছত এন্ আৰু বায়েক মাৰ্গটক মাকৰপৰা আঁতৰাই বেলচন শিবিৰলৈ নিয়া হয়। তাতেই মাৰ্গট আৰু এন্‌ৰ মৃত্যু হয়। বন্দী শিবিৰত এন্‌ৰ লগত একেলগে থকা শ্ৰীমতী ডি. উইক ( Mrs. D. Wick )এ এন্‌ৰ বিষয়ে কৈছে যে শেষলৈকে ছোৱালীজনীৰ মুখৰ হাঁহি মাৰ যোৱা নাছিল। সকলো পৰিস্থিতিতে তাই আশা আৰু সান্ত্বনাৰ প্ৰতিমূৰ্তি আছিল; মানুহৰ সততাৰ ওপৰত এন্‌ৰ অপৰিসীম বিশ্বাস আছিল। সেয়েহে এনে ডায়েৰীত এঠাইত লিখিছে, "I still believe that people are really good."

এন্‌ৰ ইচ্ছা আছিল বিখ্যাত লিখিকা হোৱাৰ। মৰাৰ পাছতো যেন মানুহে তাইক পাহৰি নাযায়। ডায়েৰীৰ অন্ত এঠাইত লিখিছে, "I want to go on living after death." এন্‌ৰ ইচ্ছা পূৰণ হ'ল। এন্ অমৰ হ'ল। অমৰ হ'ল বুলিলে হয়তো সম্পূৰ্ণ কোৱা নহব। এন্ নিপীড়িত মানৱতাৰ প্ৰতীক হ'ল। শত শত কবিৰ কবিতা,

শিল্পীৰ বস্তৰ আঁচোৰ হৈ ৰ'ল। নেদাৰলেণ্ডৰ কবি এজনে এন্‌ক উদ্দেশ্য কৰি লিখিছে—

"Anne Frank lives
There is resurrection in her face
I can't take my eyes off, her hand
With which she wrote down suffering
and future.
We shall read her diary
Until the Messiah comes."

এন্ ফ্ৰাঙ্কই লুকাই থকা ঘৰটোক আজিকালি 'Anne Frank Foundation'ত ৰূপান্তৰিত কৰা হৈছে। পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা হাজাৰ হাজাৰ দৰ্শক আহি এই ঘৰখন চাই যায়হি। বিশ্বৰ শান্তি-প্ৰেমী কিশোৰ-কিশোৰীৰ কাৰণে এইখন এখন তীৰ্থস্থান স্বৰূপ। এই Foundationৰ লগত থকা 'International Youth Centre'এ বিশ্বৰ যুৱক-যুৱতীৰ কাৰণে বিশেষ দুটা কাম হাতত লৈছে। প্ৰথম হৈছে মানুহে মানুহৰ ওপৰত কৰা অত্যাচাৰ আৰু মানুহৰ মাজত থকা ভেদাভেদৰ ভয়াবহ পৰিণতিৰ প্ৰতীক হিচাপে ঘৰখনক সংৰক্ষণ কৰা, আৰু দ্বিতীয়তে জাতি-বৰ্ণ, সামাজিক পটভূমি নিৰ্বিশেষে বিশ্বৰ যুৱক-যুৱতীৰ সৃজনাত্মক যোগাযোগ আৰু আদান-প্ৰদানৰ সুবিধা দিয়া। এই Foundationএ এনেদৰে বিশ্বৰ যুৱক-যুৱতীক ধৰ্মীয় আৰু ৰাজনৈতিক অসহনশীলতাৰ বিপক্ষে থিয় দিবলৈ প্ৰেৰণা যোগাইছে।

বিশ্বৰ বিভিন্ন ঠাইত এন্ ফ্ৰাঙ্কৰ নামত বহুতো শিক্ষা অনুষ্ঠান আদি গঢ়ি উঠিছে। নবেল পুৰস্কাৰ বিজয়ী ডমিনিকান ধৰ্মযাজক Dominique pireএ ৰাষ্ট্ৰসংঘৰ তত্বাৱধানত তেওঁ হাতত লোৱা ভগনীয়া পুনৰসংস্থান কাৰ্য্যক্ৰম অনুসৰি সজা গাঁৱৰ নাম 'Anne Frank Village' দিছে। নতুন ইহুদী ৰাষ্ট্ৰ ইজৰাইলৰ যুৱক-যুৱতীৰ কাৰণে এন্ আশা আৰু সাহসৰ প্ৰতীক।

এন্‌ৰ ডায়েৰী এতিয়ালৈকে বিশ্বৰ ৫১টা ভাষাত অনুবাদিত হৈছে। অসমীয়া পাঠক-পাঠিকাৰ হাতত ডায়েৰীখন তুলি দিবলৈ পাই আমি ধন্য মানিছোঁ। অনুবাদৰ প্ৰথম প্ৰচেষ্টা বুলি আমাৰ বহুতো ভুল-

ভ্ৰান্তি হ'ব পাৰে। পঢ়ুৱৈ সমাজে মৰমৰ চকুৰে চালে আমাৰ চেষ্টা আৰু পৰিশ্ৰম সাৰ্থক হ'ব।

বয়েলটি নোলোৱাকৈ ডায়েৰীখন প্ৰকাশ কৰিবলৈ অনুমতি দিয়াৰ কাৰণে এন্‌ৰ বৃদ্ধ পিতা শ্ৰীঅটো ফ্ৰাঙ্কলৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। ডায়েৰীখন শ্ৰীফ্ৰাঙ্কৰ নামত উচৰ্গা কৰিলোঁ।

সহকৰ্মী অধ্যাপক ইমৰান শাহে ডায়েৰীখনৰ পাণ্ডুলিপি চাই যি পৰামৰ্শ আদিৰে আমাক সহায় কৰিলে তাৰ বাবে তেখেতক ধন্যবাদ জনাইছোঁ। শ্ৰীযুতা শান্তি বাইদেউৱে ডায়েৰীখন অনুবাদ কৰিবলৈ লোৱা দিনৰপৰা আমাক উৎসাহিত কৰিছিল। বাইদেউলৈ আমাৰ আন্তৰিক ধন্যবাদ থাকিল। সদৌ শেষত ডায়েৰীখন প্ৰকাশ কৰাত আৰ্থিক সাহাষ্য দি আমাৰ প্ৰথম প্ৰচেষ্টাক উৎসাহিত কৰাৰ কাৰণে অসম প্ৰকাশন পৰিষদলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। পৰিষদৰ সচিব শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱে দিয়া বহুমূলীয়া পৰামৰ্শ আৰু সহযোগৰ কাৰণে তেখেতলৈ আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

এন্ ফ্ৰাঙ্কৰ ডায়েৰী পঢ়ি এন্‌ৰ দেউতাকলৈ লিখা চিঠিত জাৰ্মান যুৱক এজনে লিখা কথা ফাকিৰে আমাৰ কথা শেষ কৰিলোঁ—
"Endless pain and sorrow are in Anne's Diary, but also consolation and joy, and I pray that the Lord give me so receptive a spirit and so lively, benign and joyous a heart."

বাসন্তী লস্কৰ
গীতা উপাধ্যায়

দেওবাৰ, ১৪ জুন, ১৯৪২ চন

শুক্রবাৰ, জুনৰ ১২ তাৰিখ; সেইদিনা আছিল মোৰ জন্মদিন, গতিকে পুৱা ৬ বজাতেই টোপনি ভঙাটো একো আচৰিত কথা নহয়। কিন্তু ইমান সোনকালে বিচনা এৰাৰ আদেশ নাই; সেইবাবে সকলো উৎকণ্ঠা দমন কৰি প্ৰায় ৭ বজালৈকে বিচনাতে বাগৰি থাকিবলগীয়া হ'ল। তাৰ পাছত মোৰ আৰু সহ্য নহ'ল বিচনা এৰি একে কোবেই খোৱা কোঠাৰ মজিয়া পালোঁহি। তাত মোৰ মৰমৰ মেকুৰী মূৰ্ত্তিয়ে ( Moortie, the cat ) মোক আন্তৰিক সম্ভাষণ জনালে।

৭ বজাৰ লগে লগে মা-দেউতাক দেখা কৰিলোঁ আৰু তাৰ পাচত বাহিৰৰ বহা কোঠালীত সোমাই জন্মদিনত কোনে কি উপহাৰ দিছে তাৰ লেখ-জোখ লৈ খুলি চাব ধৰিলোঁ। প্ৰথমে মোৰ চকু পৰিল 'তোমাৰ' ওপৰত। তোমাক পাইয়ে মই কিমান আনন্দিত হ'লোঁ কৈ শেষ কৰিব নোৱাৰোঁ। তাৰ উপৰিও টেবুলত এথোপা গোলাপ ফুল ( থোপাৰে সৈতে কেইপাহমান পিঅ'নি ফুল ) দেখিবলৈ পালোঁ। দিনটোৰ ভিতৰত অৱশ্যে এটা এটাকৈ আৰু বহুত উপহাৰেই মোৰ হাতলৈ আহিল।

আটাইতকৈ বেচি বস্তু পালোঁ মা-দেউতাৰপৰা। আৰু লগতে বন্ধু-বান্ধৱীসকলেও নানান তৰহৰ বস্তু দি মোক নষ্ট কৰিবলৈ বাকী ৰখা নাই। মই পোৱা লেখত লবলগীয়া বস্তুবোৰৰ ভিতৰত হ'ল—"কেমেৰা অবচ্‌ক্যুৰা", ( Camera Obscura ), ডবা খেলৰ সামগ্ৰী, বিবিধ মিঠাই, লজেঞ্চ, চকলেট, সাঁথৰৰ কিতাপ, এটা ব্ৰুচপিন, জোচেফ কোহেনৰ "নেদাৰলেণ্ডৰ সাধু আৰু উপকথা" ( Tales and Legends of the Netherlands by Joseph Cohen ), ডেইজীৰ কিতাপ "মাউণ্টেইন হুলিদে" ( Daisy's

Mountain Holiday), (এখন যাছুৰ সাধু কিতাপ) আৰু কিছু পইচা। এতিয়া মই নিজৰ টকাৰে "গ্ৰীচ আৰু ৰোমৰ পুৰণি কাহিনী" (The Myths of Greece and Rome) নামৰ কিতাপখন কিনিব পাৰোঁ, কি মজাৰ কথা!

তাৰ পাছত লাইচে মোক লগ ধৰিবলৈ আহিল আৰু আমি দুয়ো স্কুললৈ গলোঁ। টিফিনৰ সময়ত মই সকলোকে মিঠাই দিলোঁ। ইমান ভাল লাগিছিল! পিছে তাৰ পাছতে আমি আকৌ পঢ়াত ধৰিবগৈ লাগিছিল।

আজিলৈ ইমানতে এৰোঁ, বিদায়! আমি দুয়ো অদূৰ ভৱিষ্যতে পৰস্পৰৰ পৰম বন্ধু হৈ উঠিম।

সোমবাৰ, ১৫ জুন, ১৯৪২ চন

দেওবাৰে আবেলি মোৰ জন্মদিন উপলক্ষে পাৰ্টি দিয়া হ'ল। লগৰে বিন্-টিন্-টিনেৰে সৈতে "লাইটহাউচ কিপাৰ" (The Lighthouse Keeper) নামৰ চিনেমা এখনো দেখুওৱা হ'ল। মোৰ লগৰীয়াবোৰে চিনেমাখন বৰ ভাল পালে। বহুতো লৰা-ছোৱালী গোট খাইছিল আৰু আমি সবেই মিলি খুব স্ফূৰ্ত্তি কৰিলোঁ। ইমান যে ভাল লাগিছিল!

মায়ে মই কাৰ লগত বিয়া হ'ম সদায় জানিবলৈ বিচাৰিছিল। পিটাৰ ওৱেছেল (Peter Wessel) বুলি মায়ে আন্দাজ কৰিলেও এদিন পিটাৰৰ কথা ওলালত মই মাৰ চকুলৈ একেথৰে অকণো লাজ নকৰাকৈ এনেকৈ অপলকে চাই থাকিলোঁ যে মাৰ মনৰ সেই সন্দেহ ততালিকে দূৰ হ'ল। কেইবা বছৰো লাইচ গুছেনছ্ (Lies Goosens) আৰু চান্ হুটমেন্ (Sanne Houtman) মোৰ ভাল বন্ধু আছিল। তাৰ পাছত ইহুদী চেকেণ্ডৰী স্কুললৈ গৈ মই নতুনকৈ জোপী ডি-ৱালক লগ পালোঁ; আমি দুয়ো এতিয়া প্ৰায় একেলগে থাকোঁ। তায়ে এতিয়া মোৰ শ্ৰেষ্ঠ বন্ধু। লাইচৰ

ইতিমধ্যে অন্য এজনীৰ লগত বেচি ভাল হৈছে আৰু চানেও বেলেগ স্কুললৈ গৈ বহুত নতুন বন্ধু পাইছে।

শনিবাৰ, ২০ জুন, ১৯৪২ চন

মই মোৰ ডায়েৰী সম্পৰ্কে প্ৰথমতেই অলপ চিন্তা কৰি লব লগীয়া হোৱা বাবে কেইবাদিনো একো লিখা হোৱা নাই। ডায়েৰী লিখিবলৈ যোৱাটো মোৰ নিচিনা এজনী ছোৱালীৰ বাবে এক অদ্ভুত খেয়াল; কাৰণ মোৰ যে ডায়েৰী লিখাৰ অভ্যাস নাই কেৱল সেই কাৰণেই নহয়, মোৰ বোধেৰে তেৰ বছৰীয়া স্কুলীয়া ছোৱালী এজনীৰ মনৰ কথাত কোনো আকৰ্ষণৰ বস্তু, কোনো মানুহেই বিচাৰি নাপাব। হ'লেও সেইটোনো কি ডাঙৰ কথা—মোৰ অন্তৰত লুকাই থকা সকলো ধৰণৰ কথা প্ৰকাশ কৰিবলৈ মোৰ মন গৈছে। মোৰ বাবে ডায়েৰী লিখিবলৈ ইয়াতকৈ আৰু কি ডাঙৰ কাৰণ লাগিছে?

এদিন মোৰ মনটো ভাল লগা নাছিল। গালে মুখে হাত দি বহি আছিলোঁ। কি কৰি সময়খিনি কটাওঁ ভাবিবলৈকে বিৰক্তি, অৱশ-অৱশ লাগিছিল। এনেতে হঠাৎ এই প্ৰবাদ বাক্যটো মোৰ মনত পৰি গ'ল: "মানুহতকৈ কাগজ বহুত বেছি ধৈৰ্য্যশীল।" মই ভাবি পালোঁ কথাটো খুব সঁচা। মোৰ মনৰ কথা খুলি ক'ব পৰা প্ৰকৃত বন্ধু বা বান্ধবী যেতিয়ালৈকে নাপাওঁ তেতিয়ালৈকে ডাঠ মলাটৰে মেৰোৱা এই ডায়েৰীখন কাকো দেখুৱাবৰ মোৰ মন নাই। তেনে হ'লে ভয় কিহৰ? লগে লগে ডায়েৰী লিখাৰ সপক্ষে এটা সাৰ্থক যুক্তি মই বিচাৰি পালোঁ: যে মোৰ তেনে কোনো প্ৰকৃত বন্ধু নাই।

কথাবোৰ অলপ স্পষ্টকৈ কোৱা আৱশ্যক। মোৰ দৰে তেৰ বছৰীয়া ছোৱালী এজনীয়ে পৃথিৱীত ইমান অকলশৰীয়া অনুভৱ কৰিব পাৰে বুলি ক'লে কোনেও বিশ্বাস নকৰিব আৰু কথাটো

তেনেকুৱা নহয়ো, কাৰণ ঘৰত মোৰ মৰমিয়াল মা-দেউতা আছে। যোল্ল বছৰীয়া এজনী কান-সমনীয়া বাইদেউ আছে, প্ৰায় ত্ৰিশ-জনমান মোৰ বন্ধু-বান্ধৱী আছে আৰু আছে এজাক লৰা-বন্ধু— যিবোৰে মোক এবাৰ চাবলৈ পালেও কৃতাৰ্থ হয়। তাকে নেপালে শ্ৰেণীত লুকাই আৰ্চীত মোৰ প্ৰতিবিম্বকে চায়। তদুপৰি মোৰ মামা-খুড়া, মাহী-পেহী আদি মৰমৰ আত্মীয়সকল আছে। গতিকে দেখাত মোৰ একোৰেই অভাৱ নাই। কিন্তু এই সকলোবোৰ বন্ধু-বান্ধৱী মোৰ খেলা-ধূলাৰহে লগৰীয়া, আৰু একো নাই। মোৰ এনে এজন বন্ধু নাই যাৰ লগত মই গতানুগতিক কথাখিনিৰ বাহিৰে আন কিবা কথা পাতিব পাৰোঁ। আমি এটা নিৰ্দিষ্ট পৰিসীমাতকৈ বেছি অন্তৰঙ্গ হব নোৱাৰোঁ। সেইটোৱেই হ'ল সকলো সমস্যাৰ মূল। সম্ভৱতঃ মোৰ আত্ম-বিশ্বাসো নাই। সি যি কি নহওক, এয়ে হ'ল অৱস্থা, এটা অমোঘ সত্য, যিটো বিষয়ত কিবা এটা কৰাৰ সামৰ্থ্যও মোৰ বোধহয় নাই।

গতিকেই এই ডায়েৰী! যিজন বন্ধুৰ অভাৱ অনেক দিন ধৰি মই অনুভৱ কৰি আহিছোঁ সেইজনৰ ছবিখন মনৰ চকুত স্পষ্ট কৰি তুলিবলৈকে এই দিন-লিপি। অনেকে কৰাৰ দৰে দৈনন্দিন জীৱনৰ নিৰস ঘটনাবোৰ মাথোন মই লিপিবদ্ধ কৰি যাব নোখোজোঁ। মই বিচাৰোঁ এই ডায়েৰীয়ে হওক মোৰ শ্ৰেষ্ঠতম বন্ধু। আৰু মই মোৰ বন্ধুৰ নাম ৰাখিছোঁ 'কিট্টী'। হঠাৎ আগগুৰি নোহোৱাকৈ মই যদি কিট্টীলৈ মোৰ চিঠি লিখা আৰম্ভ কৰি দিওঁ, কোনেও মোৰ কথা বুজিব নোৱাৰিব নিশ্চয়। সেয়ে, অনিচ্ছাস্বত্বেও মই চমুকৈ মোৰ জীৱন কাহিনী এইখিনিতে কৈ থব লগা হ'ল।

প্ৰথমে মই মোৰ নিজৰ আৰু পৰিয়ালৰ কথা অলপমান কৈ লওঁ। মা-দেউতাৰ যেতিয়া বিয়া হৈছিল তেতিয়া দেউতাৰ বয়স ছয়ত্ৰিশ, মাৰ বয়স পঁচিশ। ১৯২৬ চনত 'ফ্ৰেঙ্কফৰ্ট-অন-মেইন' (**Frankfurt-on-Main**)-ত মোৰ বাইদেউ মাৰ্গটৰ জন্ম হয়।

তাৰ তিন বছৰৰ পাছত ১৯২৯ চনৰ ১২ জুন তাৰিখে মোৰ জন্ম হয়। আমি ইহুদী হোৱা বাবে ১৯৩৩ চনত জাৰ্মানী ত্যাগ কৰি হলেণ্ডলৈ যাব লগা হয়। তাত দেউতা "ট্ৰেভিচ-এন-ভি" ( Travies N. V. ) নামৰ কোম্পানী এটাৰ মেনেজিং ডাইৰেক্টৰ নিযুক্ত হয়। এই কোম্পানীৰ একেটা ঘৰতে অফিচ থকা "কোলেন এণ্ড কোম্পানী" ( Kolen & Co. ) নামৰ অন্য এটা কোম্পানীৰ লগত তেওঁৰ খুব ঘনিষ্ঠতা আৰু সেই কোম্পানীতো দেউতাৰ অংশ আছিল।

জাৰ্মানীত এৰি থৈ অহা আমাৰ বাকী আত্মীয়-কুটুম্ববিলাকে হিট্‌লাৰৰ ইহুদী-বিৰোধী আইনৰ পূৰ্ণ প্ৰভাৱত পৰি যথেষ্ট কষ্ট-ভোগ কৰিবলগা হ'ল। গতিকে আমাৰ মনত স্বস্তি নাছিল। ১৯৩৪ চনত মোৰ দুজন মামা আমেৰিকালৈ পলাই গ'ল। ৭৩ বছৰীয়া বুঢ়ী আইতা আমাৰ ওচৰলৈ গুচি আহিল। ১৯৪৩ চনৰ মে' মাহৰ পাছৰপৰা আমাৰ দুৰ্য্যোগৰ দিন আৰম্ভ হ'ল—প্ৰথমে যুদ্ধৰ বিভীষিকা, তাৰ পাছতেই জাৰ্মানীৰ হাতত হলেণ্ডৰ আত্ম-সমৰ্পণ। লগে লগে এখন এখনকৈ ইহুদী-বিৰোধী আইন প্ৰচলিত হ'ল; যেনে: প্ৰত্যেক ইহুদীয়ে নিজৰ পোছাকৰ ওপৰত হালধীয়া প্ৰতীক-চিহ্ন লগাব লাগিব; তেওঁলোকৰ চাইকেলবোৰ জমা দি দিব লাগিব; ট্ৰামগাড়ী বা মটৰগাড়ীত উঠা বা চলোৱা নিষেধ; ইহুদী-সকলে সিহঁতৰ কাৰণে বিশেষভাবে চিহ্নিত দোকানৰ পৰাহে আবেলি ৩ বজা আৰু ৫ বজাৰ ভিতৰত বেচা-কিনা কৰিব পাৰিব; ৰাতি ৮ বজাৰ পাছত কোনো ইহুদীয়ে ঘৰৰ বাহিৰলৈ যাব নোৱাৰিব, আনকি নিজৰ ঘৰৰ বাগানতো'বহিব নোৱাৰিব; চিনেমা, থিয়েটাৰ, খেল-পথাৰ, সাঁতোৰা বা অন্যান্য আমোদ-প্ৰমোদৰ ঠাইলৈ যোৱাটো ইহুদীসকলৰ কাৰণে নিষিদ্ধ কৰা হ'ল; ইহুদী-সকলে কোনো খৃষ্টানৰ ঘৰলৈ যাব নোৱৰা হ'ল; কেৱল ইহুদী-সকলৰ স্কুললৈহে ইহুদী লৰা-ছোৱালীবিলাকক যাবলৈ দিয়া হ'ল। এনেধৰণৰ আৰু বহুত বাধা-নিষেধ আৰোপ কৰা হ'ল।

ইমানবোৰ বাধা থকা স্বত্বেও আমাৰ দিনবোৰ ষাবলৈ ধৰিলে। মোৰ বন্ধু জোপীয়ে ( Jopie ) প্ৰায়ে মোক জোকাইছিল: "তুমি কোনো এটা কামেই কৰিব নোৱাৰা, কিজানিবা তাতো নিষেধ আছে।" আমাৰ স্বাধীনতা প্ৰায় হেৰাই গ'লেও তেতিয়াও সহ্যৰ সীমাৰ ভিতৰত আছিল বুলি কব পাৰি।

১৯৪২ চনৰ জানুৱাৰী মাহত আইতা ঢুকাল। আইতাৰ মৃত্যুত মই বৰ শোক পালোঁ; কিয়নো আইতাক মই কিমান ভাল পাওঁ আৰু আইতালৈ মোৰ কিমান মনত পৰে কোনেও নুবুজিব।

১৯৩৪ চনত মই মণ্টেচৰী শিশু-বিদ্যালয়ত ভৰ্তি হ'লোঁ। মই যেতিয়া 'চিক্স-বি'ত আছিলোঁ তেতিয়া আমাৰ বাইদেউ শ্ৰীমতী কে'ৰপৰা বিদায় লবলগীয়া হ'ল। তেতিয়াযে বৰ বেয়া লাগিছিল! আমি দুয়ো খুব কান্দিছিলোঁ। ১৯৪১ চনত মই মোৰ বাইদেউ মাৰ্গটৰ লগত ইহুদী চেকেণ্ডৰী স্কুলত ভৰ্ত্তি হ'লোঁ। বাইদেউ চতুৰ্থ শ্ৰেণীত আৰু মই প্ৰথম শ্ৰেণীত নাম লগালোঁ।

ইমানলৈকে মই আগৰ কথা লিখিলোঁ। এতিয়াৰপৰা মই মোৰ বৰ্ত্তমানৰ কথা লিখি যাম।

২০ জুন, শনিবাৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

কোনো ভূমিকা নোহোৱাকৈয়ে আৰম্ভ কৰিছোঁ দেই। মা-দেউতা ওলাই গৈছে, বাইদেউ পিং-পং খেলিবলৈ গৈছে। ঘৰত এতিয়া মই অকলে। এই মুহূৰ্ত্তটোযে কিমান শান্তিপূৰ্ণ তোমাক বুজাব নোৱাৰোঁ।

মই নিজেও এই কেই দিন খুব পিং-পং খেলিছোঁ। আমাৰ পিং-পং খেলুৱৈসকলৰ কাৰণে আইচক্ৰীম খোৱাটো বেলেগ ধৰণৰ চখৰ কথা। বিশেষকৈ গৰমৰ দিনত খেলি খেলি যেতিয়া খুব গৰম উঠে, তেতিয়া প্ৰায়ে আমি ইহুদীসকল যাব পৰা "ডেল্‌ফি"

(Delphi) বা "ওৱেচিচ" (Oasis) নামৰ দোকানলৈ গৈ আইচ-ক্ৰীম খাওঁ। "ওৱেচিচ"ত এনে কিছুমান দয়ালু ভদ্ৰলোক বা লৰা বন্ধু লগ পাওঁ যি সকলে উপহাৰ দিয়া আইচ-ক্ৰীম গোটেই সপ্তাহটোত খাইও শেষ কৰিব নোৱাৰোঁ।

তুমি চাগৈ মোৰ বয়সীয়া ছোৱালী এজনীয়ে লৰা-বন্ধুৰ কথা কোৱাত আচৰিত হৈছা। কি কৰিবা, আমাৰ স্কুলত লৰা-বন্ধুৰ পৰা কোনো ৰকমে হাত সাৰিব নোৱাৰি। মোক কোনো লৰাই ঘৰলৈ আহোতে লগ দিব খুজিলে আৰু কথা কবলৈ আৰম্ভ কৰিলেই মই ধৰিব পাৰোঁ যে লৰাটো মোৰ প্ৰেমত পৰিছে। সি মোক এক মুহূৰ্ত্তও চকুৰ আঁতৰ হ'বলৈ দিব নুখুজিব। কিন্তু মোৰ পৰা কোনো আঁসে নাপাই বিমুখ হৈ গুচি যাব লগা হয়। কোনো সাহসী লৰাই আঁসে নোপোৱা স্বত্বেও যদি আগুৱাই যাব খোজে, তেনেহলে মই জোৰেৰে চাইকেল চলাই গুচি যাওঁ বা অন্য কথা আলোচনা কৰোঁ। এইবোৰ হ'ল নিৰীহ প্ৰেমিক; কিন্তু কিছুমান আছে যে সিহঁতে জোৰ কৰিয়েই মৰম আদায় কৰিব বিচাৰে। তেনেকুৱাবোৰক খং উঠাৰ ভাও ধৰি ইমান গালি পাৰোঁ যে সিহঁত ভয়তে পলাবলৈ বাধ্য হয়।

আজিলৈ আমাৰ কথা ইমানেই। কাইলৈ পুনৰ লগ পাম।

তোমাৰেই এন্।

দেওবাৰ, ২১ জুন, ১৯৪২ চন

মৰমৰ কিট্টী,

ৰিজাল্ট দিবৰ বাবে শিক্ষকসকলৰ মিটিং বহিব বুলি শুনিয়েই আমাৰ শ্ৰেণীৰ আটাইবিলাক লৰা-ছোৱালী ভয়তে কঁপি আছে। কোনে প্ৰমোচন পাব, কোনে নাপাব এই বিলাক লৈ নানান তৰহৰ জল্পনা কল্পনা চলিছে। মিয়েপ আৰু মোৰ পাচফালে বহা লৰা দুটাই পাচ কৰা, ফেল কৰা লৈ অনবৰত বাজি ধৰা শুনি

আমাৰ বৰ হাঁহি উঠিছে। মিয়েপে সিহঁতক কেইবাবাৰো মনে মনে থাকিবলৈ ক'লে আৰু মইয়ো ছুটামান ধমকি লগালোঁ; তথাপি সিহঁতৰ মুখ বন্ধ কৰিব নোৱাৰিলোঁ।

কিছুমান লৰা-ছোৱালীৰ ইমান বেছি কেপ্‌কেপাই থকাৰ স্বভাৱ, মোৰ মতে এক-চতুৰ্থাংশই প্ৰমোচন পাব নালাগে। কিন্তু চাৰ বাইদেউসকলৰ কথা কি ঠিক! তেওঁলোক যিহে খেয়ালী।

মই মোৰ নিজৰ আৰু মোৰ বান্ধৱী কিজনীৰ বাবে বৰ চিন্তা কৰা নাই। আমি যেনেতেনে সৰকিম। অৱশ্যে অঙ্কত মই ইমান নিশ্চিত নহয়, তথাপি এতিয়া বিজাল্ট নোলোৱালৈকে স্ফূৰ্ত্তি কৰাৰ বাহিৰেতো একো ভাবিবলগীয়া নাই।

মোক স্কুলৰ সকলো চাৰ বাইদেউৱে ভাল পায়। কেৱল অঙ্কৰ বুঢ়া মাষ্টৰ কেপ্টবে ক্লাচত অনবৰত বক্‌বকাই থকা কাৰণে মোক বৰ ভাল নাপাইছিল। এবাৰ বিৰক্ত হৈ তেওঁ মোক "চেটাৰবক্স"ৰ (Chatterbox) ওপৰত এখন ৰচনা লিখিবলৈ দিলে। এনেকুৱা এটা অদ্ভুত বিষয়ৰ ওপৰতনো কি লিখিব পৰা যাব বুলি ভাবি চিন্তি আজৰি সময়ত কিবা এটা ভাবি লিখিম বুলি নোটবুকত টুকি ৰাখিলোঁ।

সেইদিনা গধূলি ঘৰত কৰিবলৈ দিয়া অন্যান্য কামখিনি শেষ কৰাৰ পাছত নোটবুকত টুকি ৰখা এই বিষয়টোৰ ওপৰত চকু পৰিল। কলমটো হাতত লৈ কথা কোৱাৰ আৱশ্যকতাৰ সপক্ষে কি যুক্তি দিব পৰা যাব তাকে বহুত সময় ভাবিলোঁ। এনেকৈ ভাবি থাকোতে এটা বুদ্ধি মনত খেলালে আৰু একে কোবতেই তিনি পৃষ্ঠা ভৰ্ত্তি কৰি পেলালোঁ। মোৰ যুক্তিবোৰ হল :—মাইকী মানুহে স্বভাৱতে বেছি কথা কয়। সেই কাৰণে মই কম কথা কবলৈ চেষ্টা কৰিলেও নোৱাৰোঁ। তাৰোপৰি মোৰ মায়ে হয়তো মোৰ বয়সত মোতকৈ বেছিহে কথা কৈছিল। এতিয়া মইনো বাৰু পুৰুষানুক্ৰমে পোৱা এই গুণটো কেনেকৈ এৰিব পাৰিম?

মোৰ যুক্তিবোৰ শুনি মিষ্টাৰ কেন্টৰে খুব হাঁহিলে। সিমানতো মোৰ কথাকোৱা যেতিয়া বন্ধ নহ'ল, তেওঁ মোক আকৌ এখন ৰচনা লিখিবলৈ দিলে। এই বাৰৰ বিষয়টো হ'ল "দুৰাৰোগ্য চেটাৰবক্স" ( Incurable Chatterbox )। এইখন ৰচনাও লিখি দিয়াৰ পাছত মিঃ কেন্টৰে মোক দুটা লেচন যোৱালৈকে একো নক'লে। কিন্তু তৃতীয় লেচন আৰম্ভ কৰাৰ দিনা তেওঁৰ আকৌ অসহ্য হ'ল। এইবাৰ তেওঁ ক্লাচৰ গোটেই লৰা-ছোৱালীক শুনাই ক'লে যে বেছি কথা কোৱাৰ শাস্তি স্বৰূপে এন্ এ "শ্ৰীমতী পাতিহাঁহে কেপ্‌কেপাই" ( Quack, Quack, Quack, says Mrs. Natherbeak ) এই বিষয়ৰ ওপৰত ৰচনা লিখিব। কথাটো শুনি গোটেই লৰা-ছোৱালীবোৰে গিৰ্জনি মাৰি হাঁহিলে। মইয়ো সিহঁতৰ লগতে হাঁহিলোঁ। কিন্তু লগে লগে অনুভৱ কৰিলোঁ যে এই বিষয়ত মোৰ লিখাৰ আৰু শক্তি নাই। এতিয়া মই নতুন ধৰণৰ কথা এটা চিন্তা কৰিব লাগে। মোৰেই ভাগ্য ভাল, ভাল কবিতা লিখিব পৰা মোৰ বন্ধু 'চানে' ( Sanne ) এই বিষয়টোৰ ওপৰত ছন্দ মিলাই লিখি দিম বুলি গাত ললে। এই কথা শুনি মই আনন্দত জপিয়াই উঠিলোঁ। কেন্টৰে মোক বুৰ্বক বনাব খুজিছিল। এতিয়া পিছে পাব মজাটো! নিজেই হাঁহিয়াতৰ পাত্ৰ হ'ব।

কবিতাটো লিখা হ'ল। বেচ ধুনীয়া হৈছে। বিষয়টো হ'ল "তিনিটা পোৱালিৰে সৈতে এযোৰ পাতিহাঁহ।" ( A mother duck and a father swan who had three baby ducklings. ) পোৱালিকেইটাই বৰ কেপ্‌কেপাইছে বুলি এদিন সিহঁতৰ বাপেকে গোটেই পোৱালি কেইটাকে খুটি খুটি মাৰি পেলালে। কবিতাটো দিয়াৰ পাছত মিষ্টাৰ কেন্টৰে খুব হাঁহিলে আৰু গোটেই ক্লাচতে পঢ়ি শুনাই দিলে।

তাৰ পাছৰেপৰা মিঃ কেন্টৰে মই কথা কৈ থাকিলেও

শাস্তি নিদিয়া হ'ল। মাত্ৰ তেওঁ সেই কথা লৈ মাজে মাজে ঠাট্টাহে কৰে।

তোমাৰেই এন্।

বুধবাৰ, ২৪ জুন, ১৯৪২ চন

মৰমৰ কিট্টী,

অসম্ভৱ গৰম; ঘামত একেবাৰে তিতি গৈছোঁ। কিন্তু উপায় নাই। এই গৰমতে খোজ কাঢ়ি ফুৰিব লগা হৈছে। ট্ৰামত উঠি ফুৰিবলৈ যে কিমান আৰাম এই গৰমতহে ভালদৰে উপলব্ধি কৰিছোঁ। কিন্তু সেইকণ আৰাম যে এতিয়া আমাৰ ইহুদীসকলৰ কাৰণে নিষিদ্ধ বিলাসিতা! টাট্টু ঘোৰাৰ দৰে টুকটুকাই খুৰি ফুৰাৰ বাহিৰে এতিয়া আমাৰ উপায় নাই। কালি দুপৰীয়া আহাৰৰ সময়ত 'জ্যান লিউকেনষ্ট্ৰেট'ৰ (Jan Luykenstratt) দাঁতৰ ডাক্তৰৰ ওচৰলৈ যাব লগা হ'ল। এই ঠাই আমাৰ 'ষ্টেড্ ষ্টিম্মাৰ্টিউনেন'ৰ (Stad Stimmertuinen) স্কুলৰপৰা ভালেমান দূৰত। খুৰি অহাৰ পাচত আবেলি স্কুলত ভাগৰ লাগি টোপনিয়েই ধৰিছিল। ভাগ্যে ডাক্তৰৰ সহকৰ্মীয়ে মৰম কৰি মোক একাপ কফি দিছিল বাবে টোপনি বৰ জোৰকৈ আহিব নোৱাৰিলে। মানুহগৰাকী বৰ ভাল।

নাৱত উঠাটো এতিয়ালৈকে আমাৰ বাবে নিষিদ্ধ হোৱা নাই। 'জোচেফ ইজৰাইলস্কেড'ৰ (Josef Israelskade) ঘাটত এখন সৰু নাও আছে। তাৰ নাৱৰীয়াজনে আমি ক'লেই পাৰ কৰি দিয়ে। ইয়াৰপৰাই বুজা যায় যে ডাচ্ সকল আমাৰ দুখ-কষ্টৰ বাবে দায়ী নহয়।

ইষ্টাৰৰ বন্ধত মোৰ চাইকেলখন চুৰি হ'ল আৰু মাৰখনো নিৰাপদে ৰাখিবলৈ এটা খৃষ্টান পৰিয়ালত জমা দিয়া হৈছে। চাইকেল নথকাৰ বাবে এতিয়া স্কুল নাথাকিলেই মোৰ ভাল যেন

লগা হ'ল। যা-হওক, ঈশ্বৰৰ কৃপাত স্কুল বন্ধ হবলৈ মাত্ৰ এসপ্তাহ বাকী। তেতিয়া মোৰ এই দুঃচিন্তাটো দূৰ হ'ব। কালি এটা বৰ হাঁহি উঠা ঘটনা হ'ল। চাইকেল ৰখা ঠাইৰ কাষেদি পাৰ হৈ যাওঁতে কোনোবাই মোক নাম ধৰি মাতিলে। উলটি চাই দেখোঁ যে আগদিনা ইভাৰ (Eva) ঘৰত লগ পোৱা ধুনীয়া লৰাটোৱে মোলৈ চাই ৰৈ আছে। সি লাজ কৰি মোৰ ওচৰলৈ আহিল আৰু 'হেৰী গল্ডবাৰ্গ' (Harry Goldberg) বুলি নিজৰ চিনাকি দিলে। মই প্ৰথমতে তাৰ নিজৰ চিনাকি দিয়া দেখি সিনো কি কৰ খুজিছে ভাবি আচৰিত হ'লোঁ। কিন্তু বেছি সময় অপেক্ষা কৰিবলগীয়া নহ'ল। সি স্কুললৈ যাওঁতে মোক লগ দিব পাৰিবনেকি বুলি সুধিলে। মই তাকে ক'লোঁ, "তুমি আৰু মই একেটা ৰাস্তাইদি যাম যেতিয়া একেলগেই যাব পাৰিম।" হেৰীৰ বয়স ষোল্ল বছৰমান হ'ব। সি নানান ধৰণৰ গল্পবোৰ বৰ হাঁহি উঠাকৈ ক'ব পাৰে। আজি ৰাতিপুৱাও দেখিছোঁ সি মোৰ বাবে ৰৈ আছে। মই বুজিছোঁ সি সদায় এইদৰে মোলৈ ৰৈ থাকিব।

তোমাৰেই এন্।

মঙ্গলবাৰ, ৩০ জুন, ১৯৪২ চন

মৰমৰ কিট্টী,

এই সপ্তাহত মই তোমালৈ একো লিখিবপৰা নাই। বৃহস্পতিবাৰে গোটেই দিন মই বন্ধু-বান্ধৱৰ লগত কটালোঁ। শুক্ৰবাৰে আমাৰ ঘৰলৈ আলহী আহিল। এনেকৈয়ে নানান ব্যস্ততাৰ মাজেদিয়ে আজিলৈকে দিনবোৰ পাৰ হ'ল। এই সপ্তাহত হেৰী আৰু মোৰ মাজত বেচ বন্ধুত্ব হৈছে। সি মোক তাৰ নিজৰ কথা ইতিমধ্যে বহুত ক'লে। সি হেনো হলেণ্ডলৈ অকলে আহি ককাদেউতাক আৰু আইতাকৰ লগত আছে। তাৰ মাক-দেউতাক বেলজিয়ামত থাকে।

হেৰীৰ ‘ফেনী’ ( Fanny ) নামৰ বান্ধৱী এজনী আছিল। ছোৱালীজনীক মই চিনি পাওঁ; তেনেই কোমল-মনা কিন্তু বৰ নিৰস। এতিয়া মোক লগ পোৱাৰ পাছত সি উপলব্ধি কৰিছে যে ফেনীক লৈ সি মাত্ৰ দিবাস্বপ্নহে ৰচনা কৰিছিল। মই হেনো তাক এতিয়া সেই সপোনৰপৰা জগাই দিছোঁ। গতিকে দেখিছা, আমাৰ প্ৰত্যেকৰে একো-একোটা প্ৰয়োজনীয়তা আছে আৰু সময়ত একোটা অদ্ভুত প্ৰয়োজন আমাৰ দ্বাৰা পূৰ্ণ হয়।

শনিবাৰে ৰাতি ‘জোপী’ ( Jopie ) আমাৰ ঘৰতে থাকিল; দেওবাৰে ‘লাইচ’ৰ ( Lies ) ঘৰলৈ গুচি গ’ল। অকলে অকলে থাকি মোৰ বৰ আমনি লাগিছিল। হেৰী ( Harry ) আবেলি অহাৰ কথা আছিল। কিন্তু ৬ মান বজাত সি টেলিফোনহে কৰিলে। মই ফোনটো ধৰাত সি ক’লে “মই হেৰীয়ে কৈছোঁ, এন্‌ৰ লগত কথা পাতিব পাৰোনে?”

“হয়, মই এনে কৈছোঁ।”

“হেল্লো! তুমি কেনে আছা, এন্‌?”

“মোৰ ভালেই, ধন্যবাদ।”

“মই আবেলি যাব নোৱৰা বাবে বৰ দুঃখিত। কিন্তু মোৰ তোমাৰ লগত কথা আছে! যদি এতিয়া দহ মিনিটৰ ভিতৰত যাওঁ, বেয়া পাবানেকি?”

“নাপাওঁ, আহিবা।”

“ঠিক আছে, অলপ পাছতেই গৈছোঁ।”

টেলিফোনটো থৈ মই লৰালৰিকৈ ফ্ৰকটো বদলি কৰি চুলিখিনি অলপ ঠিক কৰি ললোঁ। খিড়িকীৰ মুখত আহি তাৰ কাৰণে বাট চাই থাকিলোঁ। মোৰ নিজৰে অলপ ‘নাৰ্ভাচ’ হোৱা যেন লাগিল। অৱশেষত মই তাক অহা দেখিলোঁ। কিন্তু আচৰিত কথা, দৌৰ মাৰি তললৈ নামি নগৈ, সি বেল বজোৱালৈকে ৰৈ থাকিলোঁ। দুৱাৰখন খোলাৰ লগে লগে সি হুৰমুৰকৈ ভিতৰলৈ সোমাই কৰলে

ধৰিলে—"এন্‌, মোৰ আইতাই ভাবে যে মোৰ লগত সদায় ফুৰিবলৈ যোৱাৰ উপযুক্ত বয়স তোমাৰ হোৱা নাই। সেইকাৰণে ফেনীৰ (Fanny) লগত যোৱাটো মোৰ উচিত হ'ব। কিন্তু তুমি জানাই মই ফেনীৰ লগত ফুৰিবলৈ নাযাওঁ।"

"কিয়? ফেনীৰ লগত তোমাৰ কাজিয়া হৈছেনেকি?"

"নাই, কাজিয়া একো হোৱা নাই। মই ফেনীক জনাই দিছোঁ যে আমাৰ দুজনৰ মনৰ মিল নাই কাৰণে এতিয়া আৰু একেলগে ফুৰা ভাল নহয়। কিন্তু সেইবুলি ফেনী আমাৰ ঘৰলৈ অহাত কোনো বাধা নাই আৰু মই যোৱাটোতো ফেনীৰ নিশ্চয় আপত্তি হ'ব নোৱাৰে। ফেনীয়েও অন্য এজন লৰাৰ লগত ঘুৰিছে বুলি ভাবি মই তাইক তেনেকৈ কৈছিলোঁ। এতিয়া বুজিলোঁ কথাটো মিছা। মোৰ খুড়াই মোক ফেনীৰ ওচৰত গৈ ক্ষমা খুজিবলৈ কৈছে। মোৰ কিন্তু ক্ষমা খুজিবলৈ অকণো মন নাই কাৰণে সেই সম্পৰ্কই ছিঙি পেলালোঁ। অৱশ্যে এইটো বহুত যুক্তিৰ মাজত এটা যুক্তি। মোৰ আইতাই তোমাতকৈ ফেনীৰ লগত ফুৰাচকা কৰাটোৱেই পছন্দ কৰে; কিন্তু মোৰ ভাল নালাগে। বুঢ়ামানুহৰ পুৰণা ধাৰণা কিছুমান মই অকণো মানি লব নোৱাৰোঁ। মই ককাদেউতা আইতাক এৰিব নোৱাৰোঁ এইটো ঠিক; তেওঁলোকেও মোক এৰিব নোৱাৰে। এতিয়াৰপৰা বুধবাৰে সন্ধ্যা সদায় মই আজৰি হৈ থাকিম। মই ককাদেউতা আইতাক ভাল লগাবলৈ কাঠ খোদাইৰ কাম শিকিবলৈ যাওঁ বুলি ফাঁকি দি "জীয়নিষ্ট" আন্দোলনৰ (Zionist Movement) বক্তৃতা শুনি থাকোঁ। ককাদেউতা আইতা কিন্তু "জীয়নিষ্ট" আন্দোলনৰ ঘোৰ বিৰোধী। সেইকাৰণে মই তালৈ যোৱাটো ভাল নাপায়। মই যে মনে প্ৰাণে "জীয়নিষ্ট" আন্দোলনত বিশ্বাসী তেনে নহয়; কিন্তু শুনি ভাল লাগে কাৰণেই যাওঁ। এতিয়া সেইবোৰো ইমান ম্লান হৈছে যে মই আৰু তালৈ যোৱাটো বাদ দিম বুলি ভাবিছোঁ। অহা বুধবাৰেই শেষবাৰৰ

কাৰণে যাম। তাৰ পাছৰপৰা মই বুধবাৰে সন্ধ্যা, শনিবাৰে আবেলি, দেওবাৰে আবেলি আৰু হয়তো অন্য বাৰতো তোমাক লগ পাব পাৰিম।"

"কিন্তু তোমাৰ ককাদেউতা-আইতাই এইটো পছন্দ নকৰে যেতিয়া তেওঁলোকক ফাঁকি দি এনে কৰিব নোৱাৰোঁ।"

"প্ৰেমে নিজৰ পথ বিচাৰি লয়।"

এইদৰে কথা পাতি পাতি আমি কিতাপৰ দোকান পালোঁগৈ। তাৰ দুজন লৰাৰ লগত পিটাৰ ৱেছেল (Peter Wessel) থিয় হৈ আছিল। মোক দেখি পিটাৰে ক'লে: "হেৰা এন্, কেনে আছো?" কিমান দিনৰ মূৰতহে সি মোক মাত লগালে। মোৰ মনটো বৰ ভাল লাগিল।

হেৰী আৰু মই খোজ কাঢ়ি কাঢ়ি বহুত দূৰ ঘূৰিলোঁ। শেষত বিদায় লবৰ সময়ত আমি ঠিক কৰিলোঁ যে কাইলৈ সন্ধ্যা সাত বাজিবলৈ পাঁচ মিনিট থাকোঁতে তাৰ ঘৰৰ সন্মুখত মই তাক লগ ধৰিমগৈ।

তোমাৰেই এন্।

শুক্ৰবাৰ, ৩ জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱাকালি হেৰী মোৰ মা-দেউতাৰ লগত চিনাকি হবলৈ আহিছিল। মই ক্ৰীম কে'ক, মিঠাই, চাহ আৰু হৰেক ৰকমৰ বিস্কুট আদি যোগাৰ কৰিছিলোঁ। কিন্তু হেৰী আৰু মোৰ দুইজনৰে চাহৰ টেবুলত বেচি সময় মনে মনে বহি থকাৰ ইচ্ছা নাছিল। সেইকাৰণে উঠি অলপমান ফুৰিবলৈ বুলি ওলাই গলোঁ। যেতিয়া আমি উলটি আহিলোঁ তেতিয়া আঠ বাজি দহ মিনিট গৈছে। ইমান পৈৰি কৰা দেখি দেউতাৰ খুব খং উঠিল; কাৰণ আমাৰ ইহুদীবিলাকৰ কাৰণে ৮ বজাৰ পাছত বাহিৰত থকাটো একেবাৰে

নিৰাপদ নহয়। গতিকে মই ভৱিষ্যতে ৮ বাজিবলৈ দহ মিনিট থাকোঁতেই ঘূৰি আহিম বুলি প্ৰতিজ্ঞা কৰাতহে দেউতাৰ খং মাৰ গ'ল।

কালিলৈ হেৰীয়ে মোক তেওঁলোকৰ ঘৰলৈ মাতিছে। মোৰ বান্ধৱী 'জোপী'য়ে ( Jopie ) সদায় মোক হেৰীৰ কথা কৈ জোকায়। কিন্তু সঁচাকৈয়ে মইতো প্ৰেমত পৰা নাই। মোৰ লৰা বন্ধু থকাত কাৰো একো আচৰিত হবলগীয়া কথা নাই। কিন্তু যদি এজন মাত্ৰ লৰা বন্ধু বা মাৰ ভাষাত 'ফুলবাবু' থাকে তেতিয়া কথাটো অৱশ্যে অলপমান বেলেগ দেখায়।

ইভাই ( Eva ) কৈছিল হেৰী হেনো এদিন ইভাহঁতৰ ঘৰলৈ গৈছিল। তেতিয়া তাই হেৰীক সুধিলে—"তুমি এন্ আৰু ফেনীৰ ভিতৰত কাক বেচি ভাল পোৱা?" হেৰীয়ে উত্তৰ দিলে, "তোমাৰ লোকৰ কথা জানিবলৈ কি দৰকাৰ?" তাৰ পাছত বহুত সময় দুয়ো মনে মনে বহি থাকিল। হঠাৎ হেৰী যাবলৈ উঠি ক'লে "শুনি লোৱা, এন্‌ক মই বেচি ভাল পাওঁ, এতিয়া ভাল পাইছানে? কাকো কিন্তু নকবা।" এইবুলি সি জাপ মাৰি ওলাই গ'ল।

হেৰী মোৰ প্ৰেমত পৰিছে সেইটো ঠিক। মইয়ো প্ৰেমৰ এই নতুন সোৱাদটো বেচ উপভোগ কৰিছোঁ। মাৰ্গটে হেৰীক বৰ ভদ্ৰ লৰা বুলি সদায় কয়। মাৰ্গটৰ কথাটো সঁচা; কিন্তু হেৰী ভদ্ৰতকৈও আৰু অলপ বেচি। মাও হেৰীৰ প্ৰশংসাত পঞ্চমুখ: হেৰী এটা ধুনীয়া, মৰম লগা, মাৰ্জিত স্বভাৱৰ লৰা। আমাৰ গোটেই পৰিয়ালটোৱেই হেৰীক ভাল পায়। সিও আমাৰ ঘৰৰ সকলোকে ভাল পায়। কিন্তু মোৰ বান্ধৱী কিজৰীৰ ওপৰত হেৰীৰ ধাৰণা বৰ ভাল নহয়। তাৰ মতে সিহঁত বৰ কেচুৱা ছোৱালীৰ নিচিনা। সেই কথা অৱশ্যে একেবাৰে সঁচা।

তোমাৰেই এন্।

দেওবাৰ বাতিপুৱা, ৫ জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱা শুক্ৰবাৰে ইহুদী নাট্যশালাত আমাৰ পৰীক্ষাৰ ফলাফল ঘোষণা কৰা হ'ল। মোৰ ৰিজাল্ট বেয়া নহয়; অৱশ্যে মই ইয়াতকৈ বেছি আশা কৰিব নোৱাৰোঁ। এলজেব্ৰাত ৫০ নম্বৰ, দুটা বিষয়ত ৬০-ৰ ঘৰত আৰু বাকীবিলাকত ৭০-ৰপৰা ৮০-ৰ ভিতৰত পাইছোঁ। ঘৰত সকলোৱে মোৰ ৰিজাল্ট পাই আনন্দ পালে। মোৰ মা-দেউতা কিন্তু নম্বৰৰ প্ৰতি একেবাৰে উদাসীন। তেওঁলোকৰ মতে নম্বৰ যিমানেই যি নাপাওঁ, মাত্ৰ মই স্ফুৰ্ত্তিত হাঁহি-মাতি অথচ ভাল ছোৱালীৰ দৰে থাকিলেই হ'ল; বাকীবোৰ নিজেই ঠিক হৈ যাব। মোৰ দৃষ্টিভঙ্গী কিন্তু একেবাৰে বিপৰীত। পৰীক্ষাত বেয়া নম্বৰ পাই গাধা ছোৱালীৰ দৰে শেষৰ বেঞ্চত বহি থকাটো মোৰ অকণো ভাল নালাগে। নিয়ম মতে মই মণ্টেচৰী স্কুলৰ সপ্তম শ্ৰেণী পাব লাগিছিল। কিন্তু মোক ইহুদী হাইস্কুলত ভৰ্ত্তি কৰা হ'ল। যেতিয়া আমি ইহুদী লৰা-ছোৱালীবিলাক ইহুদী স্কুললৈ যোৱাটো বাধ্যতামূলক হ'ল তেতিয়া স্কুলৰ প্ৰধান শিক্ষকে বহুত ধৰাৰ মূৰত কেইটামান চৰ্ত্তত্তহে মোক আৰু লাইচক স্কুলত নাম লগাবলৈ দিলে। আমি ভাল ৰিজাল্ট কৰাৰ ওপৰত তেওঁ আস্থা প্ৰকাশ কৰিছিল। তেওঁৰ এই আশাত চেঁচাপানী চলাৰ মোৰ ইচ্ছা নাই। মোৰ বাইদেউ মাৰ্গটৰ ৰিজাল্টো পালোঁ। তাইৰ ৰিজাল্ট খুব ভাল। ভাল হ'বই, তাই যিহে চোকা, আমাৰ স্কুলত বৃত্তি দিয়াৰ ব্যৱস্থা থকাহেঁতেন তাই নিশ্চয় পালেহেঁতেন।

দেউতা কেইদিনমানৰপৰা প্ৰায় ঘৰতে আছে; কাৰণ ব্যৱসায় সংক্ৰান্তৰ কোনো কাম তেনেকৈ নাই। এনেকৈ কাম-কাজ নোহোৱাকৈ বহি থকাটো সঁচাকৈয়ে বৰ বিৰক্তিজনক। মিঃ কোফিয়াচে (Mr. Koophuis) ট্ৰেভিচ (Travies) কোম্পানী

আৰু মিঃ ক্রেলাৰে ( Mr. Kraler ) কোলেন কোম্পানী ( Kolen & Co. ) চলাবলৈ লৈছে। কেইদিনমানৰ আগত এদিন দেউতা আৰু মই বাগানত ফুৰি থাকোঁতে কথাৰ মাজতে হঠাৎ দেউতাই মোক আমাৰ গুপ্তস্থানত লুকাবলৈ যোৱাৰ প্রস্তুতিৰ কথা ক'লে। মই দেউতাক সুধিলোঁ "এতিয়াই আপুনি কিয় এনে কথা কৈছে?" তেতিয়া দেউতাই ক'লে, "ঠিকেই কৈছোঁ, এন্‌, আজি প্রায় এবছৰৰ আগৰপৰা আমাৰ যাবতীয় বস্তুবোৰ এটা এটাকৈ লোকৰ ঘৰত থৈছোঁ। সেই কথা তই জান। কিয়নো জার্মানইঁতে আমাৰ বস্তুবোৰ হস্তগত কৰাটো আমি ইচ্ছা নকৰোঁ। আমি নিজে সিহঁতৰ হাতত ধৰা পৰাটো আৰু নিবিচাৰোঁ। গতিকে সিহঁতে আমাক বিচাৰি অহাৰ আগতেই আমি লুকাই পৰিম।"

দেউতাই কথাবোৰ ইমান গহীনকৈ কোৱা দেখি সঁচাকৈয়ে মোৰ বৰ ভয় লাগিল। দেউতাক সুধিলোঁ, "আমাৰ যোৱাটো কেতিয়া হ'ব?"

দেউতাই ক'লে, "তই সৰু ছোৱালী, এই বিষয়ে চিন্তা কৰিব নালাগে। আমি সময়মতে ঠিক্‌ঠাক কৰিম। সময় থাকোঁতেই যিমান পাৰ স্ফূর্তি কৰি ল।" এই কথা শুনি মই ভগবানক খাটিছিলোঁ সেই ভয়াবহ দিনবোৰ যেন আৰু দূৰ—বহু-দূৰ হয়।

তোমাৰেই এন্‌

বুধবাৰ, ৮ জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱা দেওবাৰৰপৰা আজিলৈকে এই কেইদিনৰ ভিতৰত ইমানবোৰ ঘটনা ঘটি গ'ল যে ভাবিলে এটা যুগ পাৰ হৈ গোটেই পৃথিবীখন ওলট-পালট হোৱা যেন লাগে। কিন্তু তথাপিও যে মই এই পৰিস্থিতিত জীয়াই আছোঁ, আৰু এই জীয়াই থকাটোৱেই এতিয়া এটা ডাঙৰ কথা বুলি দেউতাই কয়।

যদিও মই জীয়াই আছোঁ, ক'ত আৰু কি ধৰণেৰে জীয়াই আছোঁ, বুজাই নকলে তুমি জানিব নোৱাৰা। দেওবাৰে আবেলি কি কি ঘটনা হৈ গ'ল কওঁ শুনা—

তিনিমান বজাত হেৰী গুচি যোৱাৰ পাছত মই বাৰান্দাত ৰ'দ লৈ বহি হাতত এখন কিতাপ লৈ এনেয়ে চাই আছিলোঁ। তেতিয়া কোনোবাই বাহিৰত হেনো কলিং বেল টিপিলে। মই কিন্তু শুনা নাছিলোঁ। অলপ পাছত উত্তেজিত হৈ মাৰ্গট পাকঘৰৰ দুৱাৰমুখ পালেহি আৰু ফুচ্‌ফুচাই ক'লে, "জাৰ্মানৰ গুপ্ত পুলিচে দেউতাক বিচাৰিছে। মা ইতিমধ্যে মিঃ ভান্ ডানৰ ( Mr. Van Dann ; দেউতাৰ লগত একেলগে ব্যৱসায় কৰা বন্ধু এজন ) লগত আলোচনা কৰিবলৈ গ'ল।" কথাটো শুনি মই বৰ ভয় খালোঁ ; কাৰণ মাতি পঠোৱাৰ অৰ্থ সকলোৱে জানে। মোৰ চকুৰ আগত বন্দীশিবিৰ, আন্ধাৰ কুঠৰী, এটা এটাকৈ ভাঁহিবলৈ ধৰিলে, আমি দেউতাকনো কোন সতেৰে মৃত্যুৰ মুখলৈ ঠেলি দিম ? মই এইবোৰ কথা ভাবি থাকোঁতে মাৰ্গটে আকৌ ক'লে, "মাতিলেও দেউতা নিশ্চয় নাযায়। মায়ে ভান্ ডানৰ লগত আমি লুকাবলৈ কালিলৈকে যোৱাটো ভাল হ'বনেকি, তাৰ কথাকে আলোচনা কৰিবলৈ গৈছে। ভান্ ডানৰ পৰিয়ালটোও আমাৰ লগতে লুকাবলৈ যাব। এতিয়া আমি সৰ্ব্বমুঠ ৭ জন মানুহ হ'ম।" তাৰ পাছত আমাৰ দুয়োৰো মাত-বোল নাই। মনে মনে দেউতাৰ কথাকে ভাবিবলৈ ধৰিলোঁ। এতিয়ালৈকে দেউতাই মাতি পঠোৱাৰ কথা গমেই পোৱা নাই। তেওঁ ইহুদী দাতব্য সংস্থালৈ ( Joodse Invalide ) কিছুমান পুৰণা বন্ধুক লগ ধৰিবলৈ গৈছে। মাৰ কাৰণে বৈ বৈ আমি ভয়, উত্তেজনা আৰু নীৰৱতাৰ মাজেৰে সময়বোৰ কটাব ধৰিলোঁ।

হঠাৎ আকৌ বাহিৰৰ ঘণ্টা বাজি উঠিল। মই, হেৰীয়ে বজাইছে বুলি ধৰিব পাৰি ক'লোঁ, "সেইয়া হেৰী আহিছে"। মাৰ্গটে মোক পাছ-কালৰপৰা টানি ক'লে, "দুৱাৰ নুখুলিবি।" তেনেতে

মা আৰু ভান্ ডানে হেৰীৰ লগত কথা পতা শুনিলোঁ। অলপ পাছত হেৰীক পঠাই ভান্ ডান ভিতৰলৈ সোমাই দুৱাৰখন বন্ধ কৰি দিলে। তেতিয়াৰপৰা যিমান বাৰেই বাহিৰৰ ঘণ্টা বাজি উঠে, মাৰ্গট বা মই মনে মনে ভাবিলোঁ গৈ চাই আহোঁ, দেউতা আহিছে, নে অন্য কোনোবাই ঘণ্টা বজাইছে। কাৰণ মায়ে কৈছিল যে দেউতাৰৰ বাহিৰে আন কাকো দুৱাৰ খুলি দিব নালাগে।

মাৰ্গট আৰু মোক বাহিৰলৈ পঠাই দি, মিঃ ভান-ডানে মাৰ লগত আলোচনা কৰিবলৈ ধৰিলে। তেতিয়া আমি দুয়ো শোৱাকোঠালৈ গুচি আহিলোঁ। মাৰ্গটে মোক ক'লে যে আচলতে দেউতাক নহয়, তাইকহে মাতি পঠোৱা হৈছে। কথাটো শুনি মোৰ ইমান ভয় লাগিল যে মই কান্দিবলৈ ধৰিলোঁ। মাৰ্গটৰ বয়স ষোল্ল বছৰ। এই বয়সৰ ছোৱালী সিহঁতে অকলে ক'লৈ নিব? কিন্তু আমি যে অতি সোনকালে লুকাবলৈ যাম, সেইবাবে মাৰ্গট সিহঁতৰ হাতৰপৰা ৰক্ষা পাব। দেউতাই হয়তো এই কথা আগতেই জানিছিল। সেই কাৰণে মোৰ আগত লুকাবলৈ যোৱাৰ কথা এদিন কৈছিল। এই কথা মায়েও কৈছে।

লুকাবলৈ যাম—ক'ত যাম, কেনেকৈ যাম, গাঁৱতনে চহৰত, ডাঙৰ ঘৰত নে জুপুৰীত—এনে ধৰণৰ বহুত প্ৰশ্নই মোক জুমুৰি দি ধৰিলেও, এই বিষয়ে কাকো সুধিবলৈ নিষেধ আছিল। কিন্তু এই প্ৰশ্নবোৰ মোৰ মনৰপৰা কোনো পধ্যেই আঁতৰাব নোৱাৰিছিলোঁ। মাৰ্গট আৰু মই আমাৰ অতি লাগতিয়াল বস্তুবোৰ স্কুললৈ নিয়া মোনাত সামৰিব ধৰিলোঁ। প্ৰথমে যি বস্তুটো মোনাত ভৰালোঁ, সেইটো হ'ল মোৰ এই মৰমৰ 'ডায়েৰীখন'। অন্য বস্তুবোৰ হ'ল— চুলি ভাজ কৰা কিলিপ, ৰুমাল, স্কুলৰ কিতাপখিনি আৰু পুৰণা কিছুমান চিঠি। গুপ্তস্থানত লুকাবলৈ যোৱাৰ সময়ত এনেবোৰ বস্তু সামৰিবলৈ যোৱাটো হয়তো দেখাত আচৰিত যেন লগা হ'ব পাৰে। কিন্তু মোৰ কাৰণে ভাল পোছাকতকৈ স্মৃতি জড়িত বস্তুবোৰ আছিল বেছি মূল্যবান।

আবেলি পাঁচ বজাত দেউতা পালেহি আৰু মিঃ কোফিয়াচক (Koophius) আমাৰ ঘৰলৈ আহিবলৈ ফোন কৰিলে। ভান্ ডান গৈ মিয়েপক (Miep) লৈ আনিলেগৈ। ১৯৩৩ চনৰপৰা মিয়েপে দেউতাৰ কাৰ্যত কাম কৰা বাবে দেউতাৰ লগত খুব ভাল চিনাকি; লগতে তেওঁৰ নতুনকৈ বিয়া হোৱা স্বামী হেঙ্কৰো (Henk) ভাল সম্পৰ্ক আছে। মিয়েপ আহি জোতা, পিন্ধা কাপোৰ, কোট মোজা ইত্যাদি সৰুসুৰা বস্তুবোৰ তেওঁৰ হাতৰ মোনাত ভৰাই গধূলিকৈ উলটি আহিম বুলি গুচি গ'ল। গোটেই ঘৰখনত কাৰো মাত-বোল নাই; নিঃসাৰ নিস্তব্ধ হৈ পৰিল। সেইদিনা কাৰো একো খোৱা নহ'ল। যথেষ্ট গৰম আছিল। চাৰিওফালৰ ঘটনাবোৰ অদ্ভুত যেন লাগিছিল। আমাৰ ঘৰৰ ওপৰৰ কোঠা এটাত, ত্ৰিশ বছৰীয়া বিবাহ-বিচ্ছেদ কৰা মিঃ গওদ্‌স্মিট্ (Mr. Goudsmit) নামৰ এজন মানুহক ভাৰা দিয়া হৈছিল। সেইদিনা গধূলি, তেওঁৰ অন্য কাম নথকাত, দহ বজালৈকে আমাৰ ঘৰতে বহি থাকিল। শেষত উপায় নাপাই, আমিয়েই অলপ টান কথা কৈ পঠাই দিব লগা হ'ল। এঘাৰ বজাত গিৰীয়েকৰ সৈতে মিয়েপ উলটি আহিল। আকৌ আগৰ বাৰৰদৰে জোতা-মোজা, পিন্ধা কাপোৰ, গাত লোৱা কাপোৰ আদি বস্তুবোৰ মিয়েপৰ বেগত আৰু গিৰীয়েকৰ কোটৰ জেপত ভৰাই দুয়ো পুনৰ চাৰে এঘাৰমান বজাত গুচি গ'ল। চিন্তা আৰু উত্তেজনাত মোৰ বৰ ভাগৰ লাগিছিল। আজি ৰাতিয়েই মোৰ এই বিচনাত শোৱাটো শেষ ৰাতি বুলি জানিও বিচনাত পৰা মাত্ৰকে টোপনিত লালকাল দিলোঁ। পাচদিনা পুৱা চাৰে পাঁচ বজাত মায়ে মতাতহে সাৰ পাইছিলোঁ। ভাগ্যে সেইদিনা গোটেই দিনটো অলপ অলপ বৰষুণ দিয়া বাবে দেওবাৰৰ সমান গৰম নাছিল।

আমি জাপে জাপে কাপোৰ পিন্ধি ওলালোঁ, যেনিবা উত্তৰ মেৰুলৈহে যাত্ৰা কৰিম। এনেকৈ পিন্ধাৰ কাৰণ হ'ল—যিমান পৰা যায় নিজৰ গাতে কাপোৰ লৈ যোৱা। কিয়নো আমাৰ

অলপ্‌তাৰ ইহুদীসকলে কাপোৰ ভৰোৱা চুটকেচ হাতত লৈ ওলাই যোৱাটো সপোনৰো অগোচৰ। দুটা তিনটাকৈ পায়জামা, চেমিজ, ফ্ৰক, স্কাৰ্ট, কোট, জোতা-মোজা একেলগে পিন্ধি মোৰ উশাহ নোপোৱা যেন লাগিছিল। কিন্তু কোনেও এই বিষয়ে প্ৰশ্ন নকৰিলে।

মাৰ্গটে নিজৰ স্কুলৰ মোনাত কিতাপ ভৰাই, নিজৰ চাইকেলত উঠি মিয়েপৰ পাছে পাছে, মোৰ মানত, কোনো এক অজান ঠাইলৈ যাত্ৰা কৰিলে। আমাৰ লুকাবলৈ যোৱা গুপ্তস্থান ক'ত মই তেতিয়ালৈকে জনা নাছিলোঁ। চাৰে সাত বজাত আমাৰ ঘৰৰ দুৱাৰ বন্ধ কৰা হ'ল। মোৰ মৰমৰ মেকুৰী মূৰ্ত্তিহে (Moortie) একমাত্ৰ প্ৰাণী আছিল, যাৰ ওচৰত মই যাবৰ সময়ত বিদায় মাগিলোঁ। মই আমাৰ ওচৰত থকা গওল্‌স্মিট্‌ক মেকুৰীটো চাবলৈ অনুৰোধ জনাই এখন চিঠি লিখি থৈ গ'লোঁ।

খোৱা টেবুলত মেকুৰীটোৰ বাবে এক পাউণ্ড মাংস, অন্য খোৱা বস্তু এনেয়ে পৰি আছিল। বিচনা চাদৰ সোত-মোহ হৈয়ে পৰি থাকিল। ঘ'ৰ বস্তু ত'তে এৰি আমি গুচি আহিলোঁ। আমাৰ সেই সময়ত একমাত্ৰ চিন্তা আৰু উদ্বেগ আছিল— কেনেকৈ নিৰাপদে সেই ঠাইৰপৰা পলাই যাব পাৰোঁ। আজিলৈ ইমানেই। কালিলৈ আকৌ লিখিম।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ৩ জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

ধাৰাসাৰ বৰষুণত তিতি তিতি, মই, মা আৰু দেউতাই একো একোটা মোনাত নানান ধৰণৰ লাগতিয়াল বস্তু হেচি হেচি ভৰাই লৈ বাটলৈ ওলাই আহিছিলোঁ। আমাৰ দুৰৱস্থা দেখি বাটৰ সকলো মানুহৰ চকুৱে-মুখে সহানুভূতিৰ ভাব ফুটি উঠা দেখিছিলোঁ।

কিন্তু তেওঁলোকে যে আমাক কোনো উপায়েৰে সহায় কৰিব নোৱাৰে! কাৰণ আমাৰ কোটৰ ওপৰত মাৰি থোৱা হালধীয়া তৰাই স্পষ্ট প্ৰমাণ কৰিছিল যে আমি ইহুদী আৰু আমাক কোনো প্ৰকাৰে সহায় কৰাটো আইন-বিৰোধী।

বাস্তাৰে ওলাই অহাৰ পাছতহে মা-দেউতাই মোক আমাৰ লুকাবলৈ যোৱাৰ পৰিকল্পনাৰ কথা এটা এটাকৈ ক'বলৈ ধৰিলে, কেইবা মাহৰ আগৰপৰা আমাৰ লাগতিয়াল বস্তুবোৰ এপদ্ এপদ্‌কৈ নি, ষোল্ল জুলাই মানত নিজে লুকাবলৈ যাব পৰাকৈ সকলো ব্যৱস্থা কৰা হৈছিল। কিন্তু দেউতাক মাতি পঠোৱাৰ বাবে খৰখেদাকৈ দহ দিনৰ আগতে যাব লগা হ'ল। সেইবাবে আমি লুকাবলৈ যোৱা ঠাইডোখৰ এতিয়ালৈকে সম্পূৰ্ণ ঠিকঠাক কৰিবপৰা নাই। আমি নিজে গৈহে বাকী থকাখিনি কৰিব লাগিব। লুকাবলৈ লোৱা ঠাইডোখৰ দেউতাৰ অফিচ্ ঘৰৰ ভিতৰতেই। বাহিৰৰপৰা ঘৰটোৰ অৱস্থিতি বুজিবলৈ টান। মই তোমাক এই বিষয়ে পাছত বহলাই ক'ম। দেউতাৰ লগত কাম কৰা মানুহৰ সংখ্যা বৰ বেছি নহয়। তাত কাম কৰা মিঃ ক্ৰেলাৰ (Mr. Kraler), কোফিয়াচ (Koophius), মিয়েপ (Miep) আৰু ২৩ বছৰীয়া টাইপিষ্ট এলি ভোছেনে (Elli Vossen) আমি ইয়ালৈ অহা কথাটো জানে। কিন্তু এলিৰ বাপেক মিঃ ভোছেন (Mr. Vossen) আৰু তাত কাম কৰা আন দুজন লৰাক এই বিষয়ে একো গম দিয়া নাই।

মই এতিয়া ঘৰটোৰ বৰ্ণনা দিওঁ, শুনা। তলৰ মহলাত এটা ডাঙৰ কোঠা আছে। সেইটো গুদাম ঘৰৰ দুৱাৰৰ ওচৰতেই আমি থকা ঘৰৰ প্ৰথম দুৱাৰ। প্ৰথম দুৱাৰেদি গৈ আৰু এখন সৰু দুৱাৰ পায়। এই দুৱাৰেদি সোমাই, পোনে পোনে গ'লেই এটা চিৰি পায় (এই চিৰিক "ক" চিৰি বুলি কৈছোঁ)। সেই চিৰিয়েদি উঠি গ'লে অস্বচ্ছ আইনাৰ দুৱাৰ এখন পোৱা যায়।

তাৰ ওপৰত ক'লা আখৰেৰে "অফিচ্" বুলি লিখা আছে। এই প্ৰকাণ্ড মুকলি ঘৰটোৱেই হ'ল প্ৰধান অফিচ্, দিনৰ বেলাত এলি, মিয়েপ আৰু কোফিয়াচে এই অফিচত বহি কাম কৰে। প্ৰধান অফিচৰ কাষত থকা আলমাৰী আৰু বাকচ আদিৰে ভৰ্ত্তি, সৰু আন্ধাৰ কোঠাৰ মাজেদি গ'লে দ্বিতীয়টো অফিচ্ পোৱা যায়। আগতে মিঃ ক্ৰেলাৰ আৰু ভান্ ডান এই অফিচত বহি কাম কৰিছিল। এতিয়া মাত্ৰ ক্ৰেলাৰ তাত বহি থাকে। ক্ৰেলাৰৰ অফিচলৈ পোনে পোনে সোমাব নোৱাৰি। ভিতৰেদি খুলিবপৰা আইনাৰ দুৱাৰেদিহে সোমাব পাৰি।

ক্ৰেলাৰৰ অফিচৰপৰা এটা দীঘল ঠেক বাটেৰে কয়লাৰ গুদামৰ কাষেদি পাৰ হৈ, চাৰিটামান চিৰি উঠি, অলপ আগবাঢ়ি গ'লেই, ভিতৰৰ অফিচ্ পোৱা যায়। এই অফিচ্‌টো ৰেডিঅ', কাৰ্পেট, লেম্প আৰু ভাল কাঠৰ আচ্‌বাবেৰে ধুনীয়াকৈ সজোৱা, ইয়াৰ ওচৰৰ দুৱাৰেদি সোমালেই গেচ-ষ্ট'ভ, পানী গৰম কৰা, আদি সা-সুবিধা থকা পাক্‌ঘৰ পোৱা যায়। পাক্‌ঘৰৰ লগালগিকৈ পায়খানা, গা ধোৱা ঘৰ আদিৰ ব্যৱস্থা আছে। এইয়ে হ'ল প্ৰথম তলাৰ বিৱৰণ।

এটা কাঠৰ চিৰিয়েদি (এই চিৰিক "খ" চিৰি বুলি কৈছোঁ) প্ৰথম তলৰপৰা দ্বিতীয় তললৈ উঠিব পাৰি। উঠিয়েই এটুকুৰা খালি বাৰাণ্ডাৰ নিচিনা ঠাই পোৱা যায়। সেই বাৰাণ্ডাৰ সোঁৱে বাওঁৱে দুখন দুৱাৰ। বাওঁফালৰ দুৱাৰেদি সোমালে গুদাম ঘৰ আৰু আগফালৰ বাৰাণ্ডা কোঠা পোৱা যায়। দাঁতিৰ এটা ঠেক চিৰিয়েদি ("গ" চিৰি) উঠি গ'লে এখন দুৱাৰ পোৱা যায়। এই দুৱাৰ খুলিলেই আগফালৰ ৰাস্তা চকুত পৰে।

সোঁ ফালৰ দুৱাৰেদি সোমালে আমাৰ "গুপ্তগৃহ" (Secret Annexe) পোৱা যায়। এই ধোঁৱা বৰণৰ সাধাৰণ দুৱাৰৰ পাছফালে যে ইমানবোৰ কোঠা থাকিব পাৰে বাহিৰৰপৰা কোনেও

অনুমান কৰিব নোৱাৰে। কেইটামান চিৰি উঠি সেই দুৱাৰেদি সোমালেই, আমি ভিতৰ পামগৈ।




এই দুৱাৰৰ পাছফালে কেইটামান ঠেক চিৰি আছে ("গ" চিৰি)। বাওঁফালৰ এটা ঠেক বাস্তাইদি গ'লে সক কোঠা এটা পোৱা যায়। এইটোৱেই হ'ল—আমাৰ ফ্ৰাংক পৰিয়ালৰ বহা-শোৱা কোঠা। ওচৰতে আৰু এটা কোঠা আছে। সেইটো হ'ল জীয়েক দুগৰাকীৰ পঢ়া আৰু শোৱা কোঠা। ইয়াৰ সোঁ-ফালে এটা খিড়িকী নথকা পানী আৰু ধোৱা-পখলাৰ ব্যৱস্থা থকা কোঠা আৰু লগতে গা ধোৱা ঘৰ, পায়খানা আদিৰ ব্যৱস্থাও আছে। সেই কোঠাৰ মাজেদিও মোৰ আৰু মাৰ্গটৰ কোঠালৈ আহিব পাৰি। কেইটামান চিৰি উঠিয়েই, ওপৰৰ দুৱাৰখন খুলিলেই, এটা ডাঙৰ

আহল বহল মুকলি কোঠা পোৱা যায়। কোঠাটো আগতে "লেব'ৰেটাৰী" হিচাপে ব্যৱহাৰ কৰা হৈছিল কাৰণে এতিয়াও গেচ-ষ্টভ আৰু ধোৱা-পখলাৰ ব্যৱস্থা আছে। এই কোঠাটোৱেই হ'ল ভান্ ডান দম্পতিৰ ৰন্ধা, থকা, শোৱা-বহা কোঠা।

ওচৰৰে সৰু বাবাণ্ডাৰ কোঠাটো পিটাৰ ভান্ ডানৰ ( Peter Van Daan ) থকা কোঠা। তাৰ সন্মুখতে ডাঙৰ বাবাণ্ডাৰ কোঠা আছে। আমাৰ ধুনীয়া "গুপ্তগৃহ"ৰ বৰ্ণনা ইমানেই।

তোমাৰেই এন্

শুক্ৰবাৰ, ১০ জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

আমাৰ গুপ্তগৃহৰ দীঘল বৰ্ণনাই তোমাক হয়তো বিৰক্ত কৰিছে। কিন্তু তথাপি আমি কেনেকৈ, কোনখিনি পালোঁহি সেই বিষয়ে তোমাৰ জনাৰ দৰকাৰ বুলি ভাবিয়েই লিখিলোঁ।

মোৰ কথাখিনি এতিয়াও শেষ হোৱা নাই। আমি 'প্ৰিন্সেন-গ্ৰেষ্ট' ( Prinsengracht ) আহি পোৱাৰ লগে লগে মিয়েপে আমাক নি "গুপ্তগৃহ"ত ভৰাই বাহিৰৰপৰা দুৱাৰ মাৰি দিলে। আমি অকলশৰীয়া হৈ পৰিলোঁ। মাৰ্গট আগতেই চাইকেলেৰে আহি, আমালৈ বাট চাই আছিল। আমাৰ থকা কোঠাকে আৰম্ভ কৰি, সকলোবোৰ কোঠা বৰ্ণনাতীত ভাৱে আবৰ্জনাৰে ভৰপূৰ হৈ আছিল। বোৱা এমাহ ধৰি পঠাই থকা বাকচ কাপোৰ আদি সকলোবোৰ বস্তু অ'ত ত'ত বিশৃংখল ভাবে পৰি আছিল। কোঠাটো অলপ আৰামেৰে শোৱাৰ উপযোগী কৰিব-লৈকে, আহিয়েই আমি বস্তুবোৰ ঠিকঠাক কৰাত লাগি গ'লোঁ। মা আৰু মাৰ্গটৰ দুখ-বেজাৰ আৰু পৰিশ্ৰমত ইমান্ ভাগৰ লাগিছিল যে একো ঠিক নকৰাকৈ, নগতা বিচনাতে তেওঁলোক

শুই পৰিল। মই আৰু দেউতাইহে সকলো বস্তু সামৰিবলৈ লাগিলোঁ।

গোটেই দিনটো বাকচ খুলি কাপোৰ জাপি, বয়বস্তবোৰ সামৰি, কোঠাটো পৰিপাটি কৰিলোঁ। তেতিয়াহে ৰাতিটো চকা বিচনাত শুব পৰা গ'ল। গোটেই দিন একো গৰম বস্তু আমাৰ পেটত পৰা নাছিল। কিন্তু তাৰ কাৰণে একো চিন্তা কৰা নাছিলোঁ। মা আৰু মাৰ্গট ইমান ক্লান্ত হৈ গৈছিল। কিন্তু দেউতা আৰু মই ইমান ব্যস্ত আছিলোঁ যে খোৱাৰ কথা কাৰোৰেই মনতপৰা নাছিল।

মঙ্গলবাৰে ৰাতিপুৱাৰপৰা আগদিনাৰ বাকী থকা কামখিনি আমি কৰিবলৈ লাগি গ'লোঁ। এলি আৰু মিয়েপে আমাৰ কাৰণে খোৱা বস্তু গোটাই আনিলে। দেউতাই আমাৰ থকা ঘৰ বাহিৰৰপৰা দেখা নাপাবৰ বাবে "ব্লেক্ আউট" ( black-out )ৰ ব্যৱস্থা কৰিলে। আমি মজিয়াখন সাৰি পুছি চাফা কৰিলোঁ। এইদৰে ইটো সিটো কৰি দিনটো কটাই দিলোঁ।

আমাৰ জীৱনত যে ইমান সোনকালে, ইমান এটা ডাঙৰ পৰিৱৰ্তন হ'ল, যোৱা বুধবাৰলৈকে সেইকথা ভাবিবলৈকে সময় নাপালোঁ। সেই দিনহে প্ৰথমবাৰৰ বাবে গোটেই ঘটনাবোৰ উপলব্ধি কৰিব পাৰিলোঁ আৰু লগে লগে তোমালৈও লিখিলোঁ। আৰু যে কত কি ঘটিবলৈ আছে!

তোমাৰেই এন্

শনিবাৰ, ১১ই জুলাই, ১৯৪২ চন

মৰমৰ কিট্টী,

মা, দেউতা আৰু মাৰ্গট ওৱেষ্টাৰটৰেণ ঘড়ীটোৰ ( Westertoren clock ) পোন্ধৰ মিনিটৰ অন্তৰে অন্তৰে কোবোৱা টং টং শব্দটো শুনাত এতিয়াও অভ্যস্ত হোৱা নাই। মই কিন্তু সোনকালেই

অভ্যস্ত হ'লোঁ। প্ৰথমবৰপৰাই এই শব্দটো মোৰ ভাল লাগিল। ৰাতিৰ গভীৰ নিৰ্জনতা ভেদ কৰি অহা এই শব্দটো মোৰ কোনো এক বন্ধুৱে 'মই জাগি আছোঁ' বুলি কৈ সহাৰি দিয়া যেন লাগে। এইদৰে হঠাৎ 'নিখোজ' হৈ গৈ কেনে লাগে তোমাৰ হয়তো জানিবলৈ মন গৈছে। কিন্তু সেই কথা মই নিজেও এতিয়ালৈকে বুজিব পৰা নাই। এই ঠাইত যে মই ঘৰৰ নিচিনা সহজ হ'ব পাৰিম—আশা নাই, সেই বুলি ইয়াত থাকি যে বেয়া পাইছোঁ তেনেও নহয়। মোৰ এতিয়া ঠিক বন্ধৰ দিনত কোনোবা এখন বেলেগ ধৰণৰ ছাত্ৰীবাসত থকাৰ নিচিনা লাগিছে। তুমি হয়তো মোৰ এইটো এক ধৰণৰ বলিয়ালি বুলি ভাবিব পাৰা। মই কিন্তু যেনে ধৰণেৰে অনুভৱ কৰিছোঁ, তেনেধৰণেৰে লিখিছোঁ। এই 'গুপ্তগৃহ' লুকাবৰ কাৰণে বঢ়িয়া ঠাই। যদিও ঘৰটোৰ এটা ফাল হেলনীয়া আৰু জেকা, তথাপি গোটেই আমষ্টাৰডামতে (Amsterdam) নালাগে, হলেণ্ডতো (Holland) চাগৈ এনে ধৰণৰ সুবিধাজনক ঠাই নোলাব। আমাৰ সৰু কমটোৰ বেৰত প্ৰথম দিনা একো নথকা বাবে বৰ খালি খালি লাগিছিল। ভাগ্যে দেউতাই আগতেই মই সংগ্ৰহ কৰি ৰখা কিছুমান চিত্ৰ-তাৰকাৰ ছবি, আৰু অন্যান্য কিছুমান ৰঙচঙীয়া ছবি আনি থৈছিল। মই সেইবোৰকে বেৰত এঠা দি লগাই বেৰখন ধুনীয়া কৰি পেলালোঁ। এতিয়াহে ঘৰটোত থাকি ভাল লগা হ'ল। ভান্ ডান পৰিয়াল আহিলে আমি এটিচৰ (attic)পৰা কেইটুকুৰামান কাঠ লৈ বেৰত আঁটি থোৱা কিছুমান দেৰাজ আৰু কিছুমান সৰুসুৰা লাগতিয়াল বস্তু সাজিম। তেতিয়া ঘৰটো স্বৰূপতে ঘৰমুৱা হৈ উঠিব।

মা আৰু মাৰ্গটৰ মন আগতকৈ অলপ ভাল হ'ল। মায়ে এতিয়া যথেষ্ট ভাল পোৱাত কালি প্ৰথমবাৰৰ বাবে কিবা অকণমান জোল কৰিবলৈ বুলি চচ্‌পেন জুইৰ ওপৰত তুলি, তলত কথাৰ মহলা মাৰি থাকোঁতে একেবাৰে পাহৰি গ'ল। ফলস্বৰূপে চচ্‌পেনৰ

ভিতৰৰ মটৰবোৰ অলপ এখ্যাৰ হ'ল আৰু এনে ধৰণেৰে লাগি থাকিলে যে ভিতৰৰপৰা উলিয়াবই নোৱৰা হ'ল। মিঃ কোফ্লিয়াটে মোৰ কাৰণে "ইয়ং পিপ'লচ্‌ এনুৱেল" ( Young Peoples' Annual ) নামৰ এখন কিতাপ আনিছে। কালি সন্ধ্যা আমি চাৰিওজনে প্ৰাইভেট অফিচ্‌লৈ গৈ ৰেডিঅ' শুনিছিলোঁ। কিন্তু বাজি উঠাৰ লগে লগে কোনোবাই শুনিব বুলি মোৰ ইমান বেছি ভয় লাগিল যে দেউতাকলৈ একেকোবেই ওপৰ পালোঁহি। মায়েও মই ভয় খোৱা কথাটো বুজি পাই ওপৰলৈ আহিল। ওচৰৰ মানুহে আমাৰ উপস্থিতিটো কেনেবাকৈ গম পাব বুলি খুব ভয় খাইছিলোঁ। পৰ্দাৰ আৱশ্যকতা প্ৰথম দিনাই উপলব্ধি কৰি, মই আৰু দেউতাই একেলগে মিলি বিভিন্ন ধৰণৰ বিভিন্ন আকৃতিৰ কিছুমান কাপোৰ গোটাই অতি অনভ্যস্ত হাতেৰে খৰখেদাকৈ চিলাই, দুৱাৰ-খিড়িকীত পৰ্দাবুলি ওলোমাই দিলোঁ। আমি ইয়াৰপৰা নেযাওঁ মানে সেইবোৰ যাতে এৰাই পৰিব নোৱাৰে তাৰবাবে টানকৈ গজাল মাৰি লগাই দিলোঁ।

আমি থকা ঘৰৰ সোঁফালে ডাঙৰ ব্যৱসায় কেন্দ্ৰ এটা, বাওঁফালে কাঠৰ কাৰখানা এটা আছে। কাম কৰা সময়ৰ বাহিৰে অন্য সময়ত সেই ঠাইবোৰত মানুহ নাথাকে। তথাপি প্ৰাচীৰ ভেদ কৰি আমাৰ শব্দ যায় বুলি আমাৰ অত্যন্ত ভয় লাগে। আনকি মাৰ্গটৰ বৰ বেয়া ধৰণৰ কাহ এটা হৈছে। যদিও ৰাতি আমি তেওঁক কাহিবলৈ নিদিওঁ আৰু বেছি কাহ উঠে বুলি ভয়তে খুব ঔষধ খুৱাইছোঁ। মই মঙ্গলবাৰে কেতিয়া ভান্‌ ডান পৰিয়াল আহে, তাকে আশা কৰি আছোঁ। তেওঁলোক আহিলেহে ইমান নিমাও-মাও নালাগে; অলপ ভাল লাগিব। সন্ধ্যা আৰু ৰাতিৰ নিৰ্জন পৰিবেশটো মই সঁচাকৈয়ে বৰ ভয় কৰোঁ। মোৰ মনত এনেকুৱা লাগে, যেন আমাক ৰক্ষা কৰোঁতাবিলাকৰ এজন যদি ৰাতিটো আমাৰ ইয়াতে থাকিবলৈহেতেন! এনেকৈ বাহিৰলৈ ওলাব নোৱাৰি, একেৰাহে

ভিতৰ সোমাই থাকিব লগাটোৱে কিমান কষ্টকৰ, মই তোমাক বুজাব নোৱাৰোঁ। আকৌ ইয়াত থাকিও কোন্ মুহূৰ্ত্তত ধৰা পৰি গুলী খাই মৰোঁ, সেই কথা ভাবিলেও বুকু কঁপি উঠে। গুদাম ঘৰৰ মানুহে আমি ইয়াত থকাটো কেনেবাকৈ গম পাই বুলি ভয়ত কথা ফুচ্ফুচাই পাতিব লাগে, টিপি টিপি খোজ কাঢ়িব লাগে। কোনোবাই মোক তললৈ মাতিছে। আজিলৈ আহোঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৪ আগষ্ট, ১৯৪২ চন

মৰমৰ কিট্টী,

মই প্ৰায় এমাহমান তোমালৈ লিখা নাই; সঁচাকৈয়ে কবলৈ গ'লে এই সময়ৰ ভিতৰত তোমালৈ লিখিবলৈ একো আমোদজনক কথাই বিচাৰি পোৱা নাই। ভান্ ডানৰ পৰিয়াল ১৩ জুলাইত আহি পালেহি। আমি তেওঁলোক ১৪ তাৰিখে আহিব বুলি ভাবিছিলোঁ। কিন্তু জাৰ্মানবিলাকে ইহুদী ধৰা পেলোৱা অভিযানটো ১৩ৰপৰা ১৬ তাৰিখৰ ভিতৰত ইমান জোৰেৰে চলালে যে তেওঁলোকৰ পক্ষে এদিন পাচত অহাতকৈ এদিন আগত অ৽াটো বেচি নিৰাপদ-জনক বুলি ১৩ তাৰিখেই ওলালহি। ১৩ তাৰিখে ৰাতিপুৱা ৯-৩০ মান বজাত আমি চাহ খাই থাকোতে ভান্ ডানৰ পুতেক পিটাৰ আহিল। তাৰ বয়স এতিয়াও ১৬ বছৰ পুৰা হোৱা নাই; দেখিবলৈ ক্ষীণ-মীন; স্বভাৱত বৰ শান্ত আৰু লাজকুৰীয়া। ইয়াৰ লগত যে স্ফূৰ্ত্তি কৰিবপৰা নহব, দেখিলেই ধৰিব পাৰি। সি তাৰ লগত তাৰ মৰমৰ মেকুৰী মৌচীকো (Mouchi) লৈ আহিছে। প্ৰায় আধাঘণ্টা মানৰ পাছত মিঃ আৰু মিছেচ্ ভান্ ডান আহি পালেহি। আটাইতকৈ হাঁহি উঠা কথা হ'ল যে মিছেচ্ ভান্ ডানে তেওঁৰ টুপীৰ বাকচত এটা ডাঙৰ গামলা ভৰাই আনিছে। গামলাটো লৈ ঘৰ সোমাৱেই মিছেচ্ ভান্ ডানে ক'লে, "এইটো নাথাকিলে মোৰ

ক'তো ঘৰ যেন নালাগে," এইবুলি কৈ তেওঁ গামলাটো নিজৰ ভিভানৰ তলতে থৈ দিলে। মিঃ ভান্ ডানে তেনে ধৰণৰ একো বস্তু অনা নাছিল। মাত্ৰ জপাবপৰা চাহ খোৱা টেবুল এখন কাষলতিৰ তলত ভৰাই আনিছিল।

তেওঁলোক অহাৰ পাছৰপৰা আমি একেলগে খোৱা-বোৱা কৰিবলৈ ধৰিলোঁ। তিনদিন মানৰ পাছতেই এনে লগা হ'ল, আমি যেন সকলো এটা ডাঙৰ পৰিয়ালৰহে মানুহ। ভান্ ডান পৰিয়ালটো আমাতকৈ এসপ্তাহ পাছত অহা কাৰণে তেওঁলোকে আমাক এসপ্তাহৰ ভিতৰত ঘটা বাহিৰৰ জগতৰ বহুত কথা কৈছিল। এই খবৰবোৰৰ ভিতৰত আটাইতকৈ আকৰ্ষণীয় খবৰ আছিল আমি গুচি অহাৰ পাছত আমাৰ ঘৰটো কি হ'ল আৰু আমাৰ ওচৰ চুবুৰীয়া গওদ্স্মিটৰ কি হ'ল। মিঃ ভান্ ডানে কোৱা কথাখিনি হ'ল :—

"সোমবাৰৰ দিনা পুৱা ন-বজাত মিঃ গওদ্স্মিটে মোক তেওঁৰ ওচৰলৈ তেতিয়াই টেলিফোন যোগে মাতি পঠালে। মই লগে লগেই গ'লোঁ আৰু গওদ্স্মিটক বৰ উত্তেজিত অৱস্থাত লগ পালোঁ। তেওঁ মোক ফ্ৰাংক পৰিয়ালে এৰি থৈ যোৱা এখন চিঠি পঢ়িবলৈ দিলে আৰু সেই চিঠিত মেকুৰীটোৰ দায়িত্ব ওচৰ চুবুৰীয়াৰ ওচৰত দিবলৈ অনুৰোধ কৰা হৈছিল। মিঃ গওদ্স্মিটে ভয় খাইছিল; কাৰণ ঘৰটো খানাতালাচ কৰিব পাৰে। আমি দুয়ো ঘৰটোত সোমাই অলপ ঠিক্‌ঠাক কৰিলোঁ আৰু যেনি তেনি পৰি থকা চাহৰ বস্তুবোৰ আঁতৰাই টেবুলখন পৰিষ্কাৰ কৰিলোঁ। মই হঠাৎ ফ্ৰাংকৰ টেবুলৰ ওপৰত চিঠি লিখা কাগজত এটা ঠিকনা বিচাৰি পালোঁ। ঠিকনাটো আছিল মাচ্‌ট্ৰিচ্ ( Maastricht ) নামৰ এটুকুৰা ঠাইৰ। মই ভালকৈ বুজি পাইছিলোঁ যে এই সকলবোৰ ইচ্ছা কৰি কাঁকি দিবৰ উদ্দেশ্যে কৰা হৈছিল। তথাপি গওদ্স্মিটক বিশ্বাস কৰোৱাৰ বাবে মই বৰ আচৰিত হোৱাৰ ভাও ধৰিলোঁ আৰু গওদ্স্মিটক সেই কাগজটুকুৰা বিপদজনক বুলি কৈ সোনকালে জ্বালি পেলাবলৈ ক'লোঁ।

"মই তোমালোক পলোৱাৰ কথা যেন একেবাৰেই নাজানোঁ তেনে ভাও ধৰিলোঁ। ঠিকনাটো দেখাৰ লগে লগে মোৰ মনত মিঃ গওদ্স্মিটক বিশ্বাস কৰোৱাবলৈ আৰু এটা কথা খেলালে। মই মিঃ গওদস্মিটক এই ঠিকনাৰ অৰ্থ কি হ'ব পাৰে, বুজাই দিলো। হঠাৎ মনতপৰাৰ নিচিনা ভাও ধৰি ক'লো যে ফ্ৰাংকৰ অফিচত প্ৰায় ছ-মাহ মান আগতে এজন উচ্চপদস্থ কৰ্মচাৰী আহিছিল আৰু তেওঁ ফ্ৰাংকৰ ইমান বন্ধু হৈছিল যে বিপদে-আপদে তেওঁ কসহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিছিল। তেওঁৰ ঘৰ আছিল মাচ্‌ট্ৰিচত। মই ভাবিছোঁ সেই বন্ধুজনেই তেওঁলোকক যেনে তেনে বেলজিয়ামলৈ নি চুইজাৰলেণ্ডলৈ পঠোৱাৰ ব্যৱস্থা কৰিলে। অন্য বন্ধু-বান্ধৱে সুধিলে এই ধৰণেৰেই কব লাগিব। কিন্তু মাচ্‌ট্ৰিচৰ কথা উল্লেখ কৰিব নোৱাৰি।

"এই কথা কেইটা কৈ মই ভাবপৰা শুচি আহিলোঁ। বহুতে এই বুলিয়েই জানে; কাৰণ কেইবাজনেও কথাটো বাষ্ট্ৰ হোৱাৰ পাছত মোক এই ধৰণেৰে কৈছিলহি।"

গল্পটো শুনি আমি বৰ আমোদ পালোঁ। ভান্ ডানে যেতিয়া আমাক এই বিষয়ে এইবোৰ কথা ক'লে তেতিয়া মানুহৰ কল্পনাই যে কেনেকুৱা ধৰণৰ নোহোৱা নোপজা কিছুমান কথা সাজিব পাৰে, ভাবি আমাৰ বৰ হাঁহি উঠিল। এঘৰ মানুহে হেনো আমাক ৰাতিপুৱাই চাইকেলত উঠি যোৱা দেখিছিল; অন্য এগৰাকী ভদ্ৰমহিলা আকৌ মাজৰাতি গাড়ীৰ শব্দ শুনি মিলিটাৰীয়ে আমাক লৈ গৈছে বুলি একেবাৰে নিশ্চিত।

তোমাৰেই এন্

শুক্ৰবাৰ, ২১ আগষ্ট, ১৯৪২ চন

মৰমৰ কিটী,

আমাৰ গুপ্তগৃহলৈ সোমোৱা পথটো এতিয়া ভালকৈ লুকুৱাই পেলোৱা হ'ল। হেনোৱা চাইকেলবোৰ বিচাৰি প্ৰত্যেক ঘৰতে

খানাতালাচ কৰি থকা বাবে মিঃ ক্ৰেলাৰে গুপ্তগৃহলৈ সোমোৱা পথৰ আগত সহজে আঁতৰাবপৰা আলমাৰি এটা ৰখাটো ভাল হ'ব বুলি ক'লে। সেই হিচাবে মিঃ ভোছেনে সকলো ব্যৱস্থা কৰি পেলালে। আগতে ভোছেনক আমি ইয়ালৈ অহাৰ কথা কোৱা নহৈছিল। কিন্তু এতিয়া কথাটো শুনাৰ পাছত তেওঁ যিমান পাৰে সিমান সহায় কৰি আছে।

আমি যদি এতিয়া কেনেবাকৈ তলৰ মহলালৈ যাব লগা হয় তেতিয়াহলে জাপ মাৰিহে নামিব লাগে; কাৰণ তললৈ নমাৰ চিৰিটো আঁতৰাই দিয়া হৈছে। প্ৰথম কেইদিন অভ্যস্ত নোহোৱা বাবে চাপৰ দুৱাৰবোৰত খুন্দা-খুন্দলি খাই কপালত টেমুনা বান্ধিছিল, এতিয়া বস্তাত কাঠৰ গুৰি ভৰাই ওলোমাই দিছে যাতে খুন্দা খালেও বেচি দুখ নাপায়।

এইকেইদিন মই বৰকৈ পঢ়াশুনা কৰা নাই। চেপ্টেম্বৰলৈকে মোৰ ছুটি। তাৰ পাছত দেউতাই পঢ়াৰ পাঠ দিয়াৰ কথা। কিন্তু মই ইতিমধ্যে কিমান যে পাহৰিলোঁ ভাবিলেই ভয় লাগে।

আমাৰ ইয়াৰ জীৱন-যাত্ৰাৰ কোনো পৰিবৰ্তন নাই। মিঃ ভান্ ডান আৰু মোৰ মাজত অনবৰত ইটো সিটো লাগি থাকে। মাৰ্গট আৰু ভান্ ডানৰ কিন্তু বেচ মিল। মায়ে মোক মাজে মাজে কেঁচুৱা ছোৱালীৰ দৰে ব্যৱহাৰ কৰে যিটো মোৰ অলপো সহ্য নহয়। পিটাৰকহে মোৰ অকণো ভাল নালাগে। বৰ আমনি লগা স্বভাৱৰ লৰা। দিনটোৰ বেচি ভাগ সময় শুই থাকে। মাজে মাজে অকণমান কাঠৰ কাম কৰে; তাৰ পাছত আকৌ শুই থাকেগৈ। কি যে কাণীয়া লৰা। যেইকি নহওক, বাকীবোৰ ভালেই চলিছে।

বতৰটো বৰ সুন্দৰ। এই বন্দী অৱস্থাত থাকিও মনোৰম বতৰটো যিমান পৰা যায় উপভোগ কৰিছোঁ। 'এটিচ'ৰ ওপৰত

কেম্প খাট পাৰি শুই থাকোঁ আৰু খোলা খিড়িকীয়েদি ভিতৰলৈ অহা ৰ'দ্‌জাক প্ৰাণভৰি উপভোগ কৰোঁ।

তোমাৰেই এন্

বুধবাৰ, ২ চেপ্টেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

ভান্ ডান স্বামী-স্ত্ৰীৰ মাজত এখন সাংঘাতিক ধৰণৰ কাজিয়া লাগিল। এনেকুৱা ধৰণৰ কাজিয়া মই জীৱনত দেখা নাছিলোঁ। মোৰ মা-দেউতাই এইদৰে চিঞৰ-বাখৰ কৰি কাজিয়া কৰাটো ভাবিবই নোৱাৰোঁ। সামান্য কথা এটাৰ কাৰণে এনেকৈ চিঞৰ-বাখৰ কৰি শক্তি ক্ষয় কৰাৰ কোনো মানে নহয়। হ'লেও যাৰ যি স্বভাৱ; আমাৰনো কি কৰলৈ আছে?

এই পৰিস্থিতিটো পিটাৰৰ কাৰণে বৰ অপ্ৰীতিকৰ; কাৰণ সি অনবৰত তেওঁলোকৰ ওচৰত থাকিব লাগে। কিন্তু লৰাটো ইমান বেছি এলেহুৱা আৰু স্পৰ্শকাতৰ যে তাৰ কথাত কোনেও গুৰুত্বই নিদিয়ে। যোৱাকালি সি তাৰ জিভাখনৰ স্বাভাৱিক ৰঙা ৰং গুচি নীলা হ'ল বুলি হুলস্থুলখন লগাই থাকোঁতেই ভাল হৈ থাকিল। আজি আকৌ ডিঙিটো বিষাইছে বুলি ডিঙিত এখন কাপোৰ মেৰিয়াই লৈছে। তাৰোপৰি 'মহাশয়ৰ' বাত-বিষো হৈছে হেনো। আজি পিঠিৰ বিষ, কালিলৈ মূৰৰ বিষ, পেটৰ বিষ ইত্যাদি কৰি এটা নহয় এটা উলিয়াই থাকেই। এইটো আন একো নহয়, তাৰ মনৰেই বেমাৰ। এনে ৰোগীকে বোধহয় "হাইপোকণ্ড্ৰিয়াক" ( hypochondriac ) কয়, নহয়নে?

মা আৰু মিছেচ্ ভান্ ডানৰ সম্পৰ্কটোও বৰ মধুৰ নহয়। প্ৰায়ে তেওঁলোকৰ মাজত মুখ ওন্দোলোৱা-ওন্দুলি হৈয়ে থাকে। সৰু উদাহৰণ এটা দিওঁ শুনা—মিছেচ্ ভান্ ডানে তেওঁৰ নিজৰ তিনিওখন বিচনা চাদৰ আমাৰ উমৈহতীয়া লেবাজৰণৰা বেলেগ কৰি থৈ

দিলে ; ভাবিলে মাৰ কেইখনবেই চলি যাব। তাকে দেখি মায়েও যেতিয়া তেনেকৈ নিজৰ বিচনা চাদৰ আঁতৰাই থয়, তেতিয়া মিছেচ্ ভ্যান্ ডানৰ অৱস্থা চাবলগীয়া হয়।

মিছেচ্ ভান্ ডানে সদায় ভাবে যে তেওঁৰ বাচন-বৰ্তনখিনিহে ব্যৱহাৰ কৰা হৈছে আৰু আমাৰখিনি ভালকৈ থোৱা হৈছে। আমাৰ বাচন-বৰ্তন বিচাৰি তেওঁ চুক-কোণ চলাথ কৰে। কিন্তু তেওঁ ভাবিবই নোৱাৰে যে আমাৰ বস্তুখিনি এটিচত থকা কাঠৰ বাকচ এটাত নানান আবৰ্জনাৰ মাজত লুকাই ৰখা আছে। তেওঁ যে তাৰ-পৰা বস্তুকেইটা কোনো ৰকমে উদ্ধাৰ কৰিব নোৱাৰে ভাবিয়েই মোৰ ভাল লাগিছে। মোৰ ভাগ্য সদায় বেয়া। যোৱা কালি মিছেচ্ ভান্ ডানৰ প্লেট এখন মোৰ হাতৰপৰা পৰি টুকুৰা-টুকুৰ হ'ল। তাকে দেখি মিছেচ্ ভান্ ডানে জোৰেৰে খঙত চিঞৰি ক'লে "উঃ! কি অসাৱধান ছোৱালী! যিবা এখন আছিল, তাকো গ'ল।" মিঃ ভান্ ডান আকৌ আজিকালি মোৰ লগত একেবাৰে গুড়-গাখীৰ। আমাৰ এই মিল টিকি থাকিলেই হয়। আজি ৰাতিপুৱা মায়ে মোক এটা দীঘল নীতিজ্ঞানৰ বক্তৃতা দিলে। এইবোৰ শুনি শুনি মোৰ অসহ্য লাগিছে। মা আৰু মোৰ ধাৰণাবিলাক একেবাৰে পৰস্পৰ-বিৰোধী। দেউতাক যে মোৰ ইমান ভাল লাগে! মোৰ ওপৰত খং উঠিলেও, পাঁচ মিনিটতকৈ বেচি, সেই খং নাথাকে।

যোৱা সপ্তাহত আমাৰ গতানুগতিক জীৱনত অলপ ব্যতিক্ৰম হ'ল। কাৰণটো হ'ল—তিৰোতা মানুহৰ বিষয়ে লিখা এখন কিতাপ আৰু পিটাৰ। প্ৰথমতে এই কথা তোমাক জনাই থোৱা ভাল হ'ব যে ডাঙৰ মানুহে পঢ়িব পৰা বিবোৰ কিতাপ মিঃ কোফিয়াচে আনি দিয়ে, সকলোবোৰ পিটাৰ আৰু মাৰ্গটক পঢ়িবলৈ দিয়া হয়। কিন্তু এই কিতাপখন পঢ়িবলৈ দিয়া নহ'ল। ফলস্বৰূপে, সিহঁতক দিব নোৱৰা কি কথা কিতাপখনত থাকিব পাৰে, তাকে জানিবলৈ পিটাৰৰ আগ্ৰহ বাঢ়ি গ'ল। মি, ভাৰ মাক ভলৰ মহলাত কথা

পাত্তি থকাৰ সময়ত হেগ বুজি, কিতাপখন লৈ মনে মনে এটিচলৈ গ'লগৈ। কেইদিনমান ভালে ভালেই গ'ল। মাকে কথাটো গম পালে; কিন্তু একো নক'লে। কিন্তু বাপেকে যেতিয়া দেখিলে, তেতিয়া খণ্ডেৰে কিতাপটো কাঢ়ি লৈ গ'ল আৰু ভাবিলে যে ঘটনাটো সিমানতে শেষ হ'ব। কিন্তু বাপেকে কিতাপখন লৈ যোৱাৰ পাছত পুতেকৰ আগ্ৰহটো কমক চাৰি বেছিহে হ'ল। কিতাপখন শেষ কৰিবলৈ সি দৃঢ়প্ৰতিজ্ঞ হ'ল আৰু কেনেকৈ কিতাপখন পুনৰ হাত কৰিব্ পাৰি তাকে চিন্তা কৰিলে। ইতিমধ্যে মিছেচ্ ভান্.ডানে মাক কিতাপখনৰ বিষয়ে মতামত জনাবলৈ ক'লে। মাৰ মতে ঐই কিতাপখন যদিও মাৰ্গটৰ বাবে উপযোগী নহয়, তথাপি অন্য সকলো কিতাপ মাৰ্গটক পঢ়িবলৈ দিয়াত বাধা নাই। কিয়নো মাৰ্গট আৰু পিটাৰৰ মাজত বহুতখিনি পাৰ্থক্য আছে। প্ৰথম কথা হ'ল পিটাৰ লৰা, মাৰ্গট ছোৱালী; সাধাৰণতে ছোৱালী লৰাতকৈ সোনকালে ডাঙৰ হয়; দ্বিতীয়তে মাৰ্গটে বহুতো গম্ভীৰ বিষয়ৰ কিতাপ পঢ়িছে; নিষিদ্ধ কিতাপ লুকাই চুৰকৈ পঢ়িবলৈ তাই নিৰিচাৰে; আৰু এনেয়ো মাৰ্গট চোকা, বুদ্ধিমতী ছোৱালী। মাৰ কথা শুনি মিছেচ্ ভান্ ডানে একো আপত্তি নকৰিলেও এটা কথা ক'লে যে নিয়মমতে, ডাঙৰৰ কাৰণে লিখা কিতাপ সৰু লৰা-ছোৱালীক দিয়াটো অনুচিত।

ইফালে পিটাৰে কিতাপখন হাত কৰাৰ কথা চিন্তা কৰি থাকোতেই সুবিধা এটা পালে। আমি সকলো যেতিয়া ৭-৩০ বজাত বেডিঅ' শুনাত ব্যস্ত আছিলোঁ, তেতিয়া সি কিতাপখন লৈ নিজৰ কোঠাত সোমাল। তাৰ পাছতো যদি সময়মতে সি তললৈ নামিলেহেঁতেন, তেতিয়াহ'লে কথাটো কোনেও গম নাপালেহেঁতেন। কিন্তু কিতাপখনে তাক ইমান বেছি আকৰ্ষণ কৰিলে যে সি সময় কিমান হ'ল গমেই নাপালে। সি নহা দেখি তাৰ দেউতাকে কিতাপেৰে সৈতে তাক তাৰ নিজৰ কমত আবিষ্কাৰ কৰিলে। পাছৰ

অৱস্থাটো তুমি সহজেই অনুমান কৰিব পাৰা। ভান্ ডানৰ একে-পাত চৰতে কিতাপ টেবুলৰ ওপৰত পৰিল, মানুহ গৈ এটিচ পালেগৈ। খোৱাৰ সময়তো কোনেও পিটাৰৰ খবৰ নকৰিলে আৰু সি ওপৰতে থাকিল। আমি যেতিয়া খুব হাঁহি-ধেমালি কৰি খাই আছিলোঁ, হঠাৎ তীব্ৰ সুহুৰিৰ শব্দ শুনি আমি থত্‌মত্ খালোঁ। তেতিয়া পিটাৰে ডাঙৰকৈ চিঞঁৰি ক'লে—"মই কেতিয়াও খাবলৈ নাযাওঁ।" পিটাৰৰ মাত শুনি মিঃ ভান্ ডান খঙত জপিয়াই উঠি চিঞঁৰি ক'লে,—"যথেষ্ট হৈছে। অসভ্যটোক মই এতিয়াই ঠিক কৰিম।" কিবা অঘটন ঘটাব পাৰে বুলি দেউতাই ভান্ ডানক ধৰিলে আৰু দুয়ো একেলগে এটিচলৈ গ'ল। কিছু সময় টনা-আজোৰা কৰাৰ পাছত পিটাৰ নিজৰ কমত সোমাই দুৱাৰখন মাৰি দিলে। তেওঁৰ আৰু একো খোৱা নহ'ল। মিছেচ্ ভান্ ডানে পুতেকৰ বাবে এটুকুৰা কটি ৰাখিব খুজিছিল। কিন্তু বাপেকে কোনোমতেই নিদিলে। মিঃ ভান্ ডানে ক'লে, "খোৱাৰ কথা দূৰতে থাওক, সি যদি ক্ষমা নোখোজে, তেতিয়াহ'লে সি বাহিৰতে শুব লাগিব।" আমি সকলোৱেই প্ৰতিবাদ কৰি ক'লোঁ যে, খাবলৈ নিদিয়াটোৱেই তাৰ কাৰণে যথেষ্ট শাস্তি। বাহিৰত থাকি যদি ঠাণ্ডা লাগি জ্বৰ হয়, তেতিয়াহ'লে ডাক্তৰো আনিব নোৱাৰোঁ; আমাৰহে বিপদ হ'ব।

পিটাৰে কিন্তু ক্ষমা নুখুজিলে। ভান্ ডানেও ৰখকৈ একো নক'লে। ৰাতিপুৱা দেখোঁ যে সি নিজৰ বিচনাতে শুই আছে। শুই উঠি খঙতে সি আকৌ এটিচলৈ গ'ল; দেউতাইহে ফুচুলাই মেলি তললৈ নমাই আনিলে। তিনদিনমান সি গোমোঠা মাৰি কাকো মাতবোল নকৰাকৈ থাকিল। তাৰ পাছত আকৌ আগৰ নিচিনা সকলো স্বাভাৱিক হ'ল।

তোমাৰেই এন্

সোমবাৰ, ২১ চেপ্টেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

আজি মই তোমাক আমাৰ ইয়াৰ সাধাৰণ খা-খবৰ কিছুমান দিম। মিছেচ্ ভান্ ডানৰ উপস্থিতিটো ক্ৰমে অসহ্য হৈ পৰিছে। মইতো বেছি কথা কওঁ বুলি তেওঁৰপৰা অনবৰত বকনি শুনিয়েই থাকোঁ। তাৰোপৰি তেওঁ নানান উপায়েৰে আমাৰ সকলোকে বিৰক্ত কৰিবলৈ চেষ্টা কৰে। সকলো লেতেৰা কাম তেওঁ আমাৰ হতুৱাই কৰোৱাব খোজে। খোৱা কাঁহী এখনত যদি অলপ্ কিবা লাগি থাকে, তেওঁ কেতিয়াও নিজ হাতেৰে চাফা নকৰে।

বেচেৰী মাৰ্গটে আমাৰ সকলোৰে খোৱা কাঁহী প্ৰায় ৭ খন মান ধুব লগা হয়। সিমানতো মহাৰাণীয়ে চিঞৰি কয়—"মাৰ্গট, সোনকালে হাত চলোৱা। তোমাৰ কাম আৰু বহুত বাকী।"

মই আৰু দেউতা এই কেইদিন আমাৰ বংশাৱলী তৈয়াৰ কৰাত ব্যস্ত। দেউতাই মোক মাজে মাজে আমাৰ বংশৰ একো একোজন মানুহৰ বৰ আমোদজনক কাহিনী কয়। মিঃ কোফিয়াচে ছসপ্তাহৰ মূৰে মূৰে মোৰ কাৰণে মজাৰ কিতাপ কিছুমান আনি দিয়ে। "জোপ টাৰ হিউল" ( Joop ter Heul )ৰ আটাই-কেইখন কিতাপ আৰু "চিচি ভান মাৰ্ক্সভেল্ট" ( Cissy Van Marxveldt )ৰ কেইখনো পঢ়ি মই শেষ কৰিলোঁ। "মিড-চামাৰ মেড্নেচ্" ( Mid-summer Madness ) খন চাৰিবাৰমান পঢ়িলোঁ আৰু কিতাপখনৰ কিছুমান কথা মনত পৰিলে এতিয়াও মোৰ হাঁহি উঠে।

আকৌ কঠিন মতে পঢ়াশুনা আৰম্ভ কৰিছোঁ। মই নতুনকৈ ফৰাচী ভাষা শিকিছোঁ আৰু প্ৰত্যেক দিনাই অন্ততঃ ৫টাকৈ 'ধাতুৰূপ' মুখস্থ কৰি আছোঁ। পিটাৰে তাৰ ইংৰাজী পাঠ লৈ ব্যতিব্যস্ত হৈ পৰিছে। স্কুলৰ কিতাপ কেইখনমানো আহি

পাইছেহি। পঢ়িবৰ বাবে কাগজ-কলমৰ একো অসুবিধা হোৱা নাই। কাৰণ আহোঁতে আমি যথেষ্ট পৰিমাণৰ কাগজ, পেঞ্চিল, ৰবৰ ইত্যাদি লৈ আহিছিলোঁ।

সময় পালেই মই লণ্ডনৰপৰা দিয়া ডাচ্চ্ ভাষাৰ ৰেডিঅ' বাতৰি শুনোঁ। অলপতে ৰাজকুমাৰ বাৰ্নহাৰ্ডৰ (Prince Bernhard) ভাষণ শুনিছিলোঁ। ৰাজকুমাৰী জুলিয়ানাৰ (Princess Juliana) অহা জানুৱাৰীত কেচুৱা হব বুলি তেওঁ কৈছিল। খবৰটো শুনি মোৰ বৰ ভাল লাগিল। ৰাজপৰিয়ালৰ বিষয়ে মোৰ উৎকণ্ঠা দেখি ইবিলাক আচৰিত হৈছিল।

মোক লৈ বহুত আলোচনা-বিলোচনা কৰাৰ পাছত সকলোৱে এই সিদ্ধান্তত উপনীত হ'ল যে মই একেবাৰে বুৰ্বক নহয়। ইয়াৰ ফলস্বৰূপে মই বেছি উৎসাহিত হৈ পঢ়াশুনাত দুগুণে মন দিব ধৰিলোঁ। চৈধ্য, পোন্ধৰ বছৰ বয়সলৈকে 'ফাৰ্ষ্ট ফৰ্ম'তে থকাৰ মোৰ অকণো ইচ্ছা নাই। মাৰ্গটক পঢ়িবলৈ দিয়া সকলো কিতাপ মোক দিয়া নহয়। সেইবোৰ পঢ়াৰ যোগ্যতা অৰ্জন কৰিবলৈ মইয়ো বুদ্ধিমতী বাইদেউৰ নিচিনা চোকা হব লাগিব। দৰ্শন, মনোবিজ্ঞান আদিৰ বিষয়েও মোৰ এতিয়ালৈকে জ্ঞান হোৱা নাই। অহাবছৰকৈ মই নিশ্চয় ডাঙৰ হ'ম আৰু অলপ বেচি জ্ঞানীও হ'ম। (মই এই টান টান শব্দবোৰ টিপতে অভিধানত চাই গৈছোঁ।)

এইবাৰ ঠাণ্ডাত পিন্ধিবলৈ এটা মাত্ৰ দীঘল হাতৰ চোলা আৰু তিনিটামান কাৰ্ডিগানহে আছে বুলি ভাবি মোৰ মনটো বেয়া হৈ গ'ল। দেউতাই মোক বগা উলৰ চুৱেটাৰ এটা গুঠিবলৈ অনুমতি দিছিল। উলটো ভাল নহয়; হওক, উল যে আছে সেয়ে যথেষ্ট। বাহিৰত অন্য বন্ধু-বান্ধৱৰ ঘৰত আমাৰ কাপোৰ-কানিবোৰ থৈ দিয়া হৈছে। যুদ্ধ শেষ নোহোৱালৈকে সেইবোৰ আনিব নোৱাৰি, অৱশ্যে কাপোৰবোৰো যদি তেতিয়ালৈকে ভালে থাকে।

মোৰ ডায়েৰীখনত পিটাৰৰ মাকৰ বিষয়ে কিবা এটা কথা লিখি থাকোঁতে তেওঁ সোমাই আহিল। লবা-লৰিকৈ ডায়েৰীখন মই জপালোঁ। তেওঁ সুধিলে—"কি হ'ল? কি লিখিছা? জপাই থলা যে? কি, আমাক দেখুৱাব নাপাই নেকি?"

"নাই, নোৱাৰি।"

"অকল শেষৰ পৃষ্ঠাটো দেখুৱাচোন।"

"ওঁহো, নাই, অলপো দেখুৱাব নোৱাৰিম।"

মই যে কিমান ভয় খালোঁ তোমাক বুজাব নোৱাৰোঁ। কাৰণ সেই পৃষ্ঠাটোত মই মিছেচ্ ভান্ ডানৰ কথাৰে ভৰাই পেলাইছিলোঁ। অকস্মাৎ দেখা হ'লে যে কি সাংঘাটিক কথা হ'লহেঁতেন!

তোমাৰেই এন্

শুক্ৰবাৰ, ২৫ চেপ্টেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

কালি সন্ধ্যা মই ওপৰলৈ গৈ ভান্ ডান দম্পতিৰ লগত কথাবাৰ্ত্তা হ'লো। মই প্ৰায়ে তেওঁলোকৰ তালৈ কথা পাতিবলৈ যাওঁ। মাজে মাজে বৰ নাজমে। বিস্কুট আৰু চৰ্বত্তো খাবলৈ পাওঁ। কালি কথাৰ মাজতে পিটাৰৰ কথা ওলাইছিল। মই তেওঁ-লোকক ক'লোঁ যে পিটাৰে মাজে মাজে মোৰ গাল টিপি মৰম কৰে। লবাই ছোৱালীক মৰম কৰাটো মোৰ সহ্য নহয়। সৰ্ব-সাধাৰণ মাক-বাপেকৰ দৰে তেওঁলোকও ক'লে যে তুমিও পিটাৰক মৰম নকৰা কিয়? সি তোমাক খুব ভাল পায়। মই মনে মনে ভাবিলোঁ। "কি বিপদ!" আৰু মুখ ফুটাই ক'লোঁ "নাই, নোৱাৰোঁ।" মোৰ অৱস্থাটো তেতিয়া কি হৈছিল ভাবাচোন!

এটা কথা মই নকৈ নোৱাৰোঁ যে আমাৰ "গুপ্তগৃহ"ৰ আশ্ৰিত সদস্যৰ পুৰুষ বিভাগটো বৰ মৌলিক, তীক্ষ্ণ-বুদ্ধি সম্পন্ন। দেউতাৰ

বন্ধু আৰু ফাৰ্মৰ প্ৰতিনিধি মিষ্টাৰ ভান্ ডিক্ক ( Mr. Van Dijk ) আমাৰ খবৰ পঠাবলৈ বেলেগ এটা গুপ্ত কৌশল অৱলম্বন কৰা হৈছে। এইজন লোকৰ ওচৰত আমাৰ ভালেমান বস্তু জমা আছে। তেওঁলোকে আমাৰ ফাৰ্মৰ লগত ব্যৱসায় কৰা "চাউথ জীলেণ্ড"ৰ ( South Zeeland ) ৰসায়নবিদ এজনলৈ এনেকুৱা ধৰণেৰে চিঠি দিয়ে যে তেওঁ উত্তৰ দিওঁতে চিঠিৰ ভিতৰতে থকা দেউতাৰ হাতেৰে ঠিকনা লিখা অন্য এটা এনভেলপত চিঠিৰ উত্তৰ দিব পাৰে। যেতিয়া এনভেলপটো জীলেণ্ডৰপৰা আহি পায়হি, তেতিয়া ভিতৰৰ চিঠিখন উলিয়াই দেউতাৰ হাতৰ আখৰেৰে অন্য এখন চিঠি ভৰাই দিয়া হয়। দেউতাৰ হাতৰ আখৰ দেখি সকলোৱে ভাবে যে দেউতাই জীলেণ্ডৰপৰা চিঠি পঠাইছে মানে দেউতা তাত আছে। এই সংক্ৰান্তত জীলেণ্ড ঠাই টুকুৰা বাচি লোৱা হৈছে। তাৰ কাৰণ হ'ল জীলেণ্ড বেলজিয়ামৰ ইমান ওচৰত যে সীমান্তত চিঠি-পত্ৰবোৰ হেৰোৱাৰ সম্ভাৱনাও আছে। তাৰোপৰি তালৈ যাবৰ কাৰণে বিশেষ অনুমতিৰ দৰকাৰ। কোনোৱাই আমাক তাত বিচাৰি যাব খুজিলেও অনুমতি পাবলৈ বেচ্ দিগ্‌দাৰ। আচল কথা হ'ল আমি যে ইয়াত লুকাই আছোঁ সেইটো যেন বহিৰ্জগতে গম নাপায় তাৰেই এই অভিনৱ ব্যৱস্থা লোৱা হৈছে।

তোমাৰেই এন্

সোমবাৰ, ২৭ চেপ্টেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

আজিকালি মাৰ লগত মোৰ সঘনাই খুট-খাট লাগি থাকে। আমাৰ মাক-জীয়েক দুয়োজনীৰে বাহি-জোৰা নাহে। মাৰ্গটৰ লগতো মোৰ সম্পৰ্ক বৰ্ত্তমান ভাল নহয়। আমাৰ পৰিয়ালত এনেকুৱা ধৰণৰ কন্দল এইয়ে প্ৰথম। পৰিস্থিতিটো মোৰ ভাল নালাগে। কিন্তু মা আৰু মাৰ্গটৰ স্বভাৱটো মই অদ্ভুত দেখিলোঁ।

মই মোৰ নিজৰ মাকতকৈ বন্ধুসকলকহে ভালদৰে বুজি পাওঁ যিটো মোৰ কাৰণে বৰ দুৰ্ভাগ্যৰ কথা।

মিছেচ্ ভান্ ডানে পুনৰ উগ্ৰমূৰ্তি ধাৰণ কৰিছে। তেওঁৰ মেজাজ বৰ বেয়া। তেওঁ নিজৰ সকলোখিনি বস্তু লুকুৱাই পেলাইছে। তেওঁৰ কামৰ প্ৰত্যুত্তৰ দিবলৈ হ'লে মায়েও নিজৰ বস্তুখিনি লুকুৱাই পেলোৱা উচিত। কিছুমান মানুহ আছে যে নিজৰ লৰা-ছোৱালীৰ বাহিৰেও লোকৰ লৰা-ছোৱালীক শাসন কৰি ভাল পায়। মিঃ আৰু মিছেচ্ ভান্ ডানো তেনে স্বভাৱৰ মানুহ। মাৰ্গট নিজেই এজনী ইমান ভাল ছোৱালী যে তাইৰ কোনো শাসনৰ দৰকাৰ নহয়। মোৰ আকৌ দুষ্টামি ইমান বেছি যে আমাৰ দুয়োজনীৰ মিলালে যিমান হব মোৰ পেটৰ ভিতৰতে সিমানখিনি দুষ্টামি লুকাই আছে। ভাত খাওঁতেও আমাৰ কেনে ধৰণৰ কথাৰ কটাকটি হয় তুমি শুনিলে আচৰিত হ'বা। মা-দেউতাই সদায় মোৰ পক্ষ লয়। তেওঁলোকৰ সহায় নোহোৱা হ'লে মই তিষ্ঠি থাকিব নোৱাৰিলোঁহেঁতেন। মাহঁতে সদায় মোক বেচি কথা নকবলৈ আৰু লোকৰ কথাত মুখ নাপাতিবলৈ সাৱধান কৰি দিয়ে। কিন্তু মই মোৰ স্বভাৱ এৰিব নোৱাৰোঁ। দেউতা যদি ইমান ধৈৰ্যশীল নহ'লহেঁতেন আৰু মোৰ প্ৰতি উদাৰ নহ'লহেঁতেন তেতিয়া হ'লে মই হয়তো মা-দেউতাৰ কাৰণে এটা ডাঙৰ বোজা হ'লোঁহেঁতেন।

কেতিয়াবা খোৱা টেবুলত মই ভাল নোপোৱা শাক-পাচলি যদি আনৰ পাতত দি আলু কেইটুকুৰামান বেছিকৈ লওঁ, তেতিয়া মিছেচ্ ভান্ ডানে অকণো সহ্য কৰিব নোৱাৰে আৰু চিঞৰি কয়—"এন্ আৰু অলপ শাক লোৱাঁ।"

মই কওঁ—"শাক নাখাওঁ। তাৰ বদ্‌লি আলু বেচিকৈ লৈছোঁ।"

তেতিয়া তেওঁ পুনৰ কয়, "তোমাৰ কাৰণে শাকহে ভাল। তোমাৰ মায়েও কৈছে আলু ভাল নহয়।"

তেওঁ মোক শাক দিবলৈ ইমান জোৰ কৰে যে দেউতা

আহিলেহে মই কোনোৰকমে ৰক্ষা পাওঁ।" তাৰ পাছত শ্ৰীমতী ভান্ ডানৰ গজ্‌গজনি আৰম্ভ হয়—"তুমি মোৰ ঘৰত মোৰ ছোৱালী হব লাগিছিল। ছোৱালী কেনেকৈ তুলি-তালি ডাঙৰ কৰিব লাগে মই দেখুৱাওঁহেঁতেন। এনে বেয়া স্বভাৱৰ ছোৱালী মই দেখা নাই।"

তেতিয়া মই মনে মনে ভাবোঁ "ভাগ্যে মই তেওঁৰ জীয়েক নহ'লোঁ।"

ছোৱালী ডাঙৰ কৰাৰ প্ৰসঙ্গত শ্ৰীমতী ভান্ ডানৰ কথা শেষ হোৱাৰ পাছতো বহুত সময় কোনেও কাকো মাত-বোল নকৰে। পিতাই কিন্তু দেউতাই ক'লে,—"মোৰ মতে এনক ভালকৈয়ে ডাঙৰ-দীঘল কৰা হৈছে। কাৰণ তাই অন্ততঃ এই কথা ভালদৰে জানে যে তোমাৰ দীঘল বক্তৃতাৰ উত্তৰ দি কোনো লাভ নাই। শাক খোৱা কথাকে যদি কোৱাঁ, তুমি নিজৰ পাতলৈ এবাৰ চাই লোৱাঁ।" এই কথাত মিছেচ্ ভান্ ডান একেবাৰে থত্‌মত খাই ৰঙা পৰি গ'ল। শাক অনেক দি আলু অলপ সৰহকৈ ললেও তেওঁৰতো বেয়া স্বভাৱ হ'ব নোৱাৰে। ৰাতি বেছিকৈ শাক খালে শৌচ-কাঠিন্য হয় বাবে তেওঁ আলু খাইছে। কিন্তু লোকে খালে তেওঁৰ খং উঠে। মানুহজনীয়ে বাৰু লোকৰ কথাত কিয় মনে মনে নাথাকে? তেতিয়াহ'লে নিজৰ ক্ষেত্ৰতো এনেধৰণৰ দুৰ্বল চেলু উলিয়াই লাজ ঢকাৰ চেষ্টা কৰিব নালাগিলহেঁতেন। শ্ৰীমতী ভান্ ডানৰ লাজ কৰাৰ ধৰণটোও ৰাজকীয়। মই কিন্তু তেনেধৰণেৰে লাজ কৰিব নাজানোঁ। সেই কাৰণে শ্ৰীমতীৰ মোৰ ওপৰত বৰ খং।

তোমাৰেই এন্

সোমবাৰ, ২৮ চেপ্টেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱাকালি মোৰ লিখিবলৈ বহুত বাকী থাকোঁতেই বন্ধ কৰিব লগা হ'ল, তোমাক মই অন্য এখন কাজিয়াৰ কথা কওঁ; কিন্তু তাৰ আগতেই অলপ বেলেগ কথা পাতোঁ—কওঁ শুনা।

ডাঙৰ মানুহবিলাকে ইমান সামান্য কথাত সখনাই কাজিয়া কৰে কিয় বাৰু? এতিয়ালৈকে মোৰ বিশ্বাস আছিল যে কেৱল সৰু লৰা-ছোৱালীৰ মাজতহে দন-খৰিয়াল বেচি; আৰু বুজন হৈ উঠাৰ লগে লগে সেই স্বভাৱ নাইকিয়া হয়। অৱশ্যে কেতিয়াবা কাজিয়া লগাৰ যথাৰ্থ কাৰণ থাকে। কিন্তু ইয়াত যেনে ধৰণৰ কাজিয়া লাগে ইয়াক মাত্ৰ খোৱা-কামোৰা বুলিহে কব পাৰি। এনে পৰিস্থিতিত মই অভ্যস্ত হোৱা উচিত। কিন্তু যেতিয়ালৈকে মই এই গালি-গালাজৰ (যদিও তেওঁলোকে ইয়াক ভদ্ৰ ভাষাত 'আলোচনা' বুলি কয়) বিষয়বস্তু হৈ থাকোঁ, তেতিয়ালৈকে মই এইবোৰ কথা সহজে লব নোৱাৰোঁ। তেওঁলোকৰ মতে মোৰ চেহেৰা-পাতি, স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, মূৰৰপৰা ভৰিলৈকে, সকলো বেয়া। গালি-গালাজ, কটু-উক্তি নীৰৱে সহ্য কৰাটো মোৰ কৰ্ত্তব্য। কিন্তু মোৰ দ্বাৰা সেইটো সম্ভৱ নহব। মই সকলোকে দেখুৱাই দিম যে এন্ ফ্ৰাংক কালি জন্ম হোৱা ছোৱালী নহয়। যেতিয়া তেওঁলোকে দেখিব যে মইহে তেওঁলোকক ওলোটাই শিক্ষা দিব পাৰোঁ, তেতিয়া তেওঁলোক আচৰিত হৈ মুখ বন্ধ কৰি ল'ব। সকলোকে ভয় খুৱাবলৈ মই তেনেকুৱা মনোভাবেই লওঁনেকি? দেখিবলৈ কথাটো অৱশ্যে বৰ বেয়া হ'ব। তেওঁলোকৰ আচৰিত ধৰণৰ কাৰ্যকলাপ দেখি মই হতভম্ব হওঁ; বিশেষকৈ মিছেচ্ ভান্ ডানৰ মূৰ্খামিয়ে আৰু আচৰিত কৰি তোলে। যেতিয়া সদায় শুনি শুনি সেইবোৰ কথা মোৰ গাত নলগা হ'ব আৰু তেওঁ-লোকও কৈ কৈ ভাগৰি পৰিব, তেতিয়া কিন্তু মই সেইবোৰ কথাৰেই তেওঁলোকক এসেকা দিবলৈ পৰোৱাই নকৰোঁ। আৰু বাধ্য হৈ তেওঁলোকে কথাৰ সুৰ সলনি কৰিব লাগিব।

সঁচাকৈয়ে মই তেওঁলোকে কোৱাৰ দৰে বেয়া, আঁকোৰগোজ স্বভাৱৰ, খণ্ডাল, জেদি, মূৰ্খ, এলেহুৱা ইত্যাদি ইত্যাদি হয় জানো? কেতিয়াও মই তেনে স্বভাৱৰ নহওঁ। দোষ থকাটো মই স্বীকাৰ

কৰো, আৰু ই স্বাভাবিকো। প্ৰত্যেক মানুহৰে ভাল-বেয়া, দোষ-গুণ থাকে। কিন্তু সদায় তেওঁলোকে বেছি বঢ়াই কয়।

কিট্টী, মই কিমান সহ্য কৰিম। সকলোৱে ঠাট্টা-মস্কৰা শুনি শুনি কেতিয়াবা মোৰ মূৰ গৰম হয়। কিমানদিন মই এনেকৈ ধৈৰ্য্য ধৰি নিজকে দমন কৰিব পাৰিম ক'ব নোৱাৰোঁ, কোনোবা এদিন যে বিস্ফোৰণ ঘটিব; ই ঠিক।

এই কাজিয়া-পেচালৰ কথা কৈ তোমাক আৰু আমনি নিদিওঁ। কিন্তু খোৱা টেবুলত হোৱা আমোদজনক আলোচনা এটাৰ কথা তোমাক'নকৈ নোৱাৰোঁ। সেইদিনা কেনেবাকৈ পিমৰ ( Pim, দেউতাৰ উপনাম ) বিনয়ী স্বভাৱৰ কথা ওলাল। দেউতাৰ এই বিনয়ী স্বভাৱৰ কথা নিতান্ত মূৰ্খ মানুহেও মানি লব লাগে। হঠাৎ মিছেচ্ ভান্ ডানেও কৈ উঠিল,—"মোৰ স্বভাৱো বৰ সৰল। আমাৰ তেখেতকৈ অন্ততঃ ভাল।"

তেওঁৰ কথা শুনি মোৰ ক'বৰ মন গ'ল—অ' তোমাৰ স্বভাৱো আকৌ সৰল নেকি? তেওঁৰ এই কথাষাৰে স্পষ্ট কৰি দিয়ে, তেওঁৰ স্বভাৱটো কেনে ধৰণৰ জেদি আৰু বেয়া। শ্ৰীমতী ভান্ ডানৰ কথা শুনি মিঃ ভান্ ডানে ভাবিলে যে তেওঁৰো কিবা এটা কোৱা উচিত আৰু ক'লে "মই সৰল হ'ব নিবিচাৰো আৰু যিমানদূৰ মোৰ অভিজ্ঞতা আছে মই জানো যে সৰল হৈ একো লাভ নাই।" তেতিয়া মোৰ ফালে চাই ক'লে, "এন্, মোৰ উপদেশ যদি মানি চলা, কেতিয়াও সৰল নহ'বা। সৰল হ'লে ঠগ খাবা।"

মায়েও ভান্ ডানৰ কথাত সমৰ্থন জনালে। মিছেচ্ ভান্ ডানৰ স্বভাৱেই যে জোৰ কৰি হ'লেও নিজৰ কথাখিনি কৈ শেষ কৰিবই। এইবাৰ তেওঁ মা আৰু দেউতাক উদ্দেশ্য কৰি ক'লে, "তোমালোকৰ জীৱনৰ প্ৰতি দৃষ্টিভঙ্গী দেখি মোৰ আচৰিত লাগে। এনকনো এনেকুৱা কথা কব লাগেনে? মই যেতিয়া সৰু

আছিলোঁ। কোনেও এইদৰে নকৈছিল। মোৰ মতে তোমালোকৰ আধুনিক প্ৰণালীৰ ঘৰৰ বাহিৰে আন কাৰো ঘৰত এনে কথা নকয়।" এই কথাষাৰ ছোৱালী ডাঙৰ কৰা বিষয়ত মাৰ ওপৰত চলোৱা আন এটা স্পষ্ট আক্ৰমণ।

মিছেচ্ ভান্ ডানে এইদৰে কৈ খণ্ডতে ৰঙা-চঙা পৰি গ'ল। মা কিন্তু যেনে আছিল, তেনে থাকিল। যিবোৰ মানুহৰ অতি সোনকালে মুখৰ ৰঙ পৰিবৰ্তন হয়, তেওঁলোকৰ বাবে এনে পৰিস্থিতিত নিজৰ মনৰ ভাব লুকুৱাই ৰাখিবলৈ বৰ টান। মায়ে আগৰ দৰে ধীৰ স্থিৰ হৈ থাকি এই প্ৰসঙ্গটো শেষ কৰিবলৈ অলপ সময় ভাবি ক'লে,—"মোৰ মতে খুব বেছি নম্ৰ হ'লেও জীৱনত বৰ উন্নতি কৰিব নোৱাৰে। ধৰক, ইহঁতৰ দেউতাক, মাৰ্গট, পিটাৰ অতিপাত নম্ৰ। কিন্তু পিটাৰৰ দেউতাক, এন্, আপুনি আৰু মই তেওঁলোকৰ একেবাৰে বিপৰীত স্বভাৱৰ নহ'লেও, আমাক যদি কোনোবাই অন্যায় কৰিব খোজে, তেতিয়াহ'লে আমি মানি লব নোৱাৰোঁ।" ইয়াৰ উত্তৰত শ্ৰীমতী ভান্ ডানে ক'লে, "মই আপোনাৰ কথা বুজিব নোৱাৰিলোঁ শ্ৰীমতী ফ্ৰাংক। মই ইমান নম্ৰ আৰু শান্ত। মোক কেনেকৈ যে আপুনি এনেদৰে ক'ব পাৰিলে?" মায়ে ক'লে, "মই আপোনাক ঠিক উগ্ৰ স্বভাৱৰ বুলি কোৱা নাই। কিন্তু কোনেও আপোনাৰ স্বভাৱটো ঠিক শান্ত বুলিও কব নোৱাৰে।" মিঃ ভান্ ডানে আকৌ মাত লগালে, "আমি এই বিষয়ত আলোচনা বন্ধ কৰোঁহঁক। কিন্তু তাৰ আগতে মই কেনেকৈ জেদি হ'লোঁ কোৱাঁচোন বাৰু। মই এই কথা ভালদৰে জানোঁ যে নিজে নিজক নাচালে লঘোণে থাকিব লাগিব।"

আত্ম-সমৰ্থনৰ এনেকুৱা অদ্ভুত মন্তব্য শুনি মা হাঁহি হাঁহি বাগৰি পৰিল। তাকে দেখি মিছেচ্ ভান্ ডান খণ্ডত অস্থিৰ হৈ তেওঁ জনা সকলো ভাষাত গালি-শপনি আৰম্ভ কৰিলে। তাৰ পাছত এক্কে চাঁতেই চকীৰপৰা উঠি কমটো এৰি যাব খুজিছিল।

সেই সময়ত তেওঁক চাবলগীয়া হৈছিল। ঠিক সেই সময়ত তেওঁৰ গালি-গালাজত অভিভূত হৈ মই তেওঁৰ ফালে চাই কৰ নোৱৰাকৈ মূৰটো, কৃত্ৰিম বেজাৰৰ ভাৱ দেখুৱাই লবাই আছিলোঁ। হঠাৎ তেওঁৰ চকু মোৰ ওপৰত পৰি মোৰ ফালে ঘূৰিল। তেওঁৰ মুখৰ-পৰা নিম্নশ্ৰেণীৰ মাইকী মানুহৰ দৰে জাউৰিয়ে জাউৰিয়ে গালি ওলাবলৈ ধৰিলে। মই, পৰা হ'লে, সেই সময়ৰ তেওঁৰ মূৰ্তিটো আঁকি থলোহেঁতেন।

যি কি নহওক, এই ঘটনাৰপৰা মই এটা কথা শিকিলোঁ যে কাজিয়া আৰু খঙৰ মুহূৰ্ততহে আচল মানুহক জানিব পাৰি। সেই সময়তহে তুমি মানুহৰ আচল চৰিত্ৰটো বুজি পাবা।

তোমাৰেই এন্

২৯ চেপ্টেম্বৰ, মঙ্গলবাৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

লুকাই থকা মানুহৰ জীৱনত অবিশ্বাস্য ধৰণৰ ঘটনা ঘটিব পাৰে। আমাৰ ইয়াত গা ধোৱা কামটোও তেনে এটা আচৰিত ধৰণৰ কথা। গা ধোৱাৰ কোনো নিৰ্দিষ্ট ঘৰ নথকা কাৰণে, প্ৰত্যেকে পানীৰ গামলাটো লৈ নিজৰ ইচ্ছা অনুসৰি বেলেগ বেলেগ ঠাইত এই কাৰ্য সমাধা কৰে।

পিটাৰে পাকঘৰটোকে গা ধুবৰ বাবে বাচি লৈছে। পাক-ঘৰটোৰ আকৌ দুৱাৰ-খিড়িকী আটাইবোৰ আইনাৰ গতিকে সি গা ধুবলৈ যোৱাৰ আগতে সকলোকে সতৰ্ক কৰি দিয়ে, যাতে আধা ঘণ্টাৰ বাবে কোনো সেইফালে নাযায়। মিষ্টাৰ ভান্ ডানে পানীৰ গামলাটো লৈ চিধা নিজৰ কম পায়লৈ আৰু তাত গা ধুইহে তেওঁ শান্তি পায়। শ্ৰীমতী ভান্ ডানে এতিয়ালৈকে গা ধোৱাই নাই; কোনখিনিত ধুবলৈ সুবিধাজনক হ'ব, তাকে ভাবি আছে। দেউতাই অফিচত ধোৱে, মায়ে পাকঘৰত জু-হালৰ

পাচকালে ধোৱে। মাৰ্গট আৰু মই সন্মুখৰ অফিচটোকে বাচি লৈছোঁ। শনিবাৰে আবেলি তাত পৰ্দা আঁৰি দিয়া হয় আৰু আমি প্ৰায় অৰ্ধ-অন্ধকাৰ কোঠাটোতে নিজৰ কাম সমাধা কৰোঁ।

মোৰ সেই ঠাই টুকুৰা ভাল নলগা বাবে বেলেগ ঠাই এটুকুৰা বিচাৰি উলিওৱাৰ চিন্তাত আছিলোঁ। হঠাৎ পিটাৰে মোক এটা বুদ্ধি দিলে যে মই ডাঙৰ অফিচৰ পায়খানা আৰু পানীৰ কলৰ ব্যৱস্থা থকা ঘৰটোকে গা ধোৱা ঘৰ হিচাবে ব্যৱহাৰ কৰিব পাৰোঁ। তাত মই লাইট্ অলাই, দুৱাৰখন ভালদৰে বন্ধ কৰি, কোনো মানুহে দেখা পোৱাৰ ভয় নোহোৱাকৈ, আৰামত গা-ধুব পাৰোঁ।

যোৱা দেওবাৰে মই নতুন ঠাই টুকুৰাত প্ৰথমবাৰৰ বাবে গা ধুলোঁ। তুমি হয়তো এইটো মোৰ বলিয়ালি বুলি ভাবিবা। কিন্তু মোৰ কাৰণে এইটুকুৰাই আটাইতকৈ ভাল ঠাই আছিল। যোৱা সপ্তাহত পানীৰ পাইপ চাফা কৰা মানুহ আহিছিল। ভেওঁ জাম হোৱা পাইপবোৰ বদ্‌লি কৰি নতুন পাইপ লগাই দিলে। জাৰকালি বেছি ঠাণ্ডাত কেনেবাকৈ পানী জমি পাইপবোৰ বন্ধ হোৱাৰ আশঙ্কাত আগতীয়াকৈ এইবোৰৰ সতৰ্কমূলক ব্যৱস্থা লোৱা হৈছে। এই মানুহজনৰ আগমন কিন্তু আমাৰ বাবে মুঠেই সুবিধাজনক নাছিল। আমাৰ কেৱল পানী অনাটোৱেই বন্ধ নাছিল। তাৰোপৰি বাহিৰলৈ যোৱা-মেলাৰ অসুবিধা হৈছিল। তেতিয়া আমি কি কৰিব লগা হৈছিল তোমাক ক'বলৈ মোৰ লাজ লাগিছে। কিন্তু সঁচা কথা ঢাক-ঢুক কৰা মোৰ স্বভাৱ নহয়।

আমি আছি পোৱাৰ দিনাই দেউতা আৰু মই বৈয়াম এটাকে চবিয়া কৰাৰ ব্যৱস্থা কৰিছিলোঁ। পাইপ চাফা কৰা মানুহজন আহোঁতে আমি সকলোৱে গোটেই দিন সেই চবিয়াতে বাহিৰলৈ যোৱা-মেলাৰ কাম সমাধা কৰিছিলোঁ। মোৰ কাৰণে আটাইতকৈ

কষ্টকৰ কথা আছিল—গোটেইদিন মাত-বোল নকৰাকৈ থকাটো। পুৰা তিনিদিন মুখ বন্ধ কৰি একে ঠাইতে বহি থকাটো মোৰ নিচিনা পেক্‌পেকাই থকা ছোৱালী এজনীৰ বাবে কিমান বেছি কষ্টদায়ক তোমাক বুজাব নোৱাৰোঁ। তেনে অৱস্থাত থাকি মোৰ ককাল, পিঠিৰ বিষ উঠিছিল। শোৱাৰ সময়ত অলপ ব্যায়াম কৰিহে ভাল পালোঁ।

তোমাৰেই এন্‌

বৃহস্পতিবাৰ, ১ অক্টোবৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱাকালি মই অসম্ভৱ ধৰণেৰে ভয় খালোঁ। ৮-৩০ বজাত হঠাৎ জোৰকৈ কলিং বেল বাজি উঠিল। পুলিচ আহিছে বুলি ভাবি মোৰ ভয়তে মুখৰ মাত নাইকিয়া হ'ল। যেতিয়া সকলোৱে ক'লে পিয়ন আহিছে নতুবা কোনোবা দুষ্ট লৰাই বজাইছে, তেতিয়াহে মোৰ মুখলৈ পানী আহিল।

লিউইন (Lewin) নামৰ ৰসায়নবিদ্ এজনে এইকেইদিন ফ্ৰেন্সাৰৰ লগত কাম কৰি থকা বাবে আমি একেবাৰে মৰাৰ নিচিনাকৈ চুপচাপ থাকিব লগা হৈছিল। মানুহজনে আকৌ ঘৰটোৰ তলানলা সব জানে। হঠাৎ পুৰণা লেব'ৰেটৰীটো চোৱাৰ কথা যদি মানুহজনৰ মনত খেলায়, তেতিয়াহ'লে আমাৰ বিপদ নিশ্চিত। সেই ভয়তে আমি হাতত-সাৰে, ভৰিত-সাৰে চলা-ফুৰা কৰিবলগা হৈছে। তিনি মাহৰ আগতে কোনোবাই ভাবিব পাৰিছিলনে এন্‌ৰ নিচিনা পাৰাৰ দৰে তৰল ছোৱালী এজনী হঠাৎ ইমান বেছি চুপচাপ হৈ যাব পাৰিব?

যোৱা ২৯ তাৰিখে শ্ৰীমতী ভান্‌ ডানৰ জন্মদিন আছিল। যদিও জন্মদিন ধুম্‌ধামকৈ পতাৰ সামৰ্থ আমাৰ নাছিল, তথাপি অনুষ্ঠানটোকৈ হ'লেও অলপ ভাল খোৱাবস্তু গোটাই তেওঁৰ সম্মানাৰ্থে সক পাৰ্টি

এটাৰ আয়োজন কৰা হৈছিল। তেওঁক সকলোৱে বস্তু আৰু ফুল উপহাৰ দিয়া হৈছিল। তেওঁৰ স্বামীয়ে তেওঁৰ বংশৰ চলিত প্ৰথা অনুযায়ী ৰঙাফুলৰ থোপা এটা উপহাৰ দিছিল।

শ্ৰীমতী ভান্ ডানৰ কথা ওলাওঁতে মোৰ আৰু এটা কথা মনত পৰিছে। দেউতাৰ লগত শ্ৰীমতী ভান্ ডানৰ আচৰণটো অসহ্য লগা হৈছে। কাৰণে অকাৰণে তেওঁ দেউতাৰ মূৰত হাত-বুলাই, গালে-মুখে টুকুৰিয়াই আৰু নানান ধৰণৰ কুৎসিত ইঙ্গিতেৰে দেউতাৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰে। দেউতাৰ চকুত কিন্তু তেওঁ ৰূপহীও নহয়, আকৰ্ষণীয়ও নহয় আৰু চতুৰও নহয়। গতিকে দেউতা নিৰ্বিকাৰ হৈ বহি থাকে আৰু ফলত শ্ৰীমতীয়ে তেওঁৰপৰা আসৈ নাপায়। মায়ে কিন্তু ভান্ ডানৰ লগত কেতিয়াও তেনেধৰণৰ ব্যৱহাৰ নকৰে। এদিন মই শ্ৰীমতী ভান্ ডানৰ মুখৰ ওপৰত কৈ দিলোঁ যে "আমাৰ মা তোমাৰ নিচিনা অভদ্ৰ কেতিয়াও নহয়।"

পিটাৰেও কেতিয়াবা তাৰ স্বাভাৱিক আত্মকেন্দ্ৰিকতা বাদ দি মোৰ লগত স্ফূৰ্তি কৰে। আমি দুয়ো অদ্ভুত ধৰণৰ সাজ-পাৰ কৰি খুব হাঁহো আৰু আনকো হহুঁৱাওঁ। পিটাৰে তাৰ মাকৰ চেপা ফ্ৰক্ আৰু টুপী পিন্ধি ছোৱালী সাজে; মই পিটাৰৰ চাৰ্ট-পেণ্ট পিন্ধি লৰা সাজোঁ। আমাৰ এই অদ্ভুত কাৰ্য-কলাপ দেখি ডাঙৰবোৰে হাঁহি হাঁহি বাগৰি পৰে।

এলিয়ে মোলৈ আৰু মাৰ্গটলৈ নতুন চোলা দুটা আনিছে। কাপোৰটো তেনেই বাজে; কিন্তু দাম বেচি ললে। যুদ্ধৰ আগৰ তুলনাত এতিয়া বস্তুৰ মূল্য বৰ বেছি হ'ল।

আৰু এটা নতুন খবৰ তোমাক জনাবলৈ আছে। পিটাৰ, মই আৰু মাৰ্গটে 'চৰ্টহেণ্ড' শিকিবলৈ লৈছোঁ। অহা বছৰত আমি কেনেকুৱা পাৰ্গত হ'ম চাবা। সঁচাকৈয়ে সঙ্কেতত চিঠি লিখিব পৰাটো বৰ মজাৰ আৰু সকলোৱে জানিবলগীয়া বিদ্যা।

তোমাৰেই এন্

শনিবাৰ, ৩ অক্টোবৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

যোৱাকালি আমাৰ ঘৰত আৰু এটা ধুমুহা পাৰ হ'ল। মা আৰু মোৰ খুব বেছি কাজিয়া লাগিল। তাৰ পাছত মায়ে মোক কি বুলি ভাবে সেইবোৰ কৈ কৈ দেউতাৰ আগত কান্দিবলৈ ধৰিলে, ময়ো লগতে কান্দিলোঁ। ফলত গোটেই দিনটো অসম্ভৱ ধৰণেৰে মূৰৰ বিষ হ'ল।

খণ্ডতে মই স্পষ্টকৈ কৈ দিলোঁ যে মা'তকৈ দেউতাক বেছি ভাল পাওঁ। দেউতাৰ মতে মোৰ খং মাৰ গ'লে সকলো ঠিক হৈ যাব। কিন্তু মই ভাবোঁ যে মই মাক আৰু ভাল পাব নোৱাৰোঁ। মই জোৰ কৰিহে মাৰ লগত মনে মনে থাকিব লাগিব। মাৰ অসুখ হ'লে বা মূৰ কামুৰিলে ইটো সিটো কৰি দিবলৈ দেউতাই মোক কয়। কিন্তু সেইবোৰ কৰাৰ মোৰ সময় নাই; মোৰ নিজৰে বহুত কাম।

ফৰাচী ভাষা শিকিবলৈ যথেষ্ট পৰিশ্ৰম কৰিব লগা হৈছে। এতিয়া 'লা বেলে নিভাৰনেইজ' (La Belle Nivernaise) নামৰ কিতাপ এখন পঢ়ি আছোঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ৯ অক্টোবৰ, ১৯৪১ চন

মৰমৰ কিট্টী,

আজি তোমাক মোৰ কেৱল দুখৰ খবৰহে দিবলৈ আছে। আমাৰ ইহুদী মানুহবিলাকক জাকে জাকে জন্তুৰ নিচিনাকৈ ট্ৰাকত ভৰাই ড্ৰিণ্টৰ 'ওৱেষ্টাৰবৰ্ক' (Westerbork in Drente) বন্দীশাললৈ লৈ যোৱা হৈছে। ওৱেষ্টাৰবৰ্কৰ নাম শুনিলেই ভয়ত গাৰ নোম শিয়ৰি উঠে। তাত হেনো মানুহবোৰে ভয়াবহ অৱস্থাত জীৱন-যাপন কৰিব লগা হয়। এশজন মানুহৰ কাৰণে এটা মাত্ৰ পানী

কল ; পায়খানাৰ অভাৱ। বেলেগ বেলেগ থকা ঘৰ নাই। মতা-মাইকী, লৰা-বুঢ়া সকলো একে ঠাইতে থেপা-থেপিকৈ শুব লগা হয়। ফলস্বৰূপে ব্যাপকভাবে অনৈতিক অসৎ কাৰ্য্যকলাপবোৰ হৈছে। বহুত তিৰোতা মানুহ, আনকি কম বয়সীয়া ছোৱালীবোৰো বেছিদিন তাত থাকিলে গৰ্ভৱতী হয় বুলি শুনা যায়।

তাৰপৰা পলোৱা কাৰো সাধ্য নাই। কাৰণ টকলা মূৰ বা ইহুদী চেহেৰা দেখিলে সকলোৱে চিনি পায়। হলেণ্ডতে যদি এই অৱস্থা হয়, অন্য দূৰৰ ঠাইত বাৰু কি অৱস্থা হব পাৰে ? আমি অনুমান ক'ৰোঁ যে বেছি ভাগ ইহুদীকে হত্যা কৰা হৈছে। বৃটিছ ৰেডিঅ'ৰ ঘোষণা মতে ইহুদীবোৰক বোলে গেচ দি মাৰি পেলোৱা হৈছে। গেচত দিয়াটোৱেই কিজানি হত্যা কৰাৰ আটাইতকৈ ক্ষিপ্ৰ উপায়। মিয়েপে যেতিয়া এইবোৰ কথা কৈছিল তেতিয়া মোৰ বৰ ভয় লাগিছিল। ভয়তে গোটেই গা ঠাণ্ডা হৈ কঁপনি উঠিছিল। কিন্তু তথাপিও সেইবোৰ মুশুনাকৈ নোৱাৰিছিলোঁ। কথাবোৰ কওঁতে মিয়েপৰো চকু-পানী ওলাইছিল।

কেইদিনমানৰ আগতে মিয়েপে ইহুদী আলৰ বুঢ়ী এজনী নিজৰ দুৱাৰ-দলিত বহি থকা দেখিছিল। বুঢ়ীজনীক গেষ্টাপো ( Gestapo ) পুলিচে তাতে ব'বলৈ কৈ গাড়ী আনিবলৈ গৈছিল। বৃটিছ উৰাজাহাজলৈ গুলিওৰা বন্দুকৰ শব্দ, চকুত চাঁত মৰা পোহৰ —এইবোৰ দেখি বুঢ়ী থৰ্‌থৰকৈ কঁপি আছিল। কিন্তু মিয়েপে বুঢ়ীজনীক অলপো সহায় কৰিব নোৱাৰিলে। কাৰণ এনে অৱস্থাত সহায় কৰা মানেই হ'ল নিজৰ বিপদ মাতি অনা। জাৰ্মানবিলাকৰ দয়া-মায়া বোলা বস্তুটো একেবাৰেই নাই।

এলিও আজিকালি মন মাৰি থাকে। কাৰণ তেওঁৰ প্ৰেমিকক জাৰ্মানীলৈ পঠোৱাৰ কথা চলিছে। আমাৰ ঘৰৰ ওপৰেদি মস্ত মস্ত বোমা কঢ়িয়াই নিয়া এনেকুৱা এখন বৃটিছ উৰাজাহাজেই হয়তো তেওঁৰ প্ৰেমিকৰ মূৰৰ ওপৰত বিস্ফোৰণ ঘটাব পাৰে বুলি বেচেৰী

অস্থিৰ হৈ আছে। কেৱল এলিৰ প্ৰেমিক ডিৰেকেই ( Dirk ) যাব লগা হৈছে তেনে নহয়, প্ৰত্যেকদিনাই বেল ভৰ্ত্তি হৈ ডেকা-লৰা জাৰ্মানীলৈ যুঁজিবলৈ যাবলগীয়া হৈছে। কেতিয়াবা দুই এজন মাজবাটতে পলাই সাৰে। কিন্তু এনে ঘটনা কাচিৎহে হ'বলৈ পায়।

বেয়া খবৰ ইমানতেই শেষ নহয়। জাৰ্মানবোৰে প্ৰতিশোধ-মূলক অন্য ধৰণৰ হত্যা আৰম্ভ কৰিছে। কূটাঘাতমূলক কাৰ্যৰ প্ৰকৃত অপৰাধী ধৰা পেলাব নোৱাৰিলে চহৰৰ নিৰপৰাধী গণ্যমান্য নাগৰিক, নিৰীহ মানুহবোৰক লৈ গৈ কেইদিনমান জামিনত ৰাখি, পাছত হত্যা কৰা হয়। এনেকুৱা ধৰণৰ হত্যাৰ খবৰ দিনে দিনে কাগজত ওলাবই লাগিছে। এই নৃশংস কাৰ্য-কলাপবোৰক আকৌ মাৰাত্মক দুৰ্ঘটনা বুলি আখ্যা দিয়া হয়। সঁচাকৈয়ে জাৰ্মানবোৰ এটা চমৎকাৰ জাতি। মই যে এদিন জাৰ্মান বুলি পৰিচিত আছিলোঁ, ভাবিলেই বেয়া লাগে। কিন্তু ৰক্ষা, হিট্‌লাৰে কোনোবা দিনাই আমাৰ নাগৰিকত্ব হৰণ কৰিলে। বৰ্ত্তমান জাৰ্মানেই হ'ল ইহুদী-সকলৰ কাৰণে পৃথিৱীত আটাইতকৈ ডাঙৰ শত্ৰু।

তোমাৰেই এন্‌

শুক্ৰবাৰ, ১৬ অক্টোবৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

মই এই কেইদিন অসম্ভৱ ধৰণেৰে ব্যস্ত, 'লা বেলে নিভাৰনেইজে' ( La Belle Nivernaise ) নামৰ কিতাপৰ এক অধ্যায় এইমাত্ৰ অনুবাদ কৰি শেষ কৰিলোঁ আৰু ভাত পোৱা নতুন শব্দবোৰো টুকি ললোঁ। তাৰ পাছত এটা টান অঙ্ক কৰিলোঁ আৰু তিনি পৃষ্ঠামান ফৰাচী ব্যাকৰণ পঢ়িলোঁ। সদায় সদায় অঙ্ক কৰিবলৈ মোৰ ভাল নালাগে। দেউতায়ো কয়, অঙ্ক বৰ বেয়া বস্তু। দেউতাতকৈ পিছে মইয়ে অঙ্ক বেছি পাৰোঁ। কিন্তু টান অঙ্ক ওলালেই মাৰ্গ টৰ সহায় বিচাৰিব লগা হয়। চৰ্টহেণ্ডতহে তিনিওৰে ভিতৰত মই আগবাঢ়ি আছোঁ।

যোৱাকালি 'দি এছল্ট' ( The Assault ) নামৰ কিতাপখন শেষ কৰিলোঁ। কিতাপখন ভালেই; কিন্তু 'জোপ টাৰ হিউল'ৰ ( Joop ter Heul ) আগত একেবাৰেই নহয়। মোৰ মতে 'চিচি ভান্ মাৰ্ক্সভেল্ট' ( Cissy Van Marxveldt ) এগৰাকী প্ৰথম শাৰীৰ লিখিকা। আগলৈ মোৰ লৰা-ছোৱালীক এই লিখিকাৰ সকলো কিতাপ পঢ়িবলৈ দিম। মা, মাৰ্গট আৰু মই এই-কেইদিন গাধীৰে-কলে সনাপিঠা; এনেকৈ থাকিলে ভালেই।

যোৱাৰাতি মাৰ্গট আৰু মই একেখন বিচনাতে ঠেলাহেচাকৈ শুলোঁ; কিন্তু বৰ ভাল লাগিল। শুই শুই আমি বহুত কথা পাতিলোঁ। তাই মোৰ ডায়েৰীখন পঢ়িব পাৰিবনেকি মোক সুধিলে। মই ক'লোঁ যে মাজে মাজে পাৰিবা; কিন্তু গোটেইখন নহয়। মইয়ো তাইৰখন পঢ়িব পাৰিম নেকি বুলি সুধিলো। তাই 'পাৰিবি' বুলি ক'লে। তাৰ পাছত ভবিষ্যতে কোনে কি হ'ম তাকে আলোচনা কৰিলোঁ। মই তাই কি হ'ব বিচাৰে বুলি সোধাত তাই একো স্পষ্ট উত্তৰ নিদিলে। আন্দাজতে মই ধৰিলোঁ তাই কিজানি শিক্ষয়িত্ৰী হব বিচাৰে। মোৰ অনুমান হয়তো মিছাও হ'ব পাৰে। আনৰ ব্যক্তিগত কথাত মই ইমান উৎকণ্ঠা প্ৰকাশ কৰা হয়তো উচিত নহয়।

আজি ৰাতিপুৱা পিটাৰক তাৰ বিচনাৰপৰা খেদি মই শুই থাকিলোঁ। তাৰ খুব খং উঠিছিল, কিন্তু মই তালৈ ভয় নকৰোঁ। যোৱাকালি মই তাক এটা আপেল দিছিলোঁ; গতিকে তাৰ লগত মোৰ সম্বন্ধ বৰ বেয়া নহয়।

মই মাৰ্গটক সুধিলোঁ মই দেখিবলৈ বৰ বেয়া নেকি? তাই ক'লে, "তই বেচ মৰম লগা। বিশেষকৈ তোৰ চকু কেইটা বৰ ধুনীয়া।" কথাটো কিন্তু বৰ স্পষ্টকৈ নক'লে, নহয় জানো?

অহাবাৰকৈ লগ পাম।

তোমাৰেই এন্

মঙ্গলবাৰ, ২০ অক্টোবৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

ঘটনাটো ঘটা প্ৰায় দুঘণ্টামান পাৰ হ'ল। তথাপি মোৰ বুকুৰ ধপ্‌ধপনি এতিয়াও মাৰ যোৱা নাই। ঘটনাটো বুজাবলৈ হ'লে মই তোমাক অলপমান বহলাই ক'ব লাগিব। ঘৰটোত পাঁচটা অগ্নিনিৰ্বাপক যন্ত্ৰ আছে। যন্ত্ৰ কেইটা ভৰ্তি কৰিবলৈ মিস্ত্ৰি এজন অহাৰ কথা আছিল। কিন্তু কেতিয়া আহিব, কি কথা, আমাক একো জনোৱা হোৱা নাছিল। ফলস্বৰূপে আমি অকণো সাৱধান নোহোৱাকৈ ঘূৰাফিৰা কৰি থাকিলোঁ। হঠাৎ আমাৰ আচবাব ৰখা আলমাৰীৰ দুৱাৰখনত হাতুৰীৰ শব্দ শুনি অনুমান কৰিলোঁ যে নিশ্চয় মিস্ত্ৰিয়ে তলত কাম কৰিছে। এলি দুপৰীয়া আহাৰ খাবলৈ আমাৰ ইয়ালৈ আহিছিল। মই তেওঁক তেতিয়া ওলাই নাযাবলৈ সাৱধান কৰিলোঁ। দেউতা আৰু মই সেই অচিনাকি মিস্ত্ৰিজন কেতিয়া যাব, তাকে শুনিবলৈ দুৱাৰত কাণ পাতি থাকিলোঁ।

প্ৰায় ১৫ মিনিটমানৰ পাছত মিস্ত্ৰিজনে হাতুৰীটো আমাৰ আলমাৰীৰ ওপৰত থৈ দুৱাৰত টুকুৰিওৱা যেন অনুমান হ'ল। ভয়তে আমাৰ জীৱ উৰি গ'ল। আমাৰ ধাৰণা হ'ল মানুহজনে কিজানি আমাৰ অসাৱধানতাৰ ফলত হোৱা শব্দ শুনি ভিতৰতনো কি আছে তাকে জানিবলৈ দুৱাৰখন খুলিব খুজিছে। লাহে লাহে দুৱাৰখনত জোৰ কৰি টনা-আজোৰা, ঢকিওৱাৰ শব্দ বেছি শুনা গ'ল। এই মানুহজনে এতিয়া আমাক গুপ্তগৃহতে ধৰা পেলাব বুলি ভাবি মোৰ মূৰ্ছা যোৱাৰ উপক্ৰম হ'ল। মই ভাবিলোঁ যে আমাৰ অন্তিম সময় পালেহি। মই মোৰ চকুৰ আগতে দুৱাৰত টুকুৰিয়াই থকা মানুহজন বাঢ়ি গৈ গৈ ভয়াবহ দৈত্য আকৃতিৰ নাজি অফিচাৰৰ ৰূপত থিয় হৈ থকা দেখিলোঁ। ঠিক তেনেতে

মিঃ কোফিয়াচৰ মাত শুনিলোঁ—“দুৱাৰ খোলা। মইহে আহিছোঁ।” আমি লৰা-লৰিকৈ দুৱাৰখন খুলি দিলোঁ। কোফিয়াচক দেখা মাত্ৰহে ইমান সময়ৰ ভয়-আতঙ্কৰ যন্ত্ৰণাৰপৰা হঠাৎ মুক্তি পোৱা যেন লাগিল। কোফিয়াচৰ মুখৰপৰা পাছত শুনিলোঁ যে আমাৰ দুৱাৰ আৰু আলমাৰিটো বান্ধি ৰখা হুক্‌ডালত জাম বান্ধিলে কাৰণে দুৱাৰখন খুলিব নোৱাৰিলে আৰু সেইবাবে মিস্ত্ৰি অহাৰ খবৰ আমি নাপালোঁ। মিস্ত্ৰি যোৱাৰ পাছত কোফিয়াচে এলিক নিবলৈ আহি আকৌ দুৱাৰ খুলিব নোৱাৰি তেনেকৈ বাহিৰৰপৰা ঢকিয়াইছিল। যিয়েই নহওক, এইবাৰ ৰক্ষা পৰিলোঁ।

ইয়াৰ মাজত সোমবাৰৰ দিনা আমি খুব স্ফূৰ্তি কৰিলোঁ। মিয়েপ আৰু হেঙ্ক আমাৰ লগত ৰাতি থাকিবলৈ আহিছিল। মই আৰু মাৰ্গট মাহঁতৰ কোঠালৈ গৈ আমাৰ কোঠাটো তেওঁ-লোকক এৰি দিলোঁ। খোৱা বস্তুবোৰ সেইদিন বৰ সোৱাদ হৈছিল। সেই আনন্দৰ মাজতো সামান্য এটা বিঘিনি নঘটাকৈ নাথাকিল। হঠাৎ লাইট নুমাই গ'ল আৰু অলপ সময় আমি আন্ধাৰত থাকিব লগা হ'ল। ষ্টৰ কমৰ চুক এটাত 'ফিউজ তাঁৰ' ৰখা হৈছিল যদিও এই আন্ধাৰ খনত বিচাৰি উলিওৱাটোৱেই টান কথা হ'ল। তথাপি মতা মানুহবোৰে আন্ধাৰতো খপিয়াই খপিয়াই তাঁৰডাল আবিষ্কাৰ কৰিলে আৰু ১০ মিনিটৰ পাছত আকৌ লাইট জ্বলি উঠিল।

৮-৩০ বজাতে হেঙ্ক যাবগৈ বুলি আজি ৰাতিপুৱা সোনকালে বিচনাৰপৰা উঠিলোঁ। ৰাতিপুৱা চাহ-জলপান খাই মিয়েপো অফিচলৈ গ'ল। বাহিৰত ধাৰাসাৰে বৰষুণ দি আছিল। মিয়েপে ৰাতিটো আমাৰ ইয়াতে থকা কাৰণে সেই বৰষুণত চাইকেল কৰি যে আহিব লগা ন'হল তাকে ভাবি বৰ বং পালে। অহা সপ্তাহত এৰাতি আমাৰ লগত থাকিবলৈ এলিও অহাৰ কথা আছে।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৯ অক্টোবৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

দেউতাৰ গা ভাল নহয়; সেইকাৰণে মই বৰ চিন্তিত। তেওঁৰ জ্বৰ আছে আৰু গোটেই গাত ৰঙা চকলাচকল হৈছে। আই-সকলে দেখা দিয়া যেনহে লাগিছে। অৱস্থাটো ভাবি চোৱাঁচোন। কিবা অসুখ বিসুখ হ'লে আমি ডাক্তৰো মাতিব নোৱাৰোঁ। মায়ে জ্বৰ ঘমুৱাবলৈ চেষ্টা কৰি আছে। জ্বৰ সোনকালে নামিব বুলি আশা কৰিছোঁ।

ভান্ ডান পৰিয়ালৰ সকলো 'ফাৰ্নিচাৰ' পুলিচে লৈ গ'ল বুলি আজি মিয়েপে ক'লে। আমি অৱশ্যে শ্ৰীমতী ভান্ ডানক কথাটো এতিয়াও জনোৱা নাই। কিয়নো শুনিলেই, তেওঁ মূৰে-কপালে হাত দি হা-হুতাশ পাৰিবলৈ বহি যাব। এতিয়া ধুনীয়া 'ফাৰ্নিচাৰৰ কথালৈ কাৰো বিননি শুনাৰ আমাৰ ধৈৰ্য নাই। আমি আটাই-বোৰে ভাল বস্তুৰ প্ৰায় সকলো এৰি থৈ আহিব লগা হৈছে। সেইবোৰ ভাবি দুখ কৰি জানো কিবা লাভ হ'ব?

আজিকালি মই ডাঙৰ মানুহে পঢ়া কিছু কিতাপ পঢ়াৰ অনুমতি পাইছোঁ। এতিয়া মই 'নিক' ভেন স্যুচ্‌টেলিন'ৰ (Nico Van Suchtelen) 'ইভাৰ যৌৱন' (Eva's Youth) নামৰ কিতাপ খন পঢ়ি আছোঁ। স্কুলীয়া ছোৱালীৰ প্ৰণয় কাহিনী আৰু এই কিতাপৰ মাজত মই কোনো পাৰ্থক্য দেখা নাই। কিতাপখনত কুখ্যাত গলিত তিৰোতা মানুহে অচিনাকি মানুহক দেহবিক্ৰি কৰাৰ কথাও লিখা আছে। তাৰ কাৰণে বোলে তেওঁলোকে টকা লয়। মোৰ জীৱনত তেনেকুৱা ঘটনা হ'লে কিজানি মই লাজত মৰিয়েই যাম। কিতাপত আৰু লিখা আছে যে ইভা মাহে মাহে ঋতুমতী হয়। মইয়ো কেতিয়া ঋতুমতী হওঁ তালৈ বৰ আগ্ৰহেৰে বাট চাই আছোঁ। ছোৱালীৰ কাৰণে এইটো বৰ ডাঙৰ কথা।

দেউতাই ডাঙৰ আলমাৰিৰপৰা গ্যেটে ( Goethe ) আৰু শ্বিলাৰৰ ( Schiller ) নাটকবোৰ লৈ আহিছে। তেওঁ প্ৰত্যেক সন্ধ্যা মোক পঢ়ি শুনোৱাৰ কথা আছে। আমি 'ডন্ কাৰ্লজ' ( Don Carlos ) নাটকেৰে পঢ়া আৰম্ভ কৰিছোঁ।

দেউতাক দেখি মায়েও প্ৰাৰ্থনাৰ কিতাপ এখন মোৰ হাতত গুজি দিছে। নপঢ়িলে মায়ে বেয়া পাব বুলি এটা দুটা প্ৰাৰ্থনা পঢ়ি আছোঁ। প্ৰাৰ্থনাবোৰ খুবেই ভাল; কিন্তু পঢ়ি মই বৰ আমোদ নাপাওঁ। মায়ে কিয় জানো মোক ধাৰ্মিক কৰিব বিচাৰে; সম্ভৱতঃ আত্মতুষ্টিৰ কাৰণেই।

কাইলৈ আমি প্ৰথমবাৰৰ কাৰণে খৰিৰে জুই জলাম। ধোঁৱাত আমাৰ উশাহ নিশাহ বন্ধ হ'ব বুলি ভয় লাগিছে। কিমানদিনৰ পৰা যে চিম্‌নি চাফা কৰা নাই; এতিয়া ধোঁৱাবোৰ চিমনিয়েদি বাহিৰলৈ ওলালেই হয়।

তোমাৰেই এন্

শনিবাৰ, ৭ নৱেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

মাৰ স্বভাৱটো দিনে দিনে খিঙ্‌খিঙীয়া হৈ পৰিছে, মাৰ খং দেখিলেই মোৰ বিপদৰ পূৰ্বাভাস পাওঁ। মা দেউতাই বাইদেউক একো নকয়, মোকেই অনবৰত বকি থাকে; ই অনিচ্ছাকৃত আৰু কেৱল আকস্মিক বুলি ভাবিব পাৰি জানো? উদাহৰণ স্বৰূপে যোৱাকালি সন্ধ্যা মাৰ্গটে ধুনীয়া ছবি থকা কিতাপ এখন পঢ়ি আছিল। কিন্তু কিবা এটা কামত কিতাপখন খুলি থৈয়ে তললৈ নামি গ'ল। মই ওচৰতে এনেয়ে বহি আছিলোঁ। বাইদেউ যোৱাৰ পাছত কৌতূহলবশতঃ কিতাপখন হাতত লৈ পাত লুটিয়াই ছবি চাবলৈ ধৰিলোঁ। ঘূৰি আহি কিতাপখন মোৰ হাতত দেখি মাৰ্গটে খঙতে কপাল কোঁচাই ক'লে, "কিতাপখন দে।" মই

ক'লোঁ, "ব'বা, ছবিকেইটা চাই লওঁ।" মাৰ্গটৰ আৰু খঙ উঠিল। ইতিমধ্যে মা আহি ক'লে, "কিতাপখন মাৰ্গটক দি নিদিয় কিয়? তাই পঢ়ি আছিল।" ঠিক সেই সময়তে দেউতাও কোঠালৈ সোমাই আহিল আৰু কথাটোৰ আগগুৰি একো নুবুজাকৈ মাৰ্গটৰ চকুত আহত হৰিণীৰ দৃষ্টি দেখিয়েই মোক ধমকি দি ক'লে, "তোৰ কিতাপ যদি মাৰ্গটে চুলেহেঁতেন, তেতিয়া হ'লে তই কি কৰিলিহেঁতেন, ক চোন।" মই কিতাপটো থেকেচ্ মাৰি থৈ কোঠাটোৰপৰা ওলাই আহিলোঁ। ওলাই অহা দেখি সবেই মোৰ খঙ উঠা বুলি ভাবিলে। আচলতে, মোৰ খঙ উঠাতকৈ মনতহে আঘাত পালোঁ। কথাটোনো কি একো গমগতি নোপোৱাকৈ দেউতাই এনেকৈ মন্তব্য দিয়াত বৰ বেজাৰ লাগিল। মা দেউতা আমাৰ মাজত নোসোমোৱা হ'লে, মই ততালিকে কিতাপটো ঘূৰাই দিলোঁহেঁতেন। মাৰ্গটৰ ওপৰত যেন ডাঙৰ এটা অন্যায় হ'ল, তেনে এটা ভাব লৈ তেওঁৰ পক্ষ লোৱাতহে মই বেয়া পালোঁ।

মা সদায় মাৰ্গটৰ ফলীয়া হয় সেইটো জনা কথা। গতিকে মাৰ বকনি আৰু মাৰ্গটৰ মেজাজক মই গুৰুত্ব নিদিওঁ। মাক আৰু বায়েক কাৰণেই মই সকলো সহি থাকোঁ। কিন্তু দেউতাৰ কথা বেলেগ। যদি দেউতাই অকল মাৰ্গটকে প্ৰশংসা কৰে, মৰম কৰে বা তেওঁৰ কথা সমৰ্থন কৰে, তেতিয়া কিহবাই যেন মোৰ বুকুত শেল মাৰিছে, তেনে অনুভব কৰোঁ। তাৰ কাৰণ হ'ল দেউতাক মই ভাল পাওঁ, ভক্তি কৰোঁ আৰু দেউতাই হ'ল মোৰ একমাত্ৰ অৱলম্বন। মই পৃথিবীত দেউতাৰ বাহিৰে আন কাকো ভাল নাপাওঁ। দেউতাই মাৰ্গটক যে ভিন্ন ধৰণেৰে ব্যৱহাৰ কৰে, সেইটো দেউতাই নিজে হয়তো লক্ষ্য নকৰে, কিন্তু মই মনত আঘাট পাওঁ। মাৰ্গট যে ধুনীয়া, মৰম লগা, মৃদু স্বভাৱৰ ছোৱালী, তাত কোনো সন্দেহ নাই। কিন্তু সেই বুলি মোকোতো অলপমান গুৰুত্ব দিব লাগে। মই জানো তেওঁলোকৰ জীয়েক

নহয় আৰু মই ইমান বেছি মূল্যহীন নে? মই সদায় সামান্য দোষৰ কাৰণে দুগুণে শাস্তি পাব লগা হয়। প্ৰথম হ'ল বকনি শুনা আৰু দ্বিতীয় হ'ল মোৰ মনত পোৱা আঘাট। এনেকৈ দেখাদেখিকৈ পক্ষ লোৱা দেখিলে মই কেনেকৈ সুখী হ'ম? মই হয়তো দেউতাৰপৰা এনে এটা বস্তু বিচাৰোঁ, যিটো দেউতাই দিবপৰা নাই।

মই মাৰ্গটক হিংসা কৰা নাই, কোনোদিনাই নকৰোঁও। তাইৰ ৰূপক মই ঈৰ্ষা নকৰোঁ। মই দেউতাৰপৰা প্ৰকৃত মৰম বিচাৰোঁ কেৱল তেওঁৰ সন্তান বুলিয়েই নহয়, কিন্তু এগৰাকী স্বতন্ত্ৰ ব্যক্তি হিচাবেও।

মই এনেকৈ দেউতাক অৱলম্বন কৰাৰ কাৰণ হ'ল অকল দেউতাৰ মাজেদিহে আমাৰ পৰিয়ালটোৰ লগত মোৰ সম্পৰ্ক স্থাপন হৈছে। মাৰ ওপৰত মোৰ কেনে মনোভাব, সেইটো প্ৰকাশ কৰা যে দৰকাৰ এই কথা দেউতাই বুজি নাপায়। মাৰ কথা ওলালেই দেউতাই সেই কথা তল পেলাই অন্য কথা উলিয়াব খোজে। কিন্তু মাৰ মাজত যিখিনি দুৰ্বলতা আছে সেইখিনিলৈ মই চকু মুদি থাকিবলৈ টান পাওঁ। সদায় মাৰপৰা বেয়া ব্যৱহাৰ, বিদ্ৰূপ, কটুকথা, এইবোৰ নাপালেই মই ভাল পাওঁ। কিন্তু সকলো কথাত যে মইয়ে দোষী এইটোও মানি লবলৈ মই সাজু নহওঁ।

মা আৰু মই সম্পূৰ্ণ ভিন্ন প্ৰকৃতিৰ; সেই কাৰণে আমাৰ দুজনৰ মাজত সংঘাত অনিবাৰ্য্য। মাৰ স্বভাৱৰ ওপৰত মতামত দিয়াৰ যোগ্যতা মোৰ নাই। মই মাক অকল মা হিচাবেই পাব বিচাৰোঁ, কিন্তু মোৰ মনত যি মাৰ ছবি আছে সেই ছবিৰ লগত বাস্তৱৰ মাৰ অকণো মিল নাই। গতিকে মই নিজেই মোৰ মনৰ মাৰ অভাৱো পূৰণ কৰিব লগা হৈছে।

মই মাৰ সদায় বেয়া ফালটো উপেক্ষা কৰি ভাল ফালটো চাবলৈ চেষ্টা কৰোঁ। কিন্তু চাৰ নিবিচৰা ফালটোহে আহি বাৰে বাৰে মোৰ আগত ধৰা পৰে। আটাইতকৈ দুখৰ কথা হ'ল মা-

দেউতা কোনেও মোৰ মনৰ এই অভাৱটো বুজি নাপায়। মই মাজে মাজে ভাবোঁ, হয়তো কোনো মা-দেউতাই নিজৰ লৰা-ছোৱালীক সম্পূৰ্ণ সুখী কৰিব নোৱাৰে।

কেতিয়াবা মই ভাবোঁ যে ভগবানে হয়তো মোক পৰীক্ষা কৰিব বিচাৰিছে। মই মোৰ নিজৰ বলতেই কাৰো সহায় পৰামৰ্শ নোলোৱাকৈ ভাল হ'ব লাগিব। তেতিয়াহে মই সকলোৰে ওপৰত জয়ী হব পাৰিম।

মোৰ বাহিৰে এই চিঠিবোৰ আৰু কোনে পঢ়িব? নিজৰ বাহিৰে মই আৰু কাৰপৰা সান্ত্বনা পাম? মই মৰম আৰু সান্ত্বনা বিচাৰোঁ; মই মাজে মাজে দুৰ্বল আৰু ক্ষুব্ধ হৈ পৰোঁ। মোৰ দোষ-ত্ৰুটি বহুতখিনি মই নিজে বুজি পাওঁ। প্ৰত্যেক দিনাই নিজকে শুধৰাবলৈ চেষ্টা কৰোঁ।

মোৰ প্ৰতি ব্যৱহাৰ দিনে দিনে পৰিবৰ্তন হয়। এদিন দেখোঁ— এন্ বৰ সজাগ আৰু প্ৰত্যেক কথাই তেওঁক জানিবলৈ দিয়া হয়। কিন্তু পিচদিনাই শুনোঁ, এন্ গজমূৰ্খ; তাই একো নাজানে। অথচ কিতাপ কেইখনমান পঢ়ি তাই ভাবে যে তাই 'সৰ্বজ্ঞানী'। কিন্তু মইতো এতিয়া কেঁচুৱা নহয় যে মোৰ প্ৰত্যেক কামতে মানুহবৰ হাঁহি উঠিব পাৰে। মোৰো নিজৰ সুকীয়া দৃষ্টিভঙ্গী, পৰিকল্পনা আৰু নিজস্ব ধাৰণা আছে যদিও মই ভালকৈ কথাৰে সেইবোৰ প্ৰকাশ কৰিবপৰা নাই। মই যেতিয়া বিচনাত পৰি থাকোঁ তেতিয়া নানানটা চিন্তাই মোক জুমুৰি দি ধৰে। মোৰ প্ৰত্যেক কথাকে ভুল ব্যাখ্যা দিয়া মানুহবোৰক মোৰ দেখিবৰ মন নোযোৱা হৈছে। গতিকে শেষ আশ্ৰয় হিচাবে শেষত মই ডায়েৰীখনৰ কাষ চাপোঁ, আৰু কৰলগীয়া সকলো কথা অন্তৰ উজাৰি ইয়াতেই কওঁ। মই জানোঁ, কিট্টী অসীম ধৈৰ্যশীলা। মোৰ সকলো কথা তাই মন দি শুনিব। মই কিট্টীৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ যে নানান দুখকষ্ট সহ্য কৰিও মই আগবাঢ়ি যাম। মোৰ মাজে

মাজে শেষত কি হ'ব আগতীয়াকৈ জানিবৰ মন যায় আৰু মোক ভালপোৱা কাৰোবাৰপৰা সহায় আৰু অনুপ্ৰেৰণা পাবৰ প্ৰবল ইচ্ছা হয়।

মোক দোষ নিদিবা। মনত ৰাখিবা, মইয়ো তেজ-মঙহৰে মানুহ। মোৰো ধৈৰ্য্যৰ এটা সীমা আছে।

তোমাৰেই এন্

সোমবাৰ, ৯ নবেম্বৰ, ১৯৪২ চন

মৰমৰ কিটী,

যোৱাকালি পিটাৰৰ জন্মদিন আছিল। তাৰ ১৬ বছৰ পূৰা হ'ল। সি জন্মদিনত কেইটামান ভাল ভাল উপহাৰ পালে। তাৰ ভিতৰত উল্লেখযোগ্য কেইটামান হ'ল মন'পলি ( Monopoly ) খেলাৰ সৰঞ্জাম, এখন ক্ষুৰ, আৰু এটা চিগাৰেট জ্বলোৱা লাইটাৰ। সি যে খুব চিগাৰেট খায় সেইটো নহয়, তাৰ লাইটাৰটো সজাই থবৰ কাৰণেহে উপযোগী।

এক বজাত মিঃ ভান্ ডানে সকলোকে চমক লগাই দিবপৰা খবৰ এটা দিলে, খবৰটো হ'ল ইংৰাজ [illegible]সকলে টিউনিচ্ ( Tunis ), এলজিয়াৰছ্ ( Algiers ), কাচাব্লাংকা ( Casablanca ) আৰু ওৰানত ( Oran ) অৱতৰণ কৰিলে। খবৰটো শুনি সকলোৱে কোৰামেলা কৰিলে যে এইটোৱে সমাপ্তিৰ আৰম্ভণি। কিন্তু বৃটিছ প্ৰধানমন্ত্ৰী চাৰ্চিলৰ ( Churchill ) মতে এইটো সমাপ্তি নহয়, সমাপ্তিৰ আৰম্ভণিও নহয়; ই সম্ভৱতঃ আৰম্ভণিৰ সমাপ্তিহে। কথাখিনিৰ পাৰ্থক্যটো বুজি পাইছানে? আশাবাদী হোৱাৰ নিশ্চয় স্থল আছে। ৰাছিয়াৰ ষ্টেলিনগ্ৰেড ( Stalingrad ) নামৰ চহৰখনৰ আজি ৩ মাহেও জাৰ্মানসকলে পতন ঘটাবপৰা নাই।

আকৌ আমাৰ গুপ্তগৃহৰ কথালৈ ঘূৰি আহোঁ। মই তোমাক আমাৰ আহাৰ যোগান সম্পৰ্কে কিছু কথা কোৱাৰ দৰকাৰ, আমাৰ

ওপৰ মহলাত কেইটামান খকুৱা গাহৰি বাস কৰে বুলি তুমি জানা, আমি কোফিয়াচৰ বন্ধু একজনৰপৰা কটি পাওঁ। অৱশ্যে যৰত যিমান পোৱা গৈছিল, ইয়াত সিমান পোৱা নাযায়। কিন্তু যি পাওঁ সেয়ে যথেষ্ট, বে-আইনী ভাবে চাৰিখন ৰেচনকাৰ্ডো গোটোৱা হৈছে। এই ৰেচনকাৰ্ডবোৰৰ দামো দিনকদিনে বাঢ়ি গৈ আছে। একোখন ৰেচনকাৰ্ডৰ দাম ২৭ ফ্লৰিণৰপৰা বাঢ়ি গৈ ৩৩ ফ্লৰিণ পালেগৈ। কিছু খোৱা বস্তু সঞ্চয় কৰাৰ উদ্দেশ্যে ১৫০ টিন শাক-পাচলিৰ বাহিৰেও ২৭০ পাউণ্ড শুকান মটৰ আৰু উৰহী কিনি অনা হৈছিল। সকলোখিনি আমাৰ কাৰণে নহয়; অফিচৰ মানুহবোৰেও ইয়াৰ-পৰাই খায়। এই বস্তুবোৰ বস্তাত ভালদৰে বান্ধি লুকাই থকা দুৱাৰৰ ভিতৰফালে অহাযোৱা কৰা বাটত ওলোমাই থোৱা হৈছিল। ওজন বেছি হোৱা বাবে বস্তাৰ দুটা এটা চিলাইও মুকলি হ'ল। সেইকাৰণে আমি 'এটিচ'ত থ'লে অলপ বেছি ভাল হ'ব বুলি ঠিক কৰি পিটাৰকে বস্তা কেইটা কঢ়িয়াই এটিচলৈ নিয়াৰ ভাৰ দিলোঁ।

৬টা বস্তাৰ ভিতৰত ৫টা সি ভালদৰে নি ওপৰ পোৱালেগৈ। কিন্তু শেষৰটো নিবলৈ বুলি টানিব ধৰোতে বস্তাটোৰ তলি এৰাই মটৰ উৰহীবোৰ হৰহৰকৈ চিৰিয়েদি বাগৰি তল পালেগৈ। বস্তাটোত ৫০ পাউণ্ড মানৰ বস্তু আছিল। গতিকে বস্তুখিনি পৰি যাওঁতে যেনে ধৰণৰ শব্দ হ'ল ই মৰা মানুহক জগাই তোলাৰ পক্ষেও যথেষ্ট আছিল। তলৰ মানুহবোৰে এই শব্দত পুৰণা ঘৰটো ওপৰৰপৰা খহি অহা বুলি ভাবিলে। ভাগ্যে ঘৰটোত সেইদিনা কোনো অচিনাকি মানুহ উপস্থিত নাছিল। ঘটনাটো দেখি প্ৰথমে পিটাৰেও মুহূৰ্তৰ বাবে বিচুৰ্তি খালে; পিচ মুহূৰ্ততে চিৰিৰ তলত মোক মটৰ-উৰহীৰ সমুদ্ৰত দ্বীপ এটাৰ দৰে থিয় হৈ থকা দেখি সি হাঁহিত বৰ নোৱৰা হ'ল। মোৰ গোৰোহালৈকে মটৰ উৰহীৰে ঢাক খাই আছিল। লৰা-লৰিকৈ আমি বুটলিবলৈ আৰম্ভ কৰিলোঁ। কিন্তু উৰহীবোৰ ইমান পিছল যে যিমানেই বোটলোঁ সিমানে হাতৰপৰা

সৰকি গৈ চুকে কোণে সোমাবলৈ ধৰিলে। তাৰ পাছত প্ৰত্যেকেই তললৈ নামিলে; হাতৰ মূঠিত মটৰ-উৰহী লৈ শ্ৰীমতী ভান্‌ ডানক উপহাৰ দিয়া হ'ল।

অ' তোমাক কবলৈ পাহৰিছোঁৱেই, দেউতাই এতিয়া ভাল পাইছে।

তোমাৰেই এন্‌

পুনঃ—এইমাত্ৰ শুনা ৰেডিঅ' বাতৰিমতে এলজিয়াৰ্চৰ পতন হ'ল, মৰকো ( Morocco ), কাচাব্লাঙ্কা আৰু ওৰাণ কেইদিনমানৰ-পৰা বৃটিছ সৈন্যৰ অধীনত আছে। এতিয়া আমি টিউনিচ (Tunis)ৰ কেতিয়া পতন হয় তাৰে অপেক্ষাত আছোঁ।

মঙ্গলবাৰ, ১০ নৱেম্বৰ, ১৯৪২ চন

মৰমৰ কিটী,

ডাঙৰ খবৰ—আমাৰ ইয়ালৈ অষ্টম অতিথি অহাৰ কথা চলিছে। আমাৰ ইয়াত আৰু এজন মানুহক জোৰাকৈ থকা ঠাই আৰু খোৱা বস্তু আছে বুলি আমি সদায় ভাবিছিলোঁ। কিন্তু কোফিয়াচ আৰু ক্ৰেলাৰৰ কষ্ট হব বুলি মুখ ফুটাই একো কোৱা নাছিলোঁ। এতিয়া চাৰিওপিনে ইহুদীবোৰৰ ওপৰত চলোৱা দুখ-নিৰ্য্যাতন আৰু বেছি ভয়াবহ হোৱা বুলি খবৰ পাই দেউতাই আৰু এজন বিপদগ্ৰস্ত মানুহক ইয়াত আশ্ৰয় দিব পৰা যায়নেকি এইবিষয়ে তেওঁলোকৰ লগত আলোচনা কৰিলে। তেওঁলোকে পৰিকল্পনাটো ভাল পাই ক'লে, সাতজনৰ কাৰণে যদি বিপদ নাই, আঠজনৰ কাৰণেনো কি বিপদ হ'ব? যেতিয়া আৰু এজন মানুহ অনাটো ঠিক হ'ল, তেতিয়া কাক অনা যায় আমি সেই বিষয়ে চিন্তা কৰিবলৈ ধৰিলোঁ। আমাৰ লগত থাকিবলৈ মানুহ এজন আমাৰ বন্ধু মহলৰ-পৰা বিচাৰি উলিয়াবলৈ একো টান নহয়। কিন্তু কথাটো হ'ল

আমাৰ ইয়াৰ পৰিস্থিতিত খাপ খাব পৰা অকলশৰীয়া মানুহ এজন বিচাৰি পোৱা। ভান্ ডান পৰিয়ালৰ কোনো আত্মীয় মানুহ অনাত নেউতাই আপত্তি কৰিলে। শেষত এলবার্ট ডাছেল (Albert Dussel) নামৰ দাঁতৰ চিকিৎসক এজনক অনাটো ঠিক হ'ল। তেওঁৰ খৈণীয়েক বোলে যুদ্ধ আৰম্ভ হোৱাৰ আগতে দেশ এৰি পলাবলৈ সমর্থ হৈছিল। তেওঁ শান্ত-শিষ্ট মানুহ বুলি পৰিচিত। ভান্ ডান পৰিয়াল আৰু আমাৰ পৰিয়ালে যি জানে তাৰপৰা অনুমান কৰিছোঁ যে মানুহজন অমায়িক প্রকৃতিৰ; মিলিবপৰা বিধৰ হ'ব। মিয়েপেও মানুহজনক চিনি পায়। গতিকে তেওঁৰেই মানুহজনক ইয়ালৈ অনাৰ সকলো ব্যৱস্থা কৰি দিব পাৰিব, তেওঁ আহিলে মোৰ কোঠাত মার্গটৰ বিচনাত শুব আৰু মার্গট কেম্প খাটত শুব লাগিব।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১২ নভেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

মিয়েপে যেতিয়া ডাছেলক তেওঁৰ লুকুৱাৰ ব্যৱস্থা কৰা হৈছে বুলি খবৰ দিলে ডাছেল আনন্দত আত্মহাৰা হ'ল। তাই মানুহজনক যিমান সোনকালে পৰা যায় আহিবলৈ ক'লে—পাৰিলে অহা শনিবাৰেই, কিন্তু তেওঁ ভাবিলে যে তেওঁৰ কিছুমান ৰোগী চাবলৈ আছে, হিচাব-পত্র ঠিক কৰিবলৈ আছে, এইবোৰ নকৰাকৈ গুচি গ'লে মানুহে সন্দেহ কৰিব পাৰে। মিয়েপে এই খবৰটো আজি ৰাতিপুৱা আমাক দিলে। আমি ভাবোঁ যে তেওঁ এনেকৈ দেৰি কৰাটো বুদ্ধিমানৰ কাম কৰা নাই; তেওঁৰ এইবোৰ যা-জোগাৰৰ ফলত নানান মানুহক নানান ব্যাখ্যা দিব লগা হ'ব পাৰে—যিবোৰ মানুহক একো জানিবলৈ নিদিয়াটোৱেই ভাল বুলি আমি বিবেচনা কৰোঁ। মিয়েপে আকৌ পৈ তেওঁ কোনোমতে

শনিবাৰ আহিব নোৱাৰেনেকি সুধিলে। তেওঁ আহিব নোৱাৰোঁ বুলি কৈ সোমবাৰে অহাটো ঠিক কৰিলে।

মই ভাবোঁ যে মানুহজন কি পাগল। ইমান এটা সুবিধাৰ কথা শুনা মাত্ৰকে জাপমাৰি আহিবহে লাগিছিল। যদি তেওঁক জাৰ্মানবোৰে ধৰি লৈ যায়, তেতিয়া তেওঁ ক'ত বেমাৰী চাবলৈ আৰু হিচাব-পত্ৰ মিলাবলৈ সময় পাব? মোৰ মতে এনেকুৱা মানুহক সুবিধা দিয়াটো দেউতাৰ ভুল। অন্য খবৰ একো নাই।

তোমাৰেই এন্

মঙ্গলবাৰ, ১৭ নৱেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

ডাছেল ভালে কুশলে পালেহি। মিয়েপে হেনো তেওঁক ১১ বজাত পোস্ট-অফিচৰ সম্মুখত থিয় হবলৈ কৈছিল। তাত মানুহ এজনে তেওঁক লগ ধৰিব বুলি কোৱা হৈছিল। ডাছেল সময়মতে তাত থিয় হ'লহি। মিঃ কোফিয়াচ (যাৰ লগত ডাছেলৰ আগৰপৰাই চিনা-পৰিচয় আছিল) ডাছেলৰ ওচৰলৈ গৈ তেওঁক জনালে যে যিজন মানুহ তেওঁক লগ ধৰিবলৈ অহাৰ কথা আছিল, তেওঁ আহি নাপালেহি। গতিকে অফিচত গৈ মিয়েপক লগ ধৰিব লাগিব। কথাখিনি কৈয়ে কোফিয়াচ ট্ৰামত উঠি অফিচ পালেহি। ডাছেলো খোজ কাঢ়ি কাঢ়ি অফিচলৈকে আহিল। ১১-২০ মান বজাত ডাছেল অফিচ পালেহি আৰু দুৱাৰত টুকুৰিয়ালে। মিয়েপে দুৱাৰ খুলি দি লৰালৰিকৈ ডাছেলৰ কোট খুলি নিজৰ হাতত ললে, যাতে ডাছেলৰ কোটৰ হালধীয়া তৰাৰ চিনটো কোনেও দেখা নাপায়। তাৰ পাছত তেওঁক প্ৰাইভেট অফিচলৈ লৈ যোৱা হ'ল। অফিচত-ইটো সিটো কাম কৰি দিয়া মানুহজনী গুচি নোযোৱালৈকে, কোফিয়াছে ডাছেলৰ লগত কথা পাতি অফিচত বহি থাকিল। মানুহজনী যোৱাৰ পাছত প্ৰাইভেট

অফিচটো কিবা কামত দৰকাৰ হ'ব বুলি কৈ মিয়েপে ডাহেলক লৈ ওপৰলৈ উঠিল আৰু হতবুদ্ধি হোৱা ডাহেলৰ চকুৰ আগতে আঁতৰাব-পৰা কিতাপৰ আলমাৰিৰ পাছফালৰ দুৱাৰখন খুলি 'গুপ্তগৃহত' প্ৰবেশ কৰিলে।

আমি সকলোৱে টেবুলত কফি আৰু মদৰ গিলাচ লৈ নতুন অতিথিক অভ্যৰ্থনা জনাবলৈ বৈ আছিলোঁ। মিয়েপে প্ৰথমে তেওঁক আমাৰ বহা কোঠালৈ লৈ গ'ল। তাত থকা আমাৰ 'ফাৰ্নিচাৰ'বোৰ ডাহেলে চিনি পালে। কিন্তু আমিও যে সশৰীৰে তেওঁৰ মূৰৰ ওপৰতে আছোঁ এই কথা ভুলতো ভবা নাছিল। যেতিয়া মিয়েপে আমিও ইয়াত আছোঁ বুলি ক'লে তেতিয়া তেওঁ অবাক হ'ল। কিন্তু আৰু বেছি অবাক হবলৈ সময় নিদি লৰালৰিকৈ তেওঁক আমাৰ ওচৰলৈ লৈ আনিলে।

ভিতৰ সোমাই তেওঁ চকি এখনত ধপচ্ কৰে বহি পৰিল। অলপ সময়ৰ কাৰণে মুখৰ মাত হেৰাল। আমাৰ সকলোৰে মুখলৈ চাই খোনাই খোনাই কৰলৈ ধৰিলে—"তো-তোমালোক তেতিয়াহ'লে বেলজিয়ামলৈ যোৱা নাই? হলেণ্ডলৈ যোৱা বুলি ফাঁকি দি এইদৰে যে ইয়াতে লুকাই আছা মই ভাবিবপৰা নাছিলোঁ।"

আমি তেতিয়া তেওঁক সকলো কথা বুজাই ক'লোঁ যে সৈনিক বন্ধুৰ লগত যোৱা গল্পটো আমি নিজেই প্ৰচাৰ কৰোৱাইছিলোঁ, যাতে জাৰ্মানবোৰে আমি ক'ত আছোঁ একো গম নাপায় আৰু বিচাৰিলেও ভুল পথেৰেহে পৰিচালিত হয়। আমাৰ বুদ্ধি দেখি ডাহেল খুব অবাক হ'ল আৰু যেতিয়া আমাৰ গুপ্তগৃহৰ সকলোখিনি কথা কোৱা হ'ল, তেতিয়া তেওঁ বিস্ময়ত চকু কেইটা ডাঙৰ কৰি কেউফালে চাবলৈ ধৰিলে।

আমি সকলোৱে একেলগে খোৱা-বোৱা কৰিলোঁ। তাৰ পাছত এঘূমটি মাৰি তেওঁ আমাৰ লগতে চাহ একাপ খালে আৰু নিজৰ

বস্তুবাহানীবোৰ ঠিক্‌ঠাক কৰিছে যেতিয়া নিচিনা স্বাচ্ছন্দ্য অনুভৱ কৰিলে। তেওঁৰ দৰকাৰী বস্তুবোৰ মিয়েপে আগতীয়াকৈ আনি থৈছিল। তেওঁক গুপ্তগৃহৰ টাইপ কৰি থোৱা নিয়মাৱলীখন ( এই নিয়মাৱলীখন ভান্ ডানৰ ৰচনা ) দিয়া হ'ল।

## গুপ্তগৃহৰ নির্দেশ আৰু নিয়মাৱলী

ইহুদী বা সেই শ্ৰেণী মানুহবোৰৰ বিশেষ ধৰণৰ
অস্থায়ী আশ্ৰয়স্থল।

গোটেই বছৰ খোলা থাকিব। আমষ্টাৰডামৰ ( Amstardam ) কেন্দ্ৰস্থলত এক নির্জন, শান্ত, মধুৰ পৰিবেশত অৱস্থিত। ১৩ নং বা ১৭ নং ট্ৰামেৰে বা মটৰেৰে বা চাইকেলেৰে আহিবপৰা যায়। যদি জার্মানসকলে কোনোধৰণৰ যানবাহন ব্যৱহাৰ কৰাত নিষেধ কৰে, তেতিয়া হ'লে খোজ কাঢ়ি আহিব পাৰি।

থকা-খোৱা বিনামূলীয়া।

বিশেষ চর্বিহীন আহাৰৰ ব্যৱস্থা আছে।

ভিতৰে বাহিৰে গা-ধোৱা ঘৰত ( যদিও গা-ধোৱা ঘৰ নাই ) পানীৰ ভাল ব্যৱস্থা আছে।

সকলো ধৰণৰ বস্তু ৰখাৰ ভাল গুদাম আৰু ঘৰৰ ব্যৱস্থা আছে। নিজস্ব অনাতাঁৰ কেন্দ্ৰ আছে। লণ্ডন ( London ), নিউইয়ৰ্ক ( New York ), টেল-আভিভ্ ( Tel-Aviv ) আৰু বহুতো কেন্দ্ৰৰ লগত পোনে পোনে যোগাযোগ কৰিব পাৰি। কিন্তু এই যন্ত্ৰটো ঘৰৰ বাসিন্দাই গধূলি ৬ বজাৰ পাছতহে ব্যৱহাৰ কৰিব পাৰে। কোনো কেন্দ্ৰৰ খবৰ শুনাত বাধা নাই; কিন্তু জার্মান কেন্দ্ৰৰ বিশেষ শাস্ত্ৰীয় সঙ্গীতৰ বাহিৰে অন্য খবৰ শুনা নিষেধ।

**বিশ্ৰামৰ সময় :**—ৰাতি ১০ বজাৰপৰা ৰাতিপুৱা ৭-৩০ লৈকে, দেওবাৰে ১০-১৫ৰপৰা ৭-৩০ লৈকে। অৱস্থা বুজি নির্দেশ অনুযায়ী

বাসিন্দাসকলে দিনতো বিশ্ৰাম লব পাৰে। সমূহীয়া নিৰাপত্তাৰ খাতিৰত বিশ্ৰাম সম্পৰ্কীয় নিয়ম কঠোৰভাৱে মানি চলিব লাগিব।

**ছুটি :**—ঘৰৰ বাহিৰত উদ্‌যাপন কৰাটো অনিৰ্দিষ্ট কাললৈ স্থগিত।

**ভাষাৰ ব্যৱহাৰ :**—সকলো সময়তে লাহে লাহে কথা কোৱাই নিয়ম। সকলো সভ্য ভাষাই ব্যৱহাৰ কৰিবপৰা যায়। গতিকে জাৰ্মান ভাষা নিষিদ্ধ।

**পঢ়াশুনা :**—সপ্তাহত এটাকৈ চৰ্টহেণ্ড্ পাঠ দিয়া হয়। ইংৰাজী, ফৰাচী, অঙ্ক আৰু বুৰঞ্জী নিয়মিতভাৱে পঢ়িবলৈ দিয়া হয়।

**পোহনীয়া প্ৰাণী :**—এইটো এটা বিশেষ বিভাগ। অনুমতি লৈ পুহিবপৰা যায়। উৰহ-ওকণীৰ বাহিৰে সকলো পোহনীয়া জন্তুৱে মৰম পাব।

**খোৱা সময় :**—দেওবাৰ আৰু বেঙ্কৰ ছুটিৰ দিনৰ বাহিৰে অন্য দিনা পুৱাৰ চাহ-জলপান ৯ বজাত; ছুটিৰদিনা ১১-৩০ বজাত।

**দুপৰীয়াৰ আহাৰ :**—১-১৫ বজাৰপৰা ১-৪৫ বজাৰ ভিতৰত।

**ৰাতিৰ আহাৰ :**—ঠাণ্ডা অথবা গৰম যিয়েই হওক, কোনো নিৰ্দিষ্ট সময় নাই। ৰেডিঅ'-বাতৰি অহাৰ ওপৰত নিৰ্ভৰ কৰে।

**কৰ্তব্য :**—বাসিন্দাসকলে অফিচৰ কামত সহায় কৰিবলৈ সদায় সাজু থাকিব লাগিব।

**গা-ধোৱা :**—গা-ধোৱা গামলা দেওবাৰে নবজাৰ পাছৰপৰাহে গা-ধুবলৈ সকলোৱে পাব।

পানীৰ সুবিধা থকা পায়খানা, গা-ধোৱা ঘৰ, পাকঘৰ, অফিচ্-ঘৰ, য'তে সুবিধা, ত'তে গা ধুব পাৰিব।

**সুৰা পান :**—ডাক্তৰৰ নিৰ্দেশতহে।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১৯ নৱেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

আমি যি ভাবিছিলোঁ সেয়ে ঠিক। ডাচেল এজন বৰ ভাল স্বভাৱৰ মানুহ। মোৰ সৰু কোঠাটোতে তেওঁ ভাগ কৰি থাকি ভাল পায়। সঁচাকৈয়ে কবলৈ গ'লে, মোৰ বস্তুবোৰ আনে ব্যৱহাৰ কৰাটো মই ভাল নাপাওঁ। কিন্তু ভাল উদ্দেশ্যৰ কাৰণে সকলোৱে অলপ নহয় অলপ ত্যাগ কৰিবলৈ সাজু থাকিব লাগিব। গতিকে মইয়ো সদ্‌ইচ্ছাৰে এই অকণমান ত্যাগ স্বীকাৰ কৰিছোঁ। দেউতাই কয়, "যদি আমি এজন মানুহৰ প্ৰাণ ৰক্ষা কৰিব পাৰোঁ, তাৰ তুলনাত অন্য সকলো কামেই গৌণ হৈ পৰে।" কথাটো সঁচা।

প্ৰথম দিনাই ডাচেল ইয়ালৈ আহি মোক নানান ধৰণৰ প্ৰশ্ন কৰি ইয়াৰ বিষয়ে জানি ললে। যেনে—কাম কৰা মানুহজনী কেতিয়া আহে, কেতিয়া গা-ধোৱা ঘৰ ব্যৱহাৰ কৰিব পাৰি, কোন সময়ত পায়খানালৈ যাব পৰা যায় ইত্যাদি। তুমি হয়তো কথাবোৰ শুনি হাঁহিছা; কিন্তু লুকাই থকা মানুহৰ কাৰণে এইবোৰো সাধাৰণ কথা নহয়। দিনৰ সময়ত আমি কোনো সাৰ-শব্দ কৰিব নোৱাৰোঁ, যিটো তলৰপৰা শুনা যায়। বিশেষকৈ ঘৰটোত যদি কাম কৰা মানুহজনী বা অন্য কোনো বাহিৰা মানুহ থাকে, তেতিয়া হ'লে আৰু বেছি সাৱধান হ'ব লাগে। এই সকলোবোৰ কথা মই ডাচেলক ভালকৈ বুজাই দিলোঁ। কিন্তু এটা কথাই মোক আচৰিত কৰি দিলে যে সকলো কথা বুজাতে, তেওঁৰ পলম হয়। প্ৰত্যেক কথাই তেওঁ দুবাৰকৈ সোধে আৰু তাৰ পাছতো মনত ৰাখিব নোৱাৰে। হয়তো সময়ত ঠিক হৈ যাব। এই অভাৱনীয় আকস্মিক পৰিবৰ্তনৰ ফলত তেওঁৰ এনে হৈছে যেন লাগিছে।

বাকী খবৰ সকলো ভাল। তাহেলে বহিৰ্জগতৰ খবৰ বহুত আমাক শুনালে, যি জগতৰ কথা আমি বহুত দিনৰপৰাই একো নাজানোঁ। তেওঁ দিয়া খবৰবোৰ বৰ দুখ লগা। অসংখ্য বন্ধু-বান্ধৱ আৰু পৰিচিত মানুহ ভয়াবহ দুৰ্ভাগ্যৰ গৰাহত পৰিব লগা হৈছে। দিনৰ পাছত দিন ধৰি সেউজীয়া আৰু ধোঁৱা ৰঙৰ সৈন্যবাহিনীৰ লৰীবোৰ ৰাস্তাইদি যাব লাগিছে। জাৰ্মানসকলে প্ৰত্যেক ঘৰৰ দুৱাৰ-মুখত গৈ কোনো ইহুদী আছে নেকি বিচাৰি ফুৰে। যদি এজনমান ইহুদীও ঘৰখনত পায় তেতিয়াহ'লে গোটেই-ঘৰ মানুহকে লৈ যোৱা হয়। এঘৰত নাপালে ওচৰৰ ঘৰত বিচাৰে গৈ। লুকুৱাৰ বাহিৰে ইহঁতৰ হাতৰপৰা ৰক্ষা পোৱাৰ অন্য উপায় নাই। প্ৰায়ে তেওঁলোকে কোন ঘৰত ইহুদী আছে তাৰ তালিকা লৈ যায় আৰু হাতে হাতে ধৰা পেলায়। মাজে সময়ে আকৌ জনে প্ৰতি নগদ টকা ভেটি খাই এৰিয়ো দিয়ে। শুনিলে এনেকুৱা লাগে যেন ই এটা অতীত কালৰ ক্ৰীতদাস অন্বেষণৰহে অভিযান। এইটো ধেমালিৰ কথা নহয়; ক্ৰীতদাস অন্বেষণতকৈ বহুত বেছি মৰ্মান্তিক। গধূলি যেতিয়া আন্ধাৰ নামে, তেতিয়া দলে দলে নিৰপৰাধী মানুহ, কেঁচুৱা লৰা-ছোৱালীক নিষ্ঠুৰ জাৰ্মান অবিচাৰবোৰে পশুৰ দৰে খেদাই, চৰিয়াই, লঠিয়াই লৈ যোৱা দেখোঁ। বুঢ়া, কেঁচুৱা, সন্তানসম্ভৱা মাতৃ, ৰোগী, কোনো ইহঁতৰ হাতৰপৰা সাৰিব নোৱাৰে। সকলোৱে সেই নিশ্চিত মৃত্যুৰ লক্ষ্যস্থানলৈ আগবাঢ়ি যাব লাগিব।

এইবোৰ দেখি শুনি বুজিব পাৰিছোঁ সিহঁতৰ তুলনাত আমি কিমান ভাগ্যৱান। কাৰণ ইয়াত আমি ইমান আৰামেৰে নিৰুদ্বেগ জীৱন যাপন কৰিব পাৰিছোঁ, আনহাতে আমাৰ আত্মীয়-সকলে ইমান কষ্ট ভুগিব লগা হৈছে। তথাপিতো আমি একো সহায় কৰিব পৰা নাই। এই কথা ভাবিয়ে আমাৰ দুখ লাগে। তাত বাহিৰে দুখ কৰিবলগীয়া আমাৰ একো নাই।

যেতিয়া ভাবোঁ যে মোৰ মৰমৰ বন্ধু-বান্ধৱীসকল জাৰ্মানৰ হাতত লাঞ্ছিত হৈ ক'ৰবাৰ আন্ধাৰ ঠাণ্ডা চুকত পৰি আছে, তেতিয়া নৰম বিচনাত শুবলৈ মোৰ অপৰাধী যেন লাগে। নিষ্ঠুৰ জাৰ্মানৰ..কবলত পৰা বন্ধুসকলৰ কথা মনত পৰিলে ভয়ত মোৰ গাৰ নোম শিয়ঁৰি উঠে। এই সকলো জ্বালা-যন্ত্ৰণা সহ্য কৰিব লগা হৈছে—তাৰ একমাত্ৰ কাৰণ হ'ল আমি ইহুদী হৈ জন্মগ্ৰহণ কৰিছোঁ।

তোমাৰেই এন্‌

শুক্ৰবাৰ, ২০ নভেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

ইহুদী উৎপীড়নৰ ঘটনাবোৰ শুনি আমি কোনেও থিৰেৰে থাকিব নোৱৰা হৈছোঁ। আগতে আমি এইবোৰ খবৰ প্ৰায় নাপাইছিলোঁ। মিয়েপে মাজে মাজে দুই এটা খবৰ দিছিল যদিও খবৰবোৰ শুনিলেই মা আৰু শ্ৰীমতী ভান্ ডানে কান্দিবলৈ ধৰা দেখি, তেওঁ খবৰ দিয়া একেবাৰে বন্ধ কৰি দিলে। কিন্তু এতিয়া ডাছেল অহাৰ পাছত তেওঁক নানান ধৰণৰ প্ৰশ্ন কৰি যিবোৰ বীভৎস বিৱৰণ শুনিলোঁ সেইবোৰ শুনাৰপৰা আমাৰ মন একেবাৰে পৰি গ'ল।

কিন্তু মাজে মাজে যেতিয়া আমি সেই দুখলগা কথাবোৰ অলপ' সময়ৰ কাৰণে পাহৰি যাওঁ, তেতিয়া নিজৰ মাজতে হাঁহি-তামচা কৰোঁ। আমি এনেকৈ দুখ কৰি মন মাৰি বহি থাকিলে আমাৰো একো লাভ নহব আৰু বাহিৰত কষ্ট খোৱা মানুহ-বোৰৰো একো কামত নালাগিব। গতিকে আমাৰ 'গুপ্তগৃহ'টো নিৰানন্দময় কৰি তোলাৰ কি প্ৰয়োজন? সময়ে অসময়ে দুৰ্ভগীয়া মানুহবোৰৰ কথা ভাবি থাকিলে জানো লাভ হ'ব? মোৰ যদি কিবা কথাত হাঁহি উঠে, তেতিয়া লগে লগে অপৰাধ কৰিছোঁ

বুলি হাঁহি বন্ধ কৰি থাকিব লাগিব জানো? তেতিয়া দেখোন 'গোটেইদিন মোৰ কান্দোতেই যাব।. নাই, . এনেকৈ থাকিব নোৱাৰোঁ, সময়ত হয়তো সকলো দুখ পাতলিব।

এই সমূহীয়া দুখৰ লগত মোৰ ব্যক্তিগত দুখ এটাও যোগ হৈছে, যদিও তোমাক এতিয়া বৰ্ণনা কৰা সকলো কষ্টৰ তুলনাত, ই তেনেই সামান্য। কিন্তু তথাপি তোমাক নজনাই নোৱাৰোঁ। কেইদিনমানৰপৰা মই অকলশৰীয়া অনুভব কৰিবলৈ ধৰিছোঁ। মোক যেন সীমাহীন শূন্যতাই চাৰিওফালৰপৰা আগুৰি ধৰিছে। আগতে মোৰ কেতিয়াও এনে অনুভৱ নহৈছিল। হাঁহি-ধেমালি, ঠাট্টা-মস্কৰা, বন্ধু-বান্ধৱৰ লগত কথা-বতৰা, এইবোৰেই মোৰ চিন্তা-জগত ভৰাই থৈছিল। এতিয়া হয় মই নিজৰ কথা ভাবোঁ নহয় লোকৰ দুখৰ কথা ভাবোঁ; লগতে এইটোও আবিষ্কাৰ কৰিলোঁ যে মোৰ মৰমৰ দেউতায়ো মোৰ মনৰ সেই শূন্যতা পূৰাব নোৱাৰে। মই তোমাক এই অদৰ্কাৰী কথাবোৰ কৈ কিয় বাক আমনি দিছোঁ? মই বৰ অকৃতজ্ঞ, কিট্টী। কিন্তু আনৰ দুখৰ কথাৰ লগতে নিজৰ দুখৰ কথা ভাবি মই যে পাগল হৈ যাম যেন লাগিছে।

তোমাৰেই এন্

শনিবাৰ, ২৮ নৱেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

আমি যিমান বিজুলী-বাতি ব্যৱহাৰ কৰিব লাগিছিল, তাতকৈ বেছি ব্যৱহাৰ কৰি পেলালোঁ। ফলস্বৰূপে বিজুলি-বাতিৰ লাইনটো কেইদিনমানৰ কাৰণে বন্ধ কৰি দিয়াৰ সম্ভাৱনাই দেখা দিছে। প্ৰায় ১৫ দিনমান পোহৰ নোহোৱাকৈ থাকিব লাগিব। ভাবিলে কেনে লাগে। হয়তো লাইন বন্ধ নকৰিবও পাৰে।

চাৰি বা চাৰে চাৰি বজাৰ পাছত ঘৰৰ ভিতৰত বহি পঢ়িব নোৱাৰি; একেবাৰে আন্ধাৰ হৈ যায়। সেইকাৰণে সময় কটাবলৈ

আমি নানান ধৰণৰ উপায় উলিয়াইছোঁ—যেনে—সাঁথৰ সোধা, শাৰীৰিক ব্যায়াম কৰা, ইংৰাজী ফৰাচী ভাষাত কথা পতা আৰু কিতাপৰ সমালোচনা কৰা। হ'লেও শেষত আটাইবোৰেই আমুৱায়। সেয়ে, যোৱাকালি মই সময় কটোৱাৰ এটা নতুন উপায় আবিষ্কাৰ কৰিলোঁ—সেইটো হ'ল হাতত ফিল্ড-গ্লাচ এযোৰ লৈ পাচ ফালৰ ঘৰৰ পোহৰ থকা কোঠাত কি হৈছে তাৰে আলেখ-লেখ চোৱা। দিনৰবেল্যাত অলপমানো পৰ্দা ফাঁক কৰিব নোৱাৰোঁ। কিন্তু ৰাতি অলপমান ফাঁক কৰি চালে একো নহয়। ওচৰ চুবুৰীয়া মানুহক মনে মনে নিৰীক্ষণ কৰাটো যে ইমান মজাৰ কথা আগতে মোৰ ধাৰণাই নাছিল। ফিল্ড-গ্লাচেদি চাই মই দেখা পালোঁ যে এহাল স্বামী-স্ত্ৰীয়ে আহাৰ কৰি আছে, অন্য এটা পৰিয়াল আকৌ চলচ্চিত্ৰ তোলাত ব্যস্ত আৰু এজন দাঁতৰ চিকিৎসকে এগৰাকী ৰোগীক পৰীক্ষা কৰি আছে আৰু ৰোগী ভয়তে কঁপি আছে।

আগতে কোৱা হৈছিল যে ডাছেলে সৰু লৰা-ছোৱালীক বৰ মৰম কৰে আৰু সিহঁতৰ লগত মিলি যাব পাৰে। এতিয়াহে তেওঁৰ আচল স্বৰূপটো ধৰা পৰিল। প্ৰকৃততে মানুহজন পুৰণা ধৰণৰ নীতিবাগীচ, সকলো সময়তে আচাৰ-ব্যৱহাৰৰ ওপৰত দীঘল দীঘল বক্তৃতা দি ভাল পায়। এনেকুৱা এজন মহামানৱৰ লগত যে মোৰ কোঠাটো ভাগ কৰিব লগা হৈছে এইটো মোৰেই সৌভাগ্যৰ কথা (!)। ইয়াত থকা তিনিটা লৰা-ছোৱালীৰ ভিতৰত মোৰ স্বভাৱটো আটাইতকৈ বেয়া বুলি জনাজাত হোৱাৰ কাৰণে মোৰ ওপৰত সকলোৰে গালি-গালাজ বৰ্ষণ হয় আৰু মই সকলোবোৰ আওকাণ কৰি চলিব লগা হয়। এতিয়া আকৌ দলত ডাছেল লগ হৈ মোৰ নতুন দোষত্ৰুটিবোৰ খুচৰি ফুৰিবলৈ ধৰিছে।

এনেকুৱা এটা সূক্ষ্ম সমালোচক যৌথ পৰিয়ালত বেয়া ছোৱালী হিচাবে চিহ্নিত হৈ থাকিবলগীয়া হোৱাটো যে বৰ সহজ কথা নহয় তুমি বুজিব পাৰিবা। ৰাতি বিচনাত পৰি যেতিয়া মই মোৰ ওপৰত

জাপি দিয়া দোষ-ত্ৰুটিবোৰৰ কথা ভাবোঁ ভেতিয়া কেতিয়াবা মোৰ কান্দিবৰ মন যায় আৰু কেতিয়াবা হাঁহিবৰ মন যায়। তাৰ পাছত মই ভাল হোৱালী হ'ম বুলি প্ৰতিজ্ঞা কৰি টোপনি যাওঁ।

ইস! মই যে তোমাক কিবোৰ কথা ক'লোঁ। এতিয়া কি কৰো? কাগজৰ ইমান নাটনিৰ দিনত কাগজ টুকুৰা কালি পেলাবও নোৱাৰোঁ। সেইকাৰণে মই তোমাক শেষৰ বাক্যটো নপঢ়িবলৈ উপদেশ দিওঁ। যদিও পঢ়ি পেলোৱা, বুজিবলৈ মিছাতে চেষ্টা নকৰিবা; কাৰণ এইটো তোমাৰ বোধগম্য নহয়।

তোমাৰেই এন্

সোমবাৰ, ৭ ডিচেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

চানুকা (Chanuka; ইহুদীসকলৰ বহ্নি প্ৰজ্বলনৰ উৎসৱ) আৰু চেণ্ট নিক'লাচ (St. Nicholas Day) দিবস এইবাৰ এদিনৰ আগা-পিচাকৈ পৰিল। এইবাৰ চানুকা উৎসৱত বিশেষ যা-জোগাৰ কৰা নহ'ল। আমি পৰস্পৰে পৰস্পৰক উপহাৰ দিলোঁ আৰু চাকি জ্বলালোঁ। মমবাতিৰ অভাৱ হোৱা বাবে দহমিনিটতকৈ বেছি সময় জ্বলাব নোৱাৰিলোঁ। প্ৰাৰ্থনা কৰি থকা সময়খিনিত মম জ্বলাই থব পৰাটোৱেই আমাৰ কাৰণে যথেষ্ট। মিঃ ভান্ ডানে কাঠৰ গছা এটা কৰি ধুনীয়াকৈ মমবোৰ সজাইছিল।

শনিবাৰে চেণ্ট নিক'লাচ্ দিবসৰ দিনাহে আমাৰ বেছি ফুৰ্তি হ'ল। মিয়েপে আৰু এলিয়ে দেউতাৰ লগত ফুচ্‌ফুচাই আলোচনা কৰা দেখিয়েই বুজি পাইছিলোঁ যে সন্ধ্যা কিবা এটা হ'ব।

— আমাৰ অনুমানেই সঁচা হ'ল। ৰাতি ৮ বজাত আমি অন্ধকাৰ চিৰিয়েদি তললৈ নামি আহি আন্ধাৰ কোঠা পালোঁহি। কোঠাটোত খিড়িকী নথকা বাবে লাইট জ্বলালোঁ। লাইট জ্বলোৱাৰ পাছত দেউতাই ডাঙৰ আলমাৰীটো খুলিলে। আমি সকলোৱে চিঞৰি

ক'লোঁ—"বাঃ বৰ সুন্দৰ!" আলমাৰীটো খোলাৰ লগে লগে দেখিলোঁ যে আলমাৰীৰ চুক এটাত চেণ্ট নিক'লাচ কাগজেৰে মেৰিওৱা ডাঙৰ খৰাহি এটা আছে আৰু তাৰ ওপৰতে ক'লা পিটাৰৰ মুখা ৰখা হৈছে।

লৰালৰিকৈ খৰাহিটো লৈ আমি ওপৰ পাই খুলি দেখিলোঁ যে প্ৰত্যেকৰে কাৰণে একোটাকৈ উপহাৰ আৰু লগতে প্ৰত্যেকৰে লগত খাপখোৱা একোটাকৈ কবিতা আছে। মই এটা পুতলা পালোঁ। পুতলাটোৰ স্কাৰ্টটো মোনা হিচাবেও ব্যৱহাৰ কৰিব পাৰোঁ। দেউতায়ে বুক-এণ্ড আৰু বাকীসকলোৱে বেলেগ বেলেগ ধৰণৰ বস্তু পালে। আমি আগতে চেণ্ট নিক'লাচ দিৱস পালন কৰা নাছিলোঁ। গতিকে আৰম্ভণিটো বেয়া হোৱা নাছিল।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১০ ডিচেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

মিঃ ভান্ ডানে আগতে মাংস আৰু মছলা আদিৰ ব্যৱসায়ত কাম কৰিছিল। গতিকে এই ব্যৱসায়ত তেওঁৰ যথেষ্ট জ্ঞান আছে। তেওঁ এই জ্ঞানৰ বাবেই দেউতাৰ ব্যৱসায়তো ঠাই পাইছিল। এতিয়া তেওঁ এই জ্ঞানকণ আমাৰ গুপ্তগৃহৰ ভিতৰতে খটুৱাইছে; আমাৰো ইয়াত বেয়া পোৱাৰ কোনো কাৰণ নাই।

আমি নাটনিৰ দিনত দৰকাৰ হ'ব পাৰে বুলি সৰহীয়াকৈ মাংস অনাই থৈছিলোঁ। মাংস সংৰক্ষণ কৰা কামটো ভান্ ডানৰ ওপৰতে দিয়া হৈছিল। সংৰক্ষণ প্ৰণালীটো চাবলৈ বৰ মজাৰ। প্ৰথমতে দুই তিনিবাৰকৈ মাংস কিমা কৰি লোৱা হয়। কিমা কৰা মাংসৰ লগত মছলা সনা হয়। তাৰ পাছত এইবোৰ চুঙাৰ ভিতৰত ভৰাই চচেজ্ কৰা হয়। চচেজ্ কৰা দিনা গধূলি আমি চচেজেৰে চওকাৰ্ট (Sauerkraut) দিয়ে ৰাতিৰ আহাৰ খালোঁ। কিন্তু জেলদাৰলেও

চহেজ খাব পবা কৰিবলৈ প্ৰথমতে শুকুৰাই লব লাগিব। এইবোৰ শুকুৰাবলৈ আমি চিলিঙিত তাঁৰ দি ওলোমাই থলোঁ। গোটেই কোঠাত শাৰীশাৰীকৈ চহেজ্ ওলমি থকা দৃশ্যটো চাবলগীয়া হৈছিল।

কোঠাটো বৰ অপৰিপাটী অৱস্থাত আছিল। মিঃ ভান্ ডানে ঘৰীয়েকৰ এপ্ৰণ পিন্ধি মাংস কুটাত ব্যস্ত আছিল। তেজেৰে লুতুৰি-পুতুৰি হাত, ৰঙা মুখ আৰু লেতেৰা এপ্ৰণটোৰে সৈতে তেওঁক ঠিক কচাইৰ নিচিনা দেখা গৈছিল। শ্ৰীমতী ভান্ ডানে একে সময়তে কেইবাটাও কাম কৰি আছিল। যেনে—ডাচ্চ্ ভাষা শিকা, জোল লবোৱা, মাংস কুটা চোৱা আৰু লগতে কামিহাড় বিষাইছে বুলি আপত্তি কৰা। বুঢ়া বয়সত ক্ষীণাবলৈ বুলি যা-তা ব্যায়াম কৰিলে বিষ নহৈ কি হ'ব?

ডাছেলৰ চকু উখহিছিল বাবে গৰম পানীত দৰব দি সেক লৈ আছিল। দেউতাই খিড়িকীৰ কাঁকেৰে সোমোৱা ৰ'দত চকি এখন লৈ, ৰ'দৰ লগে লগে, চকি টানি ইকালে সিকালে বহি আছিল। দেউতাই বুঢ়া মানুহৰ নিচিনাকৈ জুপুকা মাৰি বিষাদমনেৰে বহি ভান্ ডানে কাম কৰালৈ চাই থকা দেখি বুজা গৈছিল যে দেউতাৰ বাত বেমাৰ বাৰকৈয়ে উকাইছে। পিটাৰে নিজৰ মেকুৰীটো লৈ কমটোৰ ভিতৰতে ঘূৰি-পকি ফুৰিছে। মা, মই আৰু মাৰ্গ ট একেলগে বহি আলুৰ বাকলি গুচাই আছিলোঁ। কিন্তু আমি সকলোৰে নিজৰ কামতকৈ ভান্ ডানক চোৱাতহে বেছি ব্যস্ত আছিলোঁ।

ডাছেলে ইতিমধ্যে তেওঁৰ দাঁতৰ চিকিৎসা ব্যৱসায় আৰম্ভ কৰিছে। এনেয়ে স্ফূৰ্তি কৰাৰ কাৰণেই মই তেওঁৰ প্ৰথম ৰোগীৰ বিষয়ে কওঁ। মায়ে কাপোৰ ইস্ত্ৰি কৰি আছিল বাবে প্ৰথম ৰোগী হিচাবে শ্ৰীমতী ভান্ ডান ডাছেলৰ হাতত পৰিল। কোঠাটোৰ সোঁমাজতে চকি এখনত গৈ শ্ৰীমতী ভান্ ডান বহিলগৈ। ডাছেলে খুব ব্যস্ততা দেখুৱাই সা-সৰঞ্জামৰ বাকচটো খুলি বীজাণু-নাশক দৰৱৰ সলনি ইউ-ডি ক'লন, মমৰ সলনি ভেচ্লিন ল'লে।

তেওঁ শ্ৰীমতী ভান্ ডানৰ মুখখন মেলি লৈ দাঁত দুটা স্পৰ্শ কৰা মাত্ৰকে শ্ৰীমতী ভান্ ডানে বিষত চিঞঁৰি উঠিল। তেওঁ ইমান বেছি চিঞঁৰিলে যেন তেওঁৰ প্ৰাণহে বাহিৰ হ'ব। ডাছেলে দৰকাৰতকৈও বেছি সময় পৰীক্ষা কৰাৰ পাছত শলাডাল লৈ শ্ৰীমতী ভান্ ডানৰ দাঁতৰ ফুটা এটা চুচিবলৈ ধৰিলে। কিন্তু ৰোগীয়ে ইমান বেছি হাত-ভৰি আচাৰিবলৈ ধৰিলে যে উপায়বিহীন হৈ ডাছেলে শলাডাল দাঁতত লাগি থকা অৱস্থাত এৰি দিব লগা হ'ল।

তাৰ পাছৰ অৱস্থাটো চাবলগীয়া হৈছিল। শ্ৰীমতী ভান্ ডানে শলাডাল মুখত লৈ যিমান পৰা যায় চিঞঁৰি শলাডাল উলিয়াবলৈ চেষ্টা কৰি আৰু বেছিহে ভৰালে। মিঃ ডাছেলে ওচৰতে থিয় হৈ দৃশ্যটো উপভোগ কৰিবলৈ ধৰিলে। বাকী সকলোৱে হাঁহিত বাগৰি পৰিল। আমি কিন্তু বেচেৰীক দেখি তেনেকৈ হাঁহিব নালাগিছিল। বিশেষকৈ মোৰ মুখত যদি শলাডাল ভৰালেহেঁতেন, মই কিজানি শ্ৰীমতী ভান্ ডানতকৈ বেছিহে চিঞঁৰিলোঁহেঁতেন। বহুত সময় চিঞঁৰ-বাখৰ, টনা-আজোৰাৰ পাছত শলাডাল উলিয়াব পাৰিলে। তাৰ পাছত একো যেন হোৱা নাই, তেনে ধৰণেৰে ডাছেল নিজৰ কামত ইমান ততাতৈয়াকৈ ল'[illegible] গ'ল যে শ্ৰীমতী ভান্ ডানে এইবাৰ একো কৰিবলৈ সুবিধা নাপালে। তেওঁৰ কামত সহায় কৰিবলৈ মই আৰু ভান্ ডান আগবাঢ়ি গ'লোঁ। জীৱনত কিজানি তেওঁ ইমান ভাল সহকাৰী পোৱা নাছিল। গোটেই দৃশ্যটো চাবলৈ মধ্যযুগৰ 'কামত ব্যস্ত কোৱেক' ( A quack at work ) নামৰ ছবিৰ নিচিনা দেখা গৈছিল। ৰোগীৰ কথাত আৰু হাঁহি উঠে। তেওঁৰ যেনেকৈ ধৈৰ্য নাই, তেনেকৈ আজৰিও নাই। বদ্ধা-বঢ়াত তেওঁ আকৌ নিজে চকু দিব নোৱাৰিলেই নহয়। কিন্তু এটা কথা ঠিক যে দাঁতৰ চিকিৎসাৰ কাৰণে তেওঁ আৰু বেগতে আগবাঢ়ি নাহে।

তোমাৰেই এন্

দেওবাৰ, ১৩ ডিচেম্বৰ, ১৯৪২ চন

মৰমৰ কিট্টী,

অফিচত আৰাম কৰি বহি মই পৰ্দাৰ ফাঁকেৰে বাহিৰলৈ চাই আছোঁ। প্ৰায় আন্ধাৰ হৈ আহিছে; তথাপি যি অলপ পোহৰ পাইছোঁ তাতে তোমালৈ লিখি আছোঁ।

বাহিৰত মানুহবোৰে অহাযোৱা কৰা চাই থাকি বৰ অদ্ভুত লাগে। প্ৰত্যেক মানুহে ইমান বেছি ব্যস্ত হৈ খোজ কাঢ়িছে, দেখিলে সিহঁত এতিয়াই হামখুৰি খাই পৰিব যেন লাগিছে। চাইকেলত যোৱা মানুহবিলাকৰ কথাই নাই; ইমান জোৰেৰে চলাইছে যে কেনে ধৰণৰ মানুহ গৈছে চিনিবই নোৱাৰি।

আমি থকা ঘৰৰ কাষৰ-পাজৰৰ মানুহবোৰক কোনো পধ্যেই আকৰ্ষণীয় বুলি কব নোৱাৰি। বিশেষকৈ লৰা-ছোৱালীবোৰ ইমান বেছি লেতেৰা যে হাতেৰে নালাগে দীঘল মাৰি এডালেৰে চুবলৈও ঘিন লাগে। বৈ পৰা নাকেৰে, লেতেৰা ফটা চোলাৰে ইহঁত পুৰাপুৰি বস্তিৰ লৰা-ছোৱালী। সিহঁতে পতা কথাৰ এক বৰ্ণও মই বুজিব নোৱাৰোঁ।

যোৱাকালি মই আৰু মাৰ্গটে গা-ধুই থাকোঁতে মই মাৰ্গটক ক'লোঁ "ধৰা, আমি সেই লৰা-ছোৱালীবোৰক এটা এটাকৈ বৰশী লগাই ওপৰলৈ তুলি গা-পা ধুৱাই, কাপোৰ-কানি ধুই পখালি, সিহঁতৰ ফটা চোলা চিলাই কৰি যদি নমাই দিওঁ, তেনেহ'লে ...?" মাৰ্গটে মোৰ কথা শেষ হ'বলৈ নিদি ক'লে, "কাইলৈ পুৱাই সিহঁত আজিৰ নিচিনা লেতেৰা আৰু ঘিনলগা হ'ব।"

ছিঃ, মই কি আজে-বাজে কথাবোৰ কৈছোঁ। এই লেতেৰা লৰা-ছোৱালীৰ বাহিৰেও ইয়াত অন্য ভাল চাবলগীয়া বস্তু আছে। যেনে—ধুনীয়া গাড়ী, নাও আৰু বৰষুণ। ট্ৰামৰ ঘৰঘৰণি শব্দটো শুনি মোৰ বৰ ভাল লাগে।

আমাৰ জীৱন যেনে বৈচিত্ৰ্যহীন, চিন্তাজগতো তেনে বৈচিত্ৰ্যহীন। আমি ঘূৰাই-পকাই একেবোৰকে চিন্তা কৰোঁ—ইহুদী, খোৱাবস্তু আৰু ৰাজনীতি। ইহুদী বোলোতে মোৰ এটা কথা মনত পৰিছে। কালি মই পৰ্দাৰ ফাঁকেৰে চাই থাকোঁতে দুজন ইহুদী ৰাস্তাত দেখা পাইছিলোঁ। কি যে দুখ লগা অৱস্থা। মোৰ নিজৰ চকুকেই বিশ্বাস কৰিব পৰা নাছিলোঁ। সিহঁতক দেখি মোৰ এনে লাগিছিল যেন মই বিশ্বাসঘাতকতা কৰি এতিয়া সিহঁতৰ দুখ চাই ৰং পাইছোঁ।

মই বহি থকা ঠাইৰপৰা বিপৰীত ফালে নাৱৰীয়া এজন নিজৰ পৰিয়াল লৈ 'হাউচবট'ত বাস কৰে। তাৰ এটা সৰু কুকুৰ আছে। কুকুৰটো যেতিয়া নাৱত ঘূৰা-ফিৰা কৰে, তেতিয়া আমি তাৰ মাতটো শুনি আৰু নেজডাল দেখিয়েই চিনি পাওঁ। এহ! চাই থাকোঁতেই বৰষুণ দিবলৈ আৰম্ভ কৰিলে। সকলো মানুহ ছাটিৰ তলত লুকাই গ'ল। এতিয়া মই অলপ ৰেইন-কোট আৰু দুই এজন মানুহৰ টুপীৰ পাছফালটোহে দেখিবলৈ পাইছোঁ। এতিয়া মোৰ বৰ বেছি দেখাৰ দৰকাৰো নাই। আলু খাই শকত হোৱা বগা বা সেউজীয়া কোট পিন্ধা, ফটা গোবোহাৰে কাষলতিৰ তলত বেগ এটা লৈ মানুহ একোজনী দেখিলেই মই এতিয়া চিনি পাওঁ। সিহঁতৰ গিৰীয়েকহঁতৰ সামাজিক অৱস্থানুযায়ী কিছুমানৰ চেহেৰাত দয়াৰ ভাৱ আৰু কিছুমানৰ বিষণ্ণ ভাৱ প্ৰকাশিত হয়।

তোমাৰেই এন্‌

মঙ্গলবাৰ, ২২ ডিচেম্বৰ, ১৯৪২ চন

মৰমৰ কিটী,

খৃষ্টমাচ উপলক্ষে প্ৰত্যেক মানুহকে আধাপোৱাকৈ অতিৰিক্ত মাখন দিয়া হ'ব বুলি আমি খবৰ পালোঁ। ই এটা সুখবৰ। খবৰ কাগজত ওলোৱা মতে প্ৰত্যেকৰ আধা পাউণ্ড বা এক

পোৱাকৈ দিয়া হ'ব। কিন্তু এপোৱা মাথন পোৱাবিলাক সেই সকল, যাৰ হাতত চৰকাৰী 'ৰেচন-কাৰ্ড' আছে। আমি লুকাই থকা ইহুদী আঠজনৰ কাৰণে চাবিটা বে-আইনী ৰেচন-কাৰ্ডত আধা পোৱাকৈহে পাম।

আমি প্ৰত্যেকেই নিজৰ ভাগৰ মাখনেৰে এটা এটা বস্তু বনাম। আজি বাণ্ডিপুৰা মই অলপমান বিস্কুট আৰু এটা কেক কৰিলোঁ। ওপৰত সকলোবোৰ কামত ব্যস্ত। ঘৰৰ সকলো কাম শেষ নোহোৱা পৰ্য্যন্ত মোক অন্য কাম কৰিবলৈ মায়ে মানা কৰিছে।

মিছেচ্ ভান্ ডানে কামিহাড়ৰ বিষত কোকাই-গেঠাই বিচনাত পৰি আছে। তেওঁ বাৰে বাৰে নতুনকৈ দৰব লগাই এবাৰ বন্ধাইছে, এবাৰ খোলাইছে; কিন্তু একোতেই সন্তুষ্ট হোৱা নাই। তেওঁ যেতিয়া ভাল হৈ নিজৰ বস্তুবোৰ ঠিক্‌ঠাক কৰি লব পাৰে তালৈকে বাট চাই আছোঁ। মিছা কথা কব নাপায়। শ্ৰীমতী ভান্ ডান সঁচাকৈয়ে বৰ পৰিশ্ৰমী আৰু পৰিপাটী, স্বাভাৱিক অৱস্থাত বেচ সুস্থ। আৰু এটা ভাল কথা—তেওঁ স্ফুৰ্তি কৰিব জানে।

দিনততো মই অলপ শব্দ কৰিলেই চাৰিওফালৰপৰা "এই চুপ্ থাক" বুলি শুনোৱেই, এতিয়া আকৌ ৰাতিও অলপ খিতিক্-খাতাক কৰিলেই মোৰ শোৱা কোঠাৰ সঙ্গী ভদ্ৰলোক-জনৰপৰা "চুপ্ চুপ্" বুলি শুনা পাওঁ। তেওঁৰ মতে মই বাগৰিলেও দোষ। মই কিন্তু তেওঁৰ কথাত অলপো কাণ নিদিওঁ; ওলোটাই মইহে তেওঁক "চুপ্, চুপ্" বুলি কওঁ।

বিশেষকৈ দেওবাৰে তেওঁৰ ওপৰত মোৰ বৰ খং উঠে। সেইদিনা ৰাতিপুৱাই লাইট জ্বলাই তেওঁ ব্যায়াম কৰিবলৈ আৰম্ভ কৰে। তেওঁৰ ব্যায়াম ঘণ্টাৰ পাছত ঘণ্টা ধৰি চলে। ইফালে মই বেচেৰী বিচনাৰ ওচৰত গোটখোৱা চকি মেজত প্ৰত্যেকবাৰ বাগৰ সলাওঁতেই দুখ পাওঁ। নানান ধৰণৰ অদ্ভুত শব্দৰে যেতিয়া ব্যায়াম শেষ কৰে, তাৰ পাছত হাত-মুখ ধোৱা, বাহিৰলৈ যোৱা

আৰম্ভ হয়। ইফালে ভেওঁৰ এবাৰ পেণ্ট থাকি যায়, সেইবোৰ নিবলৈ অহাযোৱা কৰি বাৰে বাৰে দুৱাৰ শব্দ কৰি খোলে আৰু জপায়। এইদৰে দেওবাৰৰ টোপনিখিনি ভেনেই মাটি কৰি পেলায়।

মই আৰু বুঢ়ামানুহজনৰ কথা বেছি লিখি আমনি নিদিওঁ। যদিও মই প্ৰতিশোধ লবলৈ মাজে মাজে নানান ধৰণৰ পৰিকল্পনা কৰোঁ, ( যেনে—লাইট মুমুৱাই দিয়া, ভিতৰৰপৰা দুৱাৰ বন্ধ কৰা, কাপোৰ লুকুৱাই থোৱা ), তথাপি ঘৰৰ শান্তিৰক্ষাৰ কাৰণে এইবোৰ বাদ দিব লগা হয়। মোৰ মনটো যে কি হৈছে; অলপ কথাতেই লাগে। প্ৰত্যেক মানুহে বিবেচনা অনুযায়ী কাম কৰিব লাগিব; সময় বুজি কথা শুনিব লাগিব; কেতিয়াবা মনে মনেও থাকিব লাগিব আৰু কেতিয়াবা সৰু-সুৰা কথাত আওকাণ কৰিব লাগিব। মোৰ বিদ্যা-বুদ্ধি এইবোৰতে সোনকালে শেষ হ'ব বুলি ভয় লাগে। যুদ্ধ শেষ হয়গৈ মানে চাগৈ মোৰ মনৰ শক্তি নাইকিয়া হৈ যাব।

তোমাৰেই এন্

বুধবাৰ, ১৩ জানুৱাৰী, ১৯৪৩ চন

মৰমৰ কিটী,

আজি ৰাতিপুৱা কিছুমান ঘটনাই মোৰ মনটো ওলট-পালট কৰিলে। সেই কাৰণে একো এটা কাম মনপুতি কৰিব পৰা নাই।

বাহিৰৰ অৱস্থাটো সঁচাকৈয়ে ভয় লগা হৈছে। দিনে-ৰাতিয়ে হতভাগা ইহুদীবিলাকক ঘৰৰপৰাই চোচোৰাই নিয়া হৈছে। তেওঁ-লোকৰ লগত গাত কাপোৰ আৰু হাতত কেইটামান পইচাৰ বাহিৰে অন্য বস্তু নিবলৈ নিষেধ। ৰাস্তাত সেইকণ বস্তুও সিহঁতৰ হাতৰপৰা কাঢ়ি নিয়া হয়। কত পৰিয়াল ছিন্ন-ভিন্ন হৈছে, গিৰীয়েক-ঘৈণীয়েক লৰা-ছোৱালী কোন ক'ত গ'ল একো ঠিক

নাইকিয়া হৈছে। স্কুলৰপৰা ঘূৰি আহি লৰা-ছোৱালীয়ে দেখে যে সিহঁতৰ মা-দেউতা ঘৰত নাই। বজাৰ কৰি ঘূৰি আহি তিৰোতা মানুহে দেখে যে ঘৰত দুৱাৰ বন্ধ, মানুহ কোনো নাই।

হলেওৰ মানুহবোৰৰ দুশ্চিন্তাৰ শেষ নাই; কিয়নো সিহঁতৰ লৰাবোৰক জাৰ্মানীলৈ পঠোৱা হৈছে। প্ৰত্যেকেই ভয় আতঙ্কত অস্থিৰ হৈ আছে। প্ৰত্যেক ৰাতি হলেওৰ ওপৰেদি শ শ উৰাজাহাজ উৰি জাৰ্মান চহৰৰ ওপৰত বোমা বৰ্ষণ কৰি ঘৰ-বাৰী, মানুহ-দুনুহ নিশ্চিহ্ন কৰি পেলাইছে। প্ৰত্যেক ঘণ্টাতে ৰাচিয়া আৰু আফ্ৰিকাত হাজাৰ হাজাৰ মানুহ নিপাত হৈছে। পৃথিবীৰ ইমূৰৰপৰা সিমূৰলৈকে যুদ্ধৰ জুই দপ্‌দপ্‌কৈ জ্বলিব ধৰিছে। এই প্ৰলয়ঙ্কৰী যুদ্ধৰপৰা কাৰো নিস্তাৰ নাই। যদিও যুদ্ধৰ গতি মিত্ৰপক্ষৰ অনুকূলত, তথাপি ইয়াৰ শেষ এতিয়াও বহুদূৰত।

আমাৰ কথা যদি কওঁ, আমি ভাগ্যবান, কোটি কোটি মানুহতকৈ সঁচাকৈয়ে আমাৰ ভাগ্য বহুগুণে ভাল। আমি শান্তিৰে নিৰাপদে জীৱন কটাইছোঁ। আনকি আমি স্বাৰ্থপৰৰ নিচিনাকৈ যুদ্ধৰ পাছৰ অৱস্থাৰ বিষয়ে আলোচনা কৰিছোঁ। নতুন কাপোৰ, নতুন জোতাৰ কথা ভাবি আনন্দ পাইছোঁ। কিন্তু আচলতে আমি যুদ্ধৰ পাছত ক্ষতিগ্ৰস্ত মানুহবোৰক সহায় কৰিবলৈ এপইচা দু-পইচাকৈ সাঁচিবহে লাগিব।

সক লৰা-ছোৱালীবোৰে জাৰত পাতল কাপোৰ পিন্ধি ঘূৰি ফুৰিছে। সিহঁতৰ পিন্ধিবলৈ কোট নাই, মূৰত টুপী নাই, ভৰিত মোজা নাই আৰু সহায় কৰিবলৈও কোনো নাই, তেওঁলোকৰ পেটত এটিও খুদকণ নাই। পেটৰ পোৰণি মাৰিবলৈ বুঢ়া বেয়া মূলা চোবাই থাকে। জাৰৰ ঠাণ্ডাৰপৰা হাত সাৰিবলৈ বাস্তালৈ ওলাই আছে। কিন্তু তাতো জাৰকপৰা ৰক্ষা নাপায়। যেতিয়া স্কুললৈ যায় তাত আৰু বেছিহে ঠাণ্ডা পায়। ইহঁতক গৰম লগাবলৈ কোনো কাপোৰ বা অন্ত ব্যৱস্থা নাই। হলেওৰ অৱস্থা

ইমান বেছি শোচনীয় হৈ গৈছে যে এটুকুৰা কটীৰ কাৰণে লৰা-ছোৱালীবোৰ ভিক্ষা কৰি ফুৰে।

যুদ্ধৰ পৰিণাম স্বৰূপে হোৱা দুখ-দুৰ্গতিৰ কথা মই তোমালৈ ঘণ্টাৰ পাছত ঘণ্টা ধৰি লিখিব পাৰোঁ। কিন্তু লিখি কিনো লাভ হ'ব? অকল মনৰ অশান্তিহে বঢ়োৱা হ'ব। এই দুখ-দুৰ্গতিৰ অবসান কেতিয়া হ'ব তালৈ নীৰৱে অপেক্ষা কৰাৰ বাহিৰে আমাৰ কৰিবলৈ একো নাই। ইহুদীসকলে অপেক্ষা কৰিছে, গোটেই পৃথিবী অপেক্ষাতেই আছে, আৰু বহুতো দুৰ্ভগীয়াই আকৌ মৃত্যুৰ কাৰণে অপেক্ষা কৰিছে।

তোমাৰেই এন্

শনিবাৰ, ৩০ জানুৱাৰী, ১৯৪৩ চন

মৰমৰ কিট্টী,

খঙত জ্বলি আছোঁ; কিন্তু দেখুওৱাৰ উপায় নাই। মোৰ এতিয়া জোৰে জোৰে মাটিত গোৰোহা মাৰিবৰ মন গৈছে; চিঞৰিবৰ মন গৈছে; মাক ভালকৈ এশিকনি দিবৰ মন গৈছে আৰু কত কি কৰিবৰ মন গৈছে একো ক'ব নোৱাৰোঁ। দিনে-ৰাতিয়ে তেওঁলোকে মোৰ ওপৰত বৰ্ষণ কৰা গালি-গালাজ, ঠাট্টা-বিদ্ৰূপে মোৰ বুকুত শেল বিন্ধাদি বিন্ধি আছে; তাৰপৰা নিস্তাৰ পাবৰ মোৰ একো উপায় নাই।

মা-দেউতা, মাৰ্গট, ডাচেল, সকলোকে মোৰ চিঞৰি চিঞৰি কবৰ মন গৈছে—"মোক শান্তিত থাকিবলৈ দিয়া, অন্ততঃ এৰাতিৰ কাৰণে চকুৰ পানীৰে গাৰু নিতিওৱাকৈ মোক শুবলৈ দিয়া। মই এই সকলোবোৰৰপৰা মুক্তি বিচাৰোঁ, সম্ভৱ হ'লে বাস্তৱ পৃথিৱীৰপৰা মুক্তি বিচাৰোঁ"। কিন্তু মই মোৰ দুখ-হতাশাৰ কথা কোনোমতে তেওঁলোকক জানিব দিব নোৱাৰোঁ; তেওঁলোকে দেখুওৱা সমবেদনা সহানুভূতিশীল দৃষ্টি মোৰ বাবে আৰু অসহ্য। সিহঁতৰ আগত মই

একো এটাই কৰিব নোৱাৰোঁ। কথা যদি পাতোঁ বৰ দেখুৱাইছো বুলি ভাবে, মনে মনে থাকিলে আকৌ হাঁহে, যদি কথাৰ উত্তৰ দিওঁ কঠুৱা বুলি আখ্যা দিয়ে, ভাল কথা এটা ক'লেধূৰ্ত্তালি বুলি কয়, ভাগৰ লাগিলে এলেহুৱা বুলি ভাবে, অলপমান বেছিকৈ কিবা এটা খালে কয় স্বাৰ্থপৰ, তাৰোপৰি মূৰ্খ, ভয়াতুৰা, টেঙৰ-ধেঙৰ ইত্যাদিতো আছেই। যদিও এই সকলোবোৰ হাঁহি মুখে উৰাই দিবলৈ চেষ্টা কৰোঁ, তথাপি দিনে-নিশাই শুনি শুনি মোৰ তিতা-কেহা লাগিছে।

ভগবানক সদায় প্ৰাৰ্থনা কৰোঁ মোৰ স্বভাৱটো যেন বদ্‌লি হৈ যায় আৰু সকলোৰে গালি-শপনিৰপৰা মুক্তি পাওঁ। কিন্তু সেইটো হব নোৱাৰে। মোৰ নিজা যিটো স্বভাৱ সি সদায় থাকিবই আৰু মই মোৰ স্বভাৱটো বেয়া বুলিও নাভাবোঁ। সদায় তেওঁলোকে অনুমান কৰাতকৈ মই তেওঁলোকৰ সন্তুষ্টিৰ কাৰণে বেছিহে চেষ্টা কৰোঁ। মই হাঁহি থাকোঁ কাৰণে তেওঁলোকে ভাবে মোৰ গাত কথা লগা নাই, আচলতে মই তেওঁলোকক জনাব নোখোজোঁ যে মই দুঃখিত।

মাৰপৰা বকনি খোৱাৰ পাছত কেইবাদিনো মাৰ মুখে মুখে কৈছো—"তুমি যিয়েই নোকোৱা মই পৰোৱাই নকৰোঁ। মই বেয়া ছোৱালী বুলি জনাই দেখোন। আকৌ মোৰ পাছত কিয় লাগিছা? মোক অকলে থাকিবলৈ দিয়া", তাৰ পাছত স্বাভাৱিকতে যি হয় সেয়ে হ'ল। মই কঠুৱা বুলি আখ্যা পালোঁ। দুদিনমান কোনেও মোৰ লগত ৰবকৈ মাতবোল নকৰিলে। তাৰ পাছত সকলো স্বাভাৱিক হ'ল। একেদিনাৰ ভিতৰতে খুব বেয়া ছোৱালী আৰু পাছ মুহূৰ্ত্ততে ভাল ছোৱালী হ'ব মই নোৱাৰোঁ। সেইকাৰণে মই মধ্যম পন্থাটো বাচি লৈছোঁ। সেইটো হ'ল নিজৰ চিন্তা নিজৰ মাজতেই ৰখা আৰু সিহঁতে মোক যেনেকৈ ঘিণ কৰে, তেনেকৈ সিহঁতকো ঘিণ কৰোঁ। যদি মই ভবামতে কাম কৰিব পাৰিলোঁহেঁতেন।

তোমাৰেই এন্

শুক্ৰবাৰ, ৫ ফেব্ৰুৱাৰী, ১৯৪৩ চন

মৰমৰ কিট্টী,

কেইবাদিনো মই তোমালৈ আমাৰ দন্-কাজিয়াৰ কথা লিখা নাই বুলিয়েই যে আমাৰ কিবা পৰিবৰ্তন হৈছে এনে নহয়। প্ৰথমে ডাছেলৰ মনত আমাৰ ইয়াৰ পৰিস্থিতিটো বিপদজনক বোধ হৈছিল। কিন্তু এতিয়া তেৰোঁ অভ্যস্ত হৈছে। মাৰ্গট আৰু পিটাৰ ইমান বেছি নিষ্প্ৰাণ আৰু শান্ত যে তেওঁলোকক কোনোমতেই ডেকা-গাভৰু বুলি কব নোৱাৰি। মই কিন্তু সম্পূৰ্ণ বিপৰীত। ফলত মোৰ এই পাৰ্থক্যটো অধিক প্ৰকট হৈ ধৰা পৰে; আৰু সেয়ে মই প্ৰায়ে শুনিব লগীয়া হয়; "মাৰ্গট আৰু পিটাৰক দেখিছনে? কেলৈ তই সিহঁতৰ নিচিনা হ'ব নোৱাৰ?" কিন্তু মই তেনে হ'ব নোখোজোঁ। মাৰ্গটৰ নিচিনা কোমল আৰু নিৰ্বিকাৰ হোৱাটো মোৰ স্বভাববিৰুদ্ধ। মই তাইতকৈ বেছি দৃঢ় স্বভাবৰ হব বিচাৰোঁ। মই এইবোৰ কথা কাকো কব নোৱাৰোঁ; কিয়নো ক'লেই সকলোৱে মোক হাঁহিব।

খোৱা টেবুলৰ পৰিবেশটো প্ৰায়ে স্বাভাৱিক নাথাকে। ভাগ্যে খোৱা সময়ত অফিচৰ মানুহ কেইবাজনো চুপ থাকলৈ গোটখাই কাৰণে পৰিবেশতো গোমোঠা হ'লেও বিস্ফোৰণ হবৰ সুবিধা নাপায়। আজি আবেলি খাওঁতে ভান্ ডানে মাৰ্গটক জোকাই ক'লে— "তুমি কম খাইছা কিয়? পাতল হ'বলৈনেকি?" মাৰ উঠিল খং; কাৰণ মাৰ স্বভাব হ'ল সদায় মাৰ্গটক সমৰ্থন কৰা। মায়ে তেতিয়া জক্-জকাই উঠি ক'লে, "তেনে মুখ চুপতি শুনিবলৈ মই ভাল নাপাওঁ।" কথাটো শুনি ভান্ ডান বঙা-চঙা পৰি গ'ল, মুখেৰে একো নক'লে।

আমি সৰু-সুৰা কথা এটা পালেই খুব হাহোঁ। অলপতে শ্ৰীমতী ভান্ ডানে তেওঁৰ জীয়ৰী কালৰ কথাবোৰ কৈ খুব

হৈছঁবালে। তেওঁৰ হেনো দেউতাকৰ লগত খুব মিল আছিল আৰু বৰ বচকী, বাংঢালী ছোৱালী আছিল। দেউতাকৰপৰাই হেনো তেওঁ শিক্ষা পাইছিল যে যদি কোনো পুৰুষ তেওঁৰ পাছত ৰবকৈ লম্বে, তেনেহ'লে তেওঁক মুখৰ ওপৰতে ক'ব লাগে, "মহাশয়, মনত ৰাখিব—মই এগৰাকী ভদ্ৰ পৰিয়ালৰ ছোৱালী, বজকৰা নহয়।" কথাষাৰ শুনিয়েই ইজন ভদ্ৰ পুৰুষে তোমাৰ মনৰ ভাব বুজি পাব।

পিটাৰ যদিও সাধাৰণতে শান্তশিষ্ট, মাজে মাজে একো একোটা বৰ হাঁহি উঠা কাম কৰে। অৰ্থ জানক নাজানক বিদেশী শব্দ ব্যৱহাৰ কৰা পিটাৰৰ এটা ডাঙৰ চখ। এদিন আবেলি অফিচত বাহিৰা মানুহ থকাৰ কাৰণে আমি পায়খানালৈ যাব মোৰবা হ'লোঁ। কিন্তু পিটাৰৰ সেই সময়ত জোৰেৰে পায়খানা যাবলৈ লাগিল। সেই কাৰণে সি পায়খানা কৰি শব্দ হয় বুলি চেইন নটনাকৈ ওলাই আহিল। কিন্তু অপৰিষ্কাৰ পায়খানাত অন্য কোনো মানুহ যায় বুলি পায়খানাৰ দুৱাৰত, "ভিতৰত এচ, ভি, পি, (S. V. P) গেচ আছে" বুলি লিখি দিলে। আচলতে তেওঁ কব খুজিছিল, "গেচৰপৰা সাৱধানে থাকিবা।" কিন্তু বেছি ভদ্ৰ হ'বলৈ গৈ "এচ, ভি, পি," গেচ লিখিলে। কিন্তু এই কথাটোৰ অৰ্থ যে আৱশ্যক হ'লে ভিতৰলৈ আহিব পাৰে—সেই কথা পিটাৰে ভাবিবই পৰা নাছিল।

তোমাৰেই এন্

শনিবাৰ, ২৭ ফেব্ৰুৱাৰী, ১৯৪৩ চন

মৰমৰ কিট্টী,

দেউতাৰ মতে যি কোনো দিনাই আক্ৰমণৰ সম্ভাৱনা আছে। চাৰ্চিলৰ নিউমনিয়া হৈছিল। এতিয়া অলপ ভাল হৈছে। ভাৰতৰ মুক্তি-প্ৰেমী গান্ধীয়ে অনিৰ্দিষ্ট কালৰ কাৰণে ধৰ্মঘট আৰম্ভ

কৰিছে। শ্ৰীমতী ভান্ ডানে নিজকে অদৃষ্টবাদী বুলি জাহিৰ কৰে। কিন্তু অলপ গুলিৰ শব্দ শুনিলেই তেওঁৱেই আটাইতকৈ বেছি ভয় খায়।

হেঙ্ক (Henk) গির্জাগামী সকলৰ উদ্দেশ্যে বিচপে দিয়া চিঠিৰ কপি এটা আমাক পঢ়িবৰ কাৰণে আনি দিছে। চিঠিখন বৰ সুন্দৰ আৰু অনুপ্ৰেৰণাদায়ক। কথাখিনি হ'ল এয়ে—"নেদাৰলেণ্ডবাসী, এতিয়া বিশ্ৰামৰ সময় নাই। প্ৰত্যেকেই দেশৰ স্বাধীনতাৰ হকে, নিজৰ জাতি ধৰ্ম ৰক্ষাৰ হকে, অস্ত্ৰ লৈ যুঁজলৈ আগবাঢ়ি গৈছে। তোমালোকো ওলাই আহাঁ। সাহসী হোৱাঁ, হতাশ নহ'বা।" ই জানো আমাৰ ধৰ্মৰ মানুহক কিবা সহায় কৰিব?

আমি এতিয়া কি ভয়াবহ পৰিস্থিতিৰ সন্মুখীন হৈছোঁ তুমি কল্পনাই কৰিব নোৱাৰা। ক্ৰেলাৰ আৰু কোফিয়াচক নজনোৱাকৈ ঘৰৰ মালিকে আন এজনক আমি থকা ঘৰটো বেচি পেলালে। এদিন পুৱাই নতুন মালিকজনে কাৰিকৰ এজন লগত লৈ ঘৰটো চাবলৈ আহিল। ভাগ্যে সেই সময়ত কোফিয়াচ আছিল কাৰণে গোটেই ঘৰটো দেখুৱালে—অকল আমাৰ গুপ্তগৃহটোৰ চাবি আনিবলৈ পাহৰিলোঁ বুলি ফাঁকি দি নেদেখুৱালে। ঘৰৰ মালিকেও বৰ জোৰ-জুলুম নকৰিলে। তেওঁ আকৌ চাবি নিবিচৰালৈকে ভাবিবৰ একো নাই। কিন্তু যদি কোনোবা এদিন আহি চাব বিচাৰে তেতিয়া হ'লে আমাৰ অৱস্থাটো বৰ সুখৰ নহ'ব।

দেউতাই মোৰ আৰু মাৰ্গটৰ কাৰণে বাকচ এটা খালি কৰি দিছে। তাত আমি কিমান কিতাপ পঢ়িলোঁ, কাৰ কিতাপ পঢ়িলোঁ ইত্যাদি বেলেগ বেলেগ কাগজত লিখি ভৰাই থব লাগিব। ইয়াৰ বাহিৰেও বিদেশী শব্দ শিকিবৰ কাৰণে মই বেলেগ এটা বহী লৈছোঁ।

কেইদিনমান হ'ল মা আৰু মোৰ সম্পৰ্কটো ভাল হৈ পৰিছে; কিন্তু সেইবুলি যে আমি মন খুলি কথা পাতোঁ এনে নহয়।

মাৰ্গট দিনে দিনে আৰু বেছি নিমাখিত হৈ গৈছে। দেউতাই কিবা এটা কথা মনতে লৈ থকা যেন লাগে; কিন্তু মুখ খুলি একো নকয়। এতিয়াও তেওঁৰ ব্যৱহাৰ-পাতি আগৰ নিচিনাই ভাল হৈ আছে।

খোৱা টেবুলত নতুন মাখন আদিৰ বেচমিং চলিছে। প্ৰত্যেকৰ প্লেটতে অলপ অলপকৈ ভগাই দিয়া হয়। কিন্তু মোৰ মতে ভান্ ডান পৰিয়ালে আমাক সমান ভাগ নিদিয়ে। মোৰ মা-দেউতাই কাজিয়াৰ সূত্ৰপাত হয় বুলি মুখেৰে একো কথা নকয়। মোৰ মতে কিন্তু এনেকুৱা মানুহৰ ক্ষেত্ৰত যেনে কুকুৰ তেনে টাঙোন হোৱাহে উচিত।

তোমাৰেই এন্

বুধবাৰ, ১০ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

ৰোৱাবাতি হঠাৎ লাইট নাইকিয়া হৈ গ'ল আৰু সেইসময়তে গুলিয়া-গুলিৰ শব্দ শুনা গ'ল। গুলিৰ শব্দ আৰু বিমানৰ শব্দ শুনি ভয় খোৱাটো মোৰ এতিয়াও মাৰ যোৱা নাই। প্ৰত্যেক ৰাতি ভয়ত পেপুৱা লাগি দেউতাৰ কাষ চাপোঁ। তুমি মোৰ এইটো কেঁচুৱামি বুলিও কব পাৰা। কিন্তু মেচিনগান আৰু বিমানধ্বংসী কামানবোৰে ইমান জোৰেৰে গৰ্জন কৰে যে নিজৰ মাত নিজেই শুনিবলৈ পোৱা নাযায়। অদৃষ্টবাদী শ্ৰীমতী ভান্ ডানেতো এই শব্দ শুনি প্ৰায় কান্দিয়েই পেলাইছিল আৰু ভয়তে সেহাই সেহাই কৈছিল, "উঃ কি জঘন্য! ইহঁতেনো আৰু কিমান গুলিয়া-গুলি কৰে!" তেওঁৰ কথাৰ প্ৰকৃত অৰ্থ হ'ল, "ইস্, মোৰ ইমান ভয় লাগিছে!"

মমবাত্তিৰ পোহৰতকৈ আন্ধাৰত বেছি ভয় লাগে। জ্বৰত কঁপাদি মই ভয়তে কঁপিবলৈ ধৰিলোঁ আৰু দেউতাক চাকি জ্বলাবলৈ

ক'লোঁ। কিন্তু তেওঁ জলাবলৈ নিদিলে। হঠাৎ আকৌ মেচিনগানৰ গুকম গুকম শব্দ শুনা গ'ল; আগৰ শব্দবোৰতকৈ আৰু দহ গুণে বেচি। মা বিচনাৰপৰা জাপ মাৰি উঠিল আৰু দেউতাৰ বিৰক্তি সত্বেও মম জলালে। দেউতাই যেতিয়া কিয় জলাইছা বুলি সুধিলে, মায়ে তেতিয়া দৃঢ়ভাবে উত্তৰ দিলে, "এন্‌তো আৰু পাকা সৈনিক নহয়। তাই ভয় খোৱাটো স্বাভাবিক।"

শ্ৰীমতী ভান্ ডানৰ অন্য ভয়ৰ কথা তোমাক কোৱা হোৱা নাই চাগৈ। আমাৰ গুপ্তগৃহৰ কথা সকলো ক'বলৈ হ'লে এই কথাটো বাদ দিব নোৱাৰি। এদিন ৰাতি শ্ৰীমতী ভান্ ডানে এটিচত চোৰৰ ভৰিৰ শব্দ শুনিবলৈ পালে আৰু খুব ভয় খাই গিৰীয়েকক জগাই দিলে। মিঃ ভান্ ডান সাৰ পোৱাৰ লগে লগে চোৰ পলাল। তেওঁ শ্ৰীমতী ভান্ ডানৰ বুকুৰ ধপ্‌ধপনিৰ বাহিৰে অন্য একো শব্দ শুনিবলৈ নাপালে। ইফালে শ্ৰীমতী ভয়ত অস্থিৰ হৈ কবলৈ ধৰিলে, "অ' পুতি, (Putti, শ্ৰীভান্ ডানক মতা নাম) চোৰে কিজানি চছেজ, মটৰ মাহ-উৰহী সকলো নিলে। পিটাৰৰ কি হ'ল বাৰু? সি যে অকলে আছে।" ভান্ ডানে বিৰক্ত হৈ ক'লে, "চোৰে তোমাৰ পুতেৰক নিবলৈ অহা নাই। মোক শুবলৈ দিয়া।" কিন্তু শ্ৰীমতী আৰু তাৰ পাছত শুব নোৱাৰিলে। ইয়াৰ কেইদিনমানৰ পাছত এদিন ৰাতি ভূতৰ শব্দত গোটেই ভান্ ডান পৰিয়ালটো সাৰ পাই উঠিল। পিটাৰে হাতত এটা টৰ্চ আৰু এডাল লাঠি লৈ কমৰপৰা ওলাই এটিচলৈ আহিল। পিটাৰ অহাৰ লগে লগে কিবা এটা হুম্‌হুমাই পলাল। তুমি কি বুলি ভাবিছা বাৰু? ভূত পলাইছে বুলি ভাবিছা? এপাল ডাঙৰ এন্দুৰ দৌৰ মাৰি পলাই গ'ল। আমি যেতিয়া আচল চোৰ ধৰা পেলালোঁ, তেতিয়া মৌচীক (Mouchi মেকুৰী) ৰাতি এটিচত শুবলৈ দিয়া হ'ল। তেতিয়াৰপৰা এই অনিমন্ত্ৰিত অতিথিসকল আৰু ৰাতি আহিবলৈ এৰিলে।

কেইদিনমানৰ আগতে পিটাৰ পুৰণা কাগজ কেইখনমান নমাবলৈ ওপৰ চাঙত উঠিছিল। জখলাইদি নমাৰ সময়ত সি নোচোৰাকৈ ওপৰত হাত থ'লে। কিন্তু হাতত কিবা এটাই কামোৰা গম পাই ভয়ত আৰু বিষত হুৰমুৰকৈ তললৈ নামি আহিল। আচলতে সি নজনাকৈ ডাঙৰ এন্দুৰ এটাৰ ওপৰত হাতখন থৈ দিলে আৰু এন্দুৰে তাক বেচকৈ একামোৰ দিলে। ভয়ত সি তুলাপাতৰ নিচিনা শেঁতা হৈ কঁপি কঁপি তললৈ নামি আহিল আৰু পায়জামাটো তেজৰে ৰঙা হৈ গ'ল। এন্দুৰক মৰম কৰি চুবলৈ গৈ তাৰ বিনিময়ত একামোৰ খোৱাটো সঁচাকৈয়ে বৰ দুখৰ কথা।

তোমাৰেই এন্

শুক্ৰবাৰ, ১২ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

মই আজি তোমাক নতুন মানুহ এজনৰ লগত চিনাকি কৰি দিওঁ; সেইয়া হ'ল যুৱক-শক্তিৰ পৃষ্ঠপোষক হিচাবে মোৰ মা, মায়ে লৰা-ছোৱালী বঢ়াৰ সময়ত বেছি পৰিমিত মাখনৰ দৰকাৰ বুলি কয়, আৰু নানানটো যুৱক-যুৱতীৰ সমস্যাৰ কথা কয়। মুঠৰ ওপৰত প্ৰত্যেক কথাতে যুৱক-যুৱতীৰ পক্ষ লয় আৰু দন্-কাজিয়া কৰি হ'লেও শেষত নিজৰ মত প্ৰতিষ্ঠা কৰে।

ভবিষ্যতৰ কাৰণে জমা ৰখা এবটল নিমখীয়া মাছ বেয়া হ'ল। ফলত মৌচী আৰু মফি, বোচে ( Mouffi, Bonche ) ভোজ হ'ল। তোমাৰ লগত মফিক এতিয়াও চিনাকি কৰি দিয়া নাই। তাই হ'ল গুদামৰ আৰু অফিচৰ মেকুৰী। আমি অহাৰ আগৰপৰা ইয়াতে আছে। আৰু কিয় এনে অদ্ভুত ধৰণৰ ৰাজনৈতিক নাম দিয়া হৈছে কওঁ শুনা। আগতে বোলে ইয়াত দুটা মেকুৰী আছিল; গুদামৰ এটা আৰু এটিচৰ এটা। কিন্তু যেতিয়া দুইটা মেকুৰী লগ

লাগে ভেতিয়া তাহাঁতৰ দুৰ্বাদল কাজিয়া লাগে। আক্ৰমণকাৰীজন গুদামৰ মেকুৰী হ'লেও শেষত গৈ এটিচৰ মেকুৰীটোৱেই জয়ী হয়। সেইকাৰণে গুদামৰ মেকুৰীটোৰ নাম 'বোচে' অৰ্থাৎ জাৰ্মান জাতি আৰু এটিচৰ মেকুৰীটোৰ নাম দিয়া হ'ল 'টমি' অৰ্থাৎ ইংৰাজ। আমি অহাৰ আগতেই 'টমি' ইয়াৰপৰা অন্তৰ্ধান হ'ল; আমি অকল মফিকহে পালোঁ।

ইমান বেছি উৰহী খাইছোঁ যে এতিয়া দেখিলেই মোৰ বমি আহিব খোজে। আজিকালি ৰাতিৰ আহাৰত কটি দিয়া বন্ধ হ'ল। দেউতাৰ এইকেইদিন বোলে মন ভাল নাই। তেওঁৰ চকু দুটা আগৰ দৰে বিষাদময় হৈ উঠিছে।

মই এইকেইদিন ইনা বডিয়ে-বেকাৰে (Ina Boudier-Bakker) লিখা 'দি নক্ এট্ দি ডুৱৰ' (The Knock at the Door) নামৰ কিতাপ এখন পঢ়ি আছোঁ। কিতাপখনত পৰিয়াল এটাৰ কাহিনী—যুদ্ধৰ কথা, তিৰোতা মানুহৰ মুক্তিৰ কথা আৰু বহুতো কিবাকিবি লিখা আছে। কিতাপখন পঢ়ি ভাল লাগিছে যদিও অসম্ভৱ ভাল বুলি কব নোৱাৰি।

জাৰ্মানীৰ ওপৰত ভয়ঙ্কৰ বিমান আক্ৰমণ চলিছে। শ্ৰীভান্ ডানৰ মেজাজ বৰ বেয়া; কাৰণ হ'ল চিগাৰেটৰ অভাব। টিনত জমোৱা শাক-পাচলিবোৰ ব্যৱহাৰ হ'বনে নহয় ইয়াৰ ওপৰত চলোৱা আলোচনাটো অন্ত পৰিল। আৰু শেষত গৈ আমাৰ কথাই ব'লগৈ।

মোৰ জোতা একেবাৰে নাইকিয়া হৈ গৈছে। এযোৰ যিবা আছে সিও ঘৰত পিন্ধিবপৰা বিধৰ নহয়। ৬-৫০ ফ্লৰিণ দি এযোৰ চেণ্ডেল অনা হৈছিল, কিন্তু এসপ্তাহ পিন্ধাৰ পাছতে ছিগি গ'ল। মিয়েপে কিবা উপায়েৰে আনি দিব বুলি আশাত আছোঁ। দেউতাৰ চুলি মইয়ে কাটিব লগীয়া হ'ল। মই ইমান ভালকৈ চুলি কাটিব পাৰিছোঁ যে দেউতাই কৈছে যুদ্ধৰ পাছতো নাপিতৰ

হতুৱাই আৰু চুলি নকটায়। চুলি কাটিবলৈ যাওঁতে কাণখন নাকাটিলেই ৰক্ষা।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১৮ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

উত্তেজনাপূৰ্ণ খবৰ, টাৰ্কিও যুদ্ধত নামিছে। পাছৰ খবৰবোৰৰ কাৰণে আগ্ৰহেৰে বাট চাই আছোঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৯ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আনন্দৰ খবৰ পোৱাৰ এঘণ্টাৰ পাছতেই নিৰাশাজনক খবৰ পালোঁ। এতিয়াও টাৰ্কি যুদ্ধত নমা নাই। অকল এজন মন্ত্ৰীয়েহে তেওঁলোকৰ নিৰপেক্ষতা বৰ্জন কৰাৰ কথা কৈছিল, সেই কথাটো শুনিয়েই বাতৰি কাকত যোগনিয়াৰ লৰা এটাই ৰাজআলিয়েদি টাৰ্কি ইংলেণ্ডৰ বুলি চিঞৰি গৈছিল। তেতিয়াই লৰাটোৰ হাতৰপৰা বাতৰি কাগজবোৰ লৈ কাঢ়ি পেলোৱা হ'ল। আমালৈও বাতৰিটো এইদৰে আহি পালে।

৫০০ আৰু ১০০০ গিল্ডাৰৰ (Guilder) নোটবোৰ বাতিল কৰি দিয়া হৈছে। ই চোৰাং কাৰবাৰ কৰা মানুহ বা তেনেবিধৰ অন্য মানুহক ফান্দত পেলোৱাৰ কৌশল আৰু লগতে লুকাই থকা মানুহকো বিপদত পেলোৱাৰ ষড়যন্ত্ৰ। যদি ১০০০ গিল্ডাৰৰ নোট এখন চলাচলগীয়া হয়, তেনেহ'লে ক'ৰপৰা কেনেকৈ পোৱা গৈছে প্ৰমাণ কৰিহে চলাব পাৰি। অহা সপ্তাহলৈকে এই নোট কৰ দিয়া কামত চলাব পাৰি। তাহেলে অলপতে এটা ভবিষে চলাব পৰা

দাঁত চিকিৎসাৰ যন্ত্ৰ পাইছে। এতিয়া মোৰ ভয় হৈছে যে তেওঁ সেই যন্ত্ৰৰ ব্যৱহাৰ মোৰ ওপৰতে চলাব।

জাৰ্মান ৰেডিঅ'ই পৃথিবীৰ মানুহক প্ৰতাৰণা কৰিবলৈ একধৰণৰ অদ্ভুত প্ৰচাৰ-কাৰ্য্য চলাইছে। সেইয়া হ'ল আহত সৈন্যসকলৰ লগত হোৱা কথোপকথনৰ প্ৰচাৰ। কথাবতৰাবোৰ এনে ধৰণৰ—

"মোৰ নাম হেন্‌ৰিচ্ স্কিপেল।"

"ক'ত আহত হ'লা?"

"ষ্টেলিনগ্ৰাডৰ ওচৰত।"

"কেনেধৰণৰ আঘাত পাইছা?"

"ভৰি দুটা জঠৰ হৈছে আৰু বাওঁহাতৰ কিলাকুটি ভাগিছে।"

কথা-বতৰাবোৰ শুনিলে ৰেডিঅ'ত পুতলানাচ চলি থকা যেন লাগে। আহতসকলে যেন নিজৰ নিজৰ আঘাত লৈ গৰ্ব অনুভৱ কৰিছে আৰু বেছি হ'লেহে যেন সিহঁতে ভাল পায়। এজনে আকৌ হিটলাৰৰ লগত কৰমৰ্দন কৰিবলৈ পাই (তাৰ হাত আছেনে নাই তাৰো ঠিক নাই) ইমান অভিভূত হ'ল যে মুখৰপৰা কথাই নুফুটা হ'ল।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৫ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

যোৱাকালি মা-দেউতা, মই আৰু মাৰ্গট কথা পাতি বহি আছিলোঁ। হঠাৎ পিটাৰ সোমাই আহিল আৰু দেউতাৰ কাণত কিবা এটা ফুচ্ফুচাই ক'লে। "গুদামৰ পিপা এটা সৰি পৰিল" আৰু "কোনোবাই দুৱাৰত ঠেলিছে" বুলি কোৱা শুনিলোঁ। মাৰ্গটেও বোলে কথাখিনি শুনিলে। দেউতা আৰু পিটাৰ যোৱাৰ পাছত মই ইমান বেছি ভয় খালোঁ যে মাৰ্গটে মোক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে।

আমি তিনিজনে ভয়-আতঙ্কত প্ৰতীক্ষা কৰি থাকিলোঁ। অকণমান পাছতেই শ্ৰীমতী ভান্ ডান ওপৰলৈ আহিল। তেওঁ হেনো তলৰ অফিচত ৰেডিঅ' শুনি আছিল। দেউতাই গৈ তেওঁক ৰেডিঅ' বন্ধ কৰি, মনে মনে ওপৰলৈ যাবলৈ ক'লে। কিন্তু তুমি জানা যে শব্দ নকৰিবলৈ যিমানেই সজাগ সতৰ্ক হোৱা যায়, সিমানেই শব্দ বেছিহে হয়। পাঁচ মিনিটৰ পাছতেই ভয়ত মুৰৰপৰা ভৰিলৈকে শেঁতা হৈ দেউতা আৰু পিটাৰ ওপৰলৈ আহি তেওঁলোকৰ নিজৰ অভিজ্ঞতাৰ বিষয়ে আমাক ক'বলৈ ধৰিলে।

তেওঁলোকে হেনো চিৰিৰ তলত বহুত সময় লুকাই থাকিল। কিন্তু ক'তো একো সাৰ শব্দ শুনিবলৈ নাপালে। হঠাৎ দুবাৰমান জোৰেৰে খুন্দা খালে যেনে শব্দ হয় তেনে শব্দ দুবাৰমান তেওঁলোকে শুনিলে। শব্দটো শুনি চক্ খাই একে জাপে দেউতা ওপৰ পালেহি। পিটাৰ ডাছেলৰ ওচৰলৈ গৈ তেওঁকো সাৱধান কৰি ওপৰলৈ আহিল। তেতিয়া আমি সকলোৱে শব্দ নহবলৈ জোতা খুলি, খালি মোজাৰে ভৰি টিপি টিপি ওপৰৰ ভান্ ডানৰ কোঠা পালোঁগৈ। ভান্ ডানৰ পানীলগা জ্বৰ হোৱা কাৰণে আগৰে পৰাই বিচনাত পৰি আছিল। আমি তেওঁৰ ওচৰ চাপি ফুচ্ফুচাই গোটেই কথাখিনি ক'লোঁ। মিঃ ভান্ ডানে যিমানবাৰ কাহে মোৰ আৰু মিছেচ্ ভান্ ডানৰ ভয়তে মূৰ্ছা যোৱাৰ উপক্ৰম হয়। শেষত তেওঁৰ কাহ পাতলিবলৈ অলপমান "কদেইন" (codeine) খাবলৈ দিয়া কথাটো আমাৰ মনত খেলালে। ঔষধ দিয়াৰ লগে লগে কাহ কমিল।

আৰু কিবা শব্দ শুনোঁ বুলি বহুত সময় কাণপাতি থাকিলোঁ; কিন্তু ক'তো একো সাৰ-সুৰ নাই। শেষত এই সিদ্ধান্তত উপনীত হলোঁ যে চোৰে হয়তো এনেকুৱা নিমাও-মাও ঘৰত মানুহৰ ভৰিৰ শব্দ শুনি ভয়তে পলাই গ'ল।

ইফালে আৰু এটা ভয় হ'ল যে তলত ৰেডিঅ'টো ইংলেণ্ড

ষ্টৈচনত বাজি আছে আৰু চাৰিওফালে চকিমেজবোৰ সজোৱা আছে। সঁচাকৈয়ে যদি চোৰ আহিছিল আৰু এয়াৰ ৰেইডৰ ( Air raid warden ) বিষয়ে সতৰ্ক কৰি দিয়া মানুহে কথাটো মন কৰি পুলিচক খবৰ দিয়ে আৰু পুলিচে যদি আহি এইবোৰ দেখে তেন্তে আমাৰ অৱস্থা কি হ'ব তুমি বুজিব পাৰিছা চাগে। সেইকাৰণে মিঃ ভান্ ডানে কোট আৰু টুপী পিন্ধি দেউতাৰ পিছে পিছে তললৈ গ'ল। পিটাৰেও হাতত হাতুৰী এটা লৈ তেওঁলোকৰ লগতে গ'ল। আমি তিৰোতা মানুহ কেইগৰাকী মতা মানুহ কেইজন ঘূৰি নহালৈকে ভয় আৰু আশঙ্কাত বৈ থাকিলোঁ। পাঁচ মিনিটৰ পাছত তেওঁলোক ঘূৰি আহি ক'লে যে সকলো ঠিক আছে।

আমি ঠিক কৰিলোঁ যে আজি আমি পানীও নলওঁ আৰু পায়খানাত চেইনো নাটানোঁ। কিন্তু ভয় আৰু উত্তেজনাত আমাৰ পেটৰ অৱস্থা ইমান কাহিল হ'ল যে আমি প্ৰত্যেকেই এবাৰ এবাৰকৈ পায়খানালৈ যাব লগা হ'ল। তাৰ পাছত কি হ'ব পাৰে তুমি জানিছাই।

যদি এনেকুৱা এটা কিবা বিপদ আহে, তেতিয়াহ'লে আনুষঙ্গিকভাবে অন্য কিছুমান ঘটনাও ঘটে। প্ৰথম ঘটনাটো হ'ল ওৱেষ্টাৰটৱেন ঘড়ীৰ যি শব্দই মোক ইমানদিন সাহস যোগাই আহিছিল সেই শব্দও আজি শুনিলোঁ। দ্বিতীয়তে, সেইদিনা গধূলি মিঃ ভোছেন অলপ আগতে যোৱাৰ কাৰণে এলিয়ে চুৰাৰখনত তলা লগাবলৈ চাবিটো পালেনে নাই তাৰ বিষয়ে নিশ্চিন্ত হ'ব নোৱাৰিলোঁ।

ৰাতি বেছি সময় হোৱাই নাছিল। আমি সেই একে অনিশ্চয়তাৰ মাজত থাকিব লগা হ'ল। যদিও ৮ বজাত প্ৰথম চোৰৰ শব্দ শুনাৰ পৰা চাৰে দহ বজালৈকে একো শব্দ শুনি আমি সকাহ পাইছিলো, তথাপি একেবাৰে নিৰাপদ অনুভৱ কৰা নাছিলোঁ। আৰু এটা কথাই আমাক বেচ চিন্তাত পেলালে যে

ইমান ফুট গধূলিতে মানুহ ৰাস্তাত থাকোতেই চোৰে কেনেকৈ ছুৰাৰ ঠেলিব পাৰিলে? আমাৰ মাজৰে এজনৰ মনত খেলালে যে হয়তো গুদামৰ ৰখীয়াই বেছি দেৰিলৈকে কাম কৰি আছিল; উত্তেজনা আৰু ভয়ত আমাৰ চোৰ অহাৰ নিচিনা লাগিল। এনেকুৱা সঙ্কটপূৰ্ণ মুহূৰ্ত্তত মানুহৰ কল্পনায়ো অদ্ভুত অদ্ভুত কাম কৰিব পাৰে।

এইবোৰ কথা ভাবি-চিন্তি আমাৰ শুবলৈ যাওঁতে বেচ দেৰি হ'ল; কিন্তু কোনেও শুব নোৱাৰিলে। দেউতা, মা আৰু ডাচেল গোটেই ৰাতি বহিয়েই থাকিল। সঁচাকৈয়ে ক'বলৈ গ'লে ময়ো চকু টিপ মাৰিব নোৱাৰিলোঁ। আজি ৰাতিপুৱাই মতা মানুহকেইজন তলৰ ছুৱাৰখন মৰা আছে নে নাই চাবলৈ গৈ দেখিলে যে সকলো ঠিক আছে। আমি পাছত ভয়লগা ঘটনাটো বৰ্ণনা কৰাত সকলোৱে হাঁহিলে। এনেকুৱা ঘটনালৈ পাছত হাঁহি উঠাটো স্বাভাৱিক। অকল এলিয়েহে আমাৰ কথাটোত গুৰুত্ব দিলে।

তোমাৰেই এন্

শনিবাৰ, ২৭ মাৰ্চ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আমি "চৰ্টহেণ্ড" কোৰ্স শেষ কৰিলোঁ। এতিয়া লিখাৰ গতি বঢ়োৱাৰ অভ্যাস কৰিছোঁ। আমি বহুত কথা শিকি গৈ আছোঁ, নহয় জানো? আমাৰ সময় কটোৱাৰ উপায়বোৰৰ বিষয়ে তোমাক আৰু কোৱা উচিত। এই গুপ্তগৃহৰ দিনবোৰ বৰ আমনিলগা হৈছে, নাথায় মুপুৰাই লাগে। এই দিনবোৰ যিমান সোনকালে পাৰ হয়, সিমানেই ভাল। গতিকে এই সময়খিনি সোনকালে কৰ নোৱাৰাকৈ শেষ কৰিবলৈ যিবোৰ উপায় উলিয়াইছোঁ সেইবোৰকে সময় কটোৱাৰ উপায় বুলি কৈছোঁ। এই কেইদিন মই পৌৰাণিক আখ্যান বিশেষকৈ গ্ৰীচ আৰু ৰোমৰ

দেৱদেৱীৰ কাহিনীবোৰ লৈ ব্যস্ত হৈ পৰিছোঁ। ইয়াত থকা মানুহবোৰৰ মতে মোৰ বয়সৰ ছোৱালী এজনীৰ পৌৰাণিক আখ্যানৰ প্ৰতি ইমান আকৰ্ষণ বেছি দিন স্থায়ী হ'ব নোৱাৰে; কাৰণ এনেকুৱা আকৰ্ষণৰ কথা কোনো দিনাই তেওঁলোকে দেখা-শুনা নাছিল। ঠিক আছে, মোকেই প্ৰথম দেখক।

মিঃ ভান্ ডানৰ ঠাণ্ডা লাগি অলপমান ডিঙিটো সুৰসুৰাইছে। তাকে লৈ তেওঁ বৰ হুলস্থুল লগাইছে; বাৰে বাৰে পানীত কেম'-মাইল (camomiletea) দি কুলকুলি কৰিছে, ডিঙিত দৰৱ সানিছে, পিঠি, বুকু, নাক, জিভা, দাঁত সকলোতে ইউক্লিপ্‌টাছ তেল সানিছে আৰু মুখ ওন্দোলাই বহি আছে।

ৰাওটৰ (Rauter) নামৰ জাৰ্মান নেতাসকলৰ এজনে অলপতে ঘোষণা এটা জাহিৰ কৰিছে যে 'জাৰ্মান অধিকৃত এলেকাৰপৰা ১ জুলাইৰ ভিতৰত সকলো ইহুদীক বহিস্কাৰ কৰিব লাগিব। পহিলা এপ্ৰিলৰপৰা পহিলা মে'লৈকে—এই সময়খিনিৰ ভিতৰত ইউট্ৰেক্ট (Utrecht) প্ৰদেশখন সম্পূৰ্ণ ইহুদী মুক্ত কৰিব লাগিব, (যেন ইহুদীসকল পইতাচোৰাহে)। প্ৰথম মে' আৰু প্ৰথম জুনৰ ভিতৰত উত্তৰ আৰু দক্ষিণ হলেণ্ড ইহুদীশূন্য হ'ব লাগিব। সেই হতভাগা ইহুদীবোৰক কগীয়া, অবহেলিত পশুৰ নিচিনাকৈ লেতেৰা, দুৰ্গন্ধময়, কচাইখানালৈ খেদি লৈ যোৱা হৈছে। কিন্তু মই এইবোৰ কথা বেছি কৈ নাথাকো। বেছিকৈ ক'লে এইবোৰ দুঃস্বপ্নৰ দৰে মোৰ চকুৰ আগত ভাঁহি থাকে; ভয় আতঙ্কত মই বাৰে বাৰে শিয়ঁৰি উঠোঁ।

ইমানবোৰ দুখজনক খবৰৰ মাজত এটা সামান্য সুখবৰ হ'ল যে জাৰ্মান শ্ৰমিক কেন্দ্ৰত বিপ্লৱী সকলে জুই লগাই দিলে। তাৰ কেই দিনমানৰ পাছত ৰেজিষ্টাৰৰ অফিচটো একে ধৰনেৰে পুৰিপেলোৱা হ'ল। জাৰ্মান পুলিচৰ ছদ্মবেশত বিপ্লৱী সকলে বন্দীসকলৰ মুখত সোপা দি দৰকাৰী কাগজ-পত্ৰ বোৰো পুৰি পেলালে।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১ এপ্ৰিল, ১৯৪৩ চন

মৰমৰ কিট্টী,

যদিও তাৰিখটো ১ এপ্ৰিল, তথাপি মই তোমাক এপ্ৰিল ফুল কৰা নাই। সচাঁকৈয়ে কৈছোঁ—বিপদ অকলে নাহে বুলি কোৱা কথাটো আমাৰ গাত ফলিয়াইছে। প্ৰথম হ'ল—আমাক বিপদে-আপদে সহায় কৰা, উৎসাহ দিয়া মানুহ মিঃ কোফিয়াচৰ পেটত ৰক্তক্ষৰণ ( haemorrhage ) হৈ অন্ততঃ তিনি সপ্তাহ শয্যাশায়ী হ'ব লগীয়া হ'ল। দ্বিতীয়তে এলিবো ফ্লু হ'ল। তৃতীয়তে ভোছেলৰ তলপেটত ঘা ( ulcer ) হৈ অহা সপ্তাহত হস্পিটেললৈ যাব লগীয়া হ'ল। চতুৰ্থতে দেউতাৰ ব্যবসায় সম্পৰ্কৰ এটা জৰুৰী আলোচনা হোৱাৰ কথা আছিল। এই বিষয়ে কোফিয়াচক ভালদৰে বুজাই-বঢ়াই থোৱা হৈছিল। কিন্তু তেওঁ হঠাৎ অসুস্থ হৈ পৰাত মিঃ ক্ৰেলাৰে আলোচনাত অংশ গ্ৰহণ কৰিব লগা হ'ল। ক্ৰেলাৰক দেউতাই বুজাই দিবলৈও সময় তেনেই কম।

যি কিজন মানুহ আলোচনা কৰিবলৈ অহাৰ কথা আছিল তেওঁলোক সময়মতে আহি পালেহি। ইফালে ক্ৰেলাৰে ভালকৈ কথা-বতৰা পাতিব পাৰিবনে নোৱাৰে এইবোৰ ভাবিচিন্তি দেউতা অস্থিৰ হৈ পৰিল আৰু বাৰে বাৰে কবলৈ ধৰিলে, "যদি মই তলাৰ পাৰিলোঁহেঁতেন, এবাৰমান তললৈ যাবলৈ পৰা হলেও গম পালোঁহেঁতেন।" মই দেউতাক ক'লোঁ, "আপুনি দেখোন অফিচ্ ঘৰৰ ওপৰৰ মজিয়াত কাণ পাতি শুই থাকিলেই তলত হোৱা আলোচনা শুনিবলৈ পাব।" মোৰ কথাটো শুনি দেউতাই অলপ সকাহ পালে। দেউতাই মাৰ্গটক লৈ ( কাৰণ এজনতকৈ দুজনৰ কাম বেছি নিৰ্ভৰযোগ্য ) ১০-৩০ মান বজাত কাণ পাতি শুই থাকিল। বাৰিপুৱা সময়তে আলোচনা শেষ নহ'ল। কিন্তু আবেলি আকৌ তেনেধৰণেৰে কথা শুনিব দেউতাই নোৱাৰিলে;

কাৰণ ইমান অসুবিধাজনক অৱস্থাত শুই থাকি দেউতাৰ গাটো অলৰ-অচৰ হ'ল। গতিকে তলত মানুহৰ মাত শুনিয়েই, দেউতাৰ সলনি মই কথা শুনিবলৈ গ'লোঁ। মার্গটে মোক লগ দিলে। মাজে মাজে আলোচনাবোৰ বৰ আমনি লগা আৰু দীঘলীয়া হৈছিল। কথা শুনি থাকোঁতে ঠাণ্ডা মজিয়াত কেতিয়া মই টোপনি গ'লোঁ কবই নোৱাৰিলোঁ। ভেওঁলোকে শুনে বুলি মুখেৰে মতাতো দূৰৰ কথা, হাতেৰে চুইয়ো মার্গটে মোক জগাবলৈ সাহ নকৰিলে। আধাঘণ্টামান ভালকৈ শোৱাৰ পাছত মই থত্মত্ খাই সাৰ পালোঁ। সাৰ পাই দেখিলো যে যিখিনি কথা শুনিছিলোঁ সব্ পাহৰিলোঁ। ভাগ্য ভাল মার্গট লগত আছিল আৰু সকলো কথা মন দি শুনি আছিল।

তোমাৰেই এন্.

শুক্রবাৰ, ২ এপ্রিল, ১৯৪৩ চন

মৰমৰ কিট্টী,

মোৰ নামৰ বিপৰীতে আৰু এটা বেয়া দাগ পৰিল। যোৱাকালি ৰাতি মই বিচনাত শুই দেউতা আহিলে একেলগে প্রার্থনা কৰিম বুলি কৈ আছিলোঁ। কিন্তু দেউতাৰ সলনি মা আহি, মোৰ বিচনাত বহি মৰম সনা মাতেৰে সুধিলে, "এন্ দেউতাৰা আহিব নোৱাৰে। তোমাৰ লগত মইয়ে প্রার্থনা কৰোনে?" মই ক'লোঁ, "নালাগে মা।"

মোৰ কথা শুনি মা বিচনাৰপৰা লাহে লাহে উঠিল। অকণমান সময় বৈ দুৱাৰৰ ফালে আগবাঢ়িল। কিন্তু হঠাৎ পাচফালে ঘূৰি দুখেৰে ক'লে "মই তোমাৰ ওপৰত খং কৰা নাই; কাৰণ মৰম চেনেহ জোৰ কৰি আদায় কৰিব নোৱাৰি।" মাৰ চকুৰপৰা চকুপানী বাগৰি পৰিল আৰু লৰা-লৰিকৈ কোঠাটো এৰি গুচি গ'ল।

মই লবচৰ নকৰাকৈ বিচনাত শুই থাকি ভাবিলোঁ যে মাৰ লগত এনেধৰণৰ নিষ্ঠুৰ ব্যৱহাৰ কৰাটো মোৰ অন্যায় হৈছে। কিন্তু ইয়াতকৈ বেলেগ উত্তৰ দিয়াবো মোৰ সাধ্য নাছিল; কাৰণ মাৰ লগত মই একেলগে প্ৰাৰ্থনা কৰিব নোৱাৰোঁ। মালৈ মোৰ খুব দুখ লাগিল। মায়ে মোৰ ব্যৱহাৰতো যে আঘাট পায় এইকথা মই আজিহে গম পালোঁ। মায়ে যেতিয়া "মৰম জোৰকৈ আদায় কৰিব নোৱাৰি" বুলি কৈছিল, তেতিয়া মাৰ চকুত মই বেদনাৰ চিন দেখা পাইছিলোঁ। কিন্তু এইটো যিমান অপ্ৰিয় হ'লেও সঁচা যে মায়ে নিজৰ ব্যৱহাৰেৰে, কথা-বতৰাৰে সময়ে অসময়ে গালি-গালাজ কৰি মোক দূৰলৈ ঠেলি দিছে। যেনেকৈ মই মাৰ টান কথা শুনি দুখ পাওঁ, তেনেকৈ মায়ে হয়তো আমাৰ মাজৰ মৰমটো নাইকিয়া হোৱাত দুখ পাইছে। আধা ৰাতিলৈকে মায়ে প্ৰায় কান্দি থাকিল আৰু ৰাতি শুব নোৱাৰিলে। দেউতায়ো মোৰ মুখলৈ ভালকৈ চোৱা নাই। দেউতাৰ চকুৰে চকুৰে পৰিলেই মই ভালকৈ বুজি পাওঁ, দেউতাৰ চকুৰে যেন মোক তিৰস্কাৰ কৰি কৈছে, "এন্, কেনেকৈ তুমি ইমান নিষ্ঠুৰ হ'লা? কেনেকৈ তোমাৰ মাক ইমান কষ্ট দিব পাৰিলা?"

সকলোৱে মই ক্ষমা খোজাটো বাঞ্ছা কৰে। কিন্তু মই ক্ষমা খুজিব নোৱাৰোঁ। কাৰণ এদিন নহয় এদিন মায়ে এই কথাটো শুনিবই লাগিলহেঁতেন। মই মাৰ চকুপানী বা দেউতাৰ চকুলৈ ভয় নকৰোঁ; কাৰণ যিটো অভাব সদায় মই অনুভৱ কৰি আছিলোঁ সেই অভাব তেওঁলোকে প্ৰথমবাৰৰ বাবে এতিয়াহে গম পালে। মই যে এতিয়া আগৰ নিচিনা নহয়, মাৰ মৰমৰপৰা যে বহুতখিনি আঁতৰি আছিলোঁ এই কথা এদিন নহয় এদিন গম পালেহেঁতেন। গতিকে সঁচা কথা কৈ পেলোৱাত মই একো অনুশোচনা নকৰোঁ।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৭ এপ্ৰিল, ১৯৪৩ চন

মৰমৰ কিট্টী,

দন-কাজিয়াৰ প্ৰকোপত আমাৰ ঘৰত চৰাই-চিৰিকতিয়েও বাঁহ লব নোৱাৰা অৱস্থা হৈছে। মাৰ লগত মোৰ, ভান্ ডান পৰিয়ালৰ লগত দেউতাৰ, শ্ৰীমতী ভান্ ডান আৰু মাৰ কিবা নহয় কিবা এটা কাৰণত অনবৰত লাগিয়েই আছে। মনোৰম পৰিবেশ নহয় জানো? ইয়াৰে মাজত মোৰ অপৰাধৰ তালিকাখন আনি পৰ্যালোচনা কৰাটোও বাদ নপৰে।

মিঃ ভোছেন হস্পিটেলত ইতিমধ্যে ভৰ্তি হ'ল। কোফিয়াচৰ বক্তক্ষৰণ বন্ধ হ'ল কাৰণে ঘূৰি আহিছে। তেওঁয়ে দিয়া খবৰ মতে ৰেজিষ্টাৰৰ অফিচৰ জুই চুমাবলৈ গৈ অগ্নিনিৰ্বাপক বাহিনীয়ে গোটেই অফিচটো পানীৰে ওপচাই পেলালে আৰু ফলস্বৰূপে বেছি ক্ষতিহে হ'ল। খবৰটো শুনি মই ভাল পালোঁ।

বোমা বৰ্ষণৰ প্ৰকোপত হেনো কাৰ্লটন (Carlton) হোটেলটো চূৰ্ণ-বিচূৰ্ণ হ'ল। দুখন জুই লগোৱা বোমাৰে ভৰ্ত্তি বৃটিছ বিমানে জাৰ্মান অফিচাৰৰ ক্লাবৰ ওপৰত বোমা বৰ্ষণ কৰে। ফলত গোটেই ভিজেলষ্ট্ৰেট-চিন্‌গেল (Vijzelstraat-Singel) অঞ্চলটোৱেই পুৰি ছাৰ্-খাৰ্ হ'ল। জাৰ্মান চহৰৰ ওপৰত এইদৰে বোমা-বৰ্ষণ দিনে দিনে বেছি হৈ গৈ আছে। এৰাতিও আমি ভালদৰে শান্তিত শুব পৰা নাই। অনিদ্ৰাৰ ফলস্বৰূপে মোৰ চকুৰ গুৰি ক'লা পৰিছে।

খোৱা বস্তুৰ অৱস্থাও একেবাৰে শোচনীয় হৈছে। শুকান কটি আৰু কফিয়েই আমাৰ ৰাতিপুৱাৰ জলপান হয়। ৰাতিৰ আহাৰ বুলি আমি মূলা, ওলকবি, শাক আৰু আলু খাওঁ। আলুবোৰো আকৌ গেলি-পচি খাবলৈ কিবা মিঠা আলুৰ দৰে হৈছে। ৰিৰোৰ মানুহে ক্ষীণাবলৈ খোজে তেওঁলোক আমাৰ

গুপ্তগৃহলৈ আহিলেই হ'ল। ওপৰ তলাৰ মানুহবোৰে খোৱা-বোৱা লৈ অনবৰত আপত্তি কৰি থাকে। আমি কিন্তু ইমান বেছি আপত্তি কৰিব লগা কথা বুলি নাভাবোঁ।

যিবোৰ মানুহে ১৯৪০ চনত সেনাদলত ভৰ্তি হৈছিল বা যুদ্ধ কৰিছিল সেই সকলোকে যুদ্ধবন্দী হিচাবে হিট্‌লাৰৰ হৈ কাম কৰিবলৈ বাধ্য কৰোৱা হৈছে। হয়তো এই মানুহবিলাকৰপৰা আক্ৰমণ হব পাৰে বুলি পূৰ্বতে সতৰ্কমূলক ব্যৱস্থা হিচাবে এনে কৰা হৈছে।

তোমাৰেই এন্

শনিবাৰ, ১ মে' ১৯৪৩ চন

মৰমৰ কিট্টী,

যেতিয়া মই আমাৰ ইয়াৰ অৱস্থাৰ কথা ভাবোঁ, তেতিয়া এনে লাগে যে আমাৰ নিচিনাকৈ লুকাব নোৱাৰা ইহুদীসকলৰ তুলনাত আমি স্বৰ্গতহে বাস কৰিছোঁ। কিন্তু তথাপিও স্বাভাৱিক অৱস্থা যেতিয়া ঘূৰি আহিব, তেতিয়া এই সময়ৰ কথা ভাবি মোৰ বৰ আচৰিত লাগিব যে আমি ইমান হীন নিকৃষ্ট অৱস্থাত কেনেকৈ জীৱন যাপন কৰিছিলোঁ। আমাৰ ইয়াত চাৰিওফালৰপৰা অধঃপতন হৈছে। ধৰা, আমি ইয়ালৈ অহাৰপৰা একেখন অইল-ক্লথেই টেবুলৰ ওপৰত পাৰিছোঁ। আৰু সেইখন একেবাৰে লেতেৰা হৈ গৈছে; কিন্তু বদ্‌লোৱাৰ উপায় নাই। মাজে মাজে মই বাচনমোচা কাপোৰেৰে চাফা কৰিবলৈ চেষ্টা কৰোঁ; কিন্তু পৰিষ্কাৰ হওক চাৰি লেতেৰাহে হয়। টেবুলৰ অৱস্থাও সেই একেই; যিমানেই চুচিলেও চাফা নহয়। ভান্ ডান পৰিয়ালে গোটেই জাৰকালি একেখন বিচনা চাদৰৰ ওপৰত নোধোৱাকৈয়ে শুই থাকিল; কাৰণ ধুবলৈ চাবোন নাই আৰু পালেও ইমান বেয়া যে কাপোৰ চাফাই নহয়। দেউতাই কটা পায়জামা পিন্ধি

ঘূৰি ফুৰে। টাইডালো ছিগিবলৈ আৰম্ভ কৰিছে। মাৰ পেটি-কোটো আজি কালিলৈ আৰু ইমান বেছি পুৰণা হৈছে যে চিলাই কৰি পিন্ধাৰো অৱস্থা নাই। মাৰ্গটে দুই চাইজ সৰু ব্ৰেচিয়াৰ পিন্ধি ফুৰে। গোটেই জাৰকালি মা আৰু বাইদেউৱে তিনিটা চুৱেটাৰ ভাগ কৰি পিন্ধিলে। মোৰ চুৱেটাৰ ইমান চুটি হৈছে যে পেটো ঢাক নাখায়।

অৱশ্যে এই অৱস্থাৰ এদিন ওৰ পৰিব। কিন্তু মাজে মাজে মোৰ এইটো ভাবি আচৰিত লাগে যে কটা-ছিটা এই জৰাজীৰ্ণ অৱস্থাৰপৰা আমি জানো আকৌ আগৰ অৱস্থালৈ কেতিয়াবা ঘূৰি যাব পাৰিম?

যোৱাৰাতি ইমান বেছি শব্দ হ'ল যে চাৰিবাৰমান মই বস্তু বাহানি সামৰি পলাবলৈ সাজু হ'লোঁ। আজি মই এটা চুটকেচত লাগতীয়াল বস্তবোৰ ভৰাই থৈছোঁ যাতে দৰকাৰ হলেই পলাব পাৰোঁ। মায়ে কয়, "তুমি পলাইনো ক'ত সাৰিবা?" কথাটো পিছে মিছা নহয়। হলেণ্ডৰ কেইবাটাও অংশত "ষ্ট্ৰাইক" হোৱা কাৰণে গোটেই হলেণ্ডবাসীয়ে ভুগিবলগীয়া হৈছে। সমগ্ৰ দেশজুৰি জৰুৰী অৱস্থা ঘোষণা কৰা হৈছে। প্ৰত্যেককে মাখনৰ কুপনো এটা এটাকৈ কম দিয়া হৈছে। এনেকুৱা অৱস্থাত মই আকৌ পলোৱাৰ কথা চিন্তা কৰোঁ। লৰাছোৱালীৰ যে কি বুদ্ধি!

তোমাৰেই এন

মঙ্গলবাৰ, ১৮ মে ১৯৪৩ চন

মৰমৰ কিট্টী,

জাৰ্মান আৰু বৃটিছৰ মাজত হোৱা এখন ভয়াবহ বিমান যুদ্ধ মই নিজ চকুৰে দেখিলোঁ। দুভাৰ্গ্যক্ৰমে জলন্ত উৰাজাহাজৰপৰা মিত্ৰশক্তিৰ সৈনিক কেইজনমান জপিয়াই নামিব লগীয়া হ'ল।

আমাক পাৰীৰ দিয়া মানুহজনে হাফৱেগৰ ( Halfweg ) ওচৰত ৰাস্তাৰ দাতিত ৪ জন কেনেডিয়ান মানুহক বহি থকা দেখা পাইছিল। তাৰ মাজৰ এজনে হেনো ধুনীয়াকৈ ডাচ্চ্ ভাষা কব পাৰিছিল। তেওঁ হেনো আমাৰ পাৰীৰবালাবপৰা চিগাৰেট জ্বলাবলৈ জুই চলা খুজিছিল। সিয়েই কৈছিল যে উৰাজাহাজখনত ৬ জন মানুহ আছিল। পাইলটজন জ্বলি মৰিল আৰু লগত থকা এজন কৰবাত লুকাল। অলপ সময়ৰ পাছত জাৰ্মান পুলিচ আহি সেই ৪ জনক লৈ গ'ল। তেনেধৰণৰ ভয়াবহ যুদ্ধৰ পাছত পেৰাচুটেৰে নামি কেনেকৈ ইমান শান্ত সুস্থ মগজেৰে কথা কব পাৰিছিল ভাবিলে মোৰ আচৰিত লাগে।

যদিও যথেষ্ট গৰম পৰিছে, তথাপি ঘৰৰ গোটখোৱা জাবৰ-জোথৰবোৰ পুৰিবলৈ দুদিনৰ মূৰে মূৰে জুই জ্বলাব লগীয়া হয়। বাহিৰত আমি জাবৰ কোনোমতেই পেলাব নোৱাৰোঁ। অলপ অসাৱধান হ'লেই ধৰা পৰি যাব পাৰোঁ।

যিবোৰ ছাত্ৰছাত্ৰীয়ে ডিগ্ৰী পাব বিচাৰে আৰু নিজৰ পঢ়াশুনা চলাই যাব বিচাৰে, সেইবোৰে "নতুন বিধান মানি লৈছোঁ আৰু জাৰ্মানসকলক সমৰ্থন কৰিছোঁ" বুলি ঘোষণা কৰিব লাগিব কিন্তু শতকৰা ৮০ ভাগেই তেওঁলোকৰ বিবেক আৰু বিশ্বাসৰ বিৰুদ্ধে যাবলৈ অস্বীকাৰ কৰিছে আৰু লগে লগে ফলভোগ কৰিব লগা হৈছে। যিবোৰ ছাত্ৰছাত্ৰীয়ে ঘোষণাপত্ৰত চহী কৰা নাই তেওঁ-লোকক "লেবৰকেম্প"ত ( labour camp ) যাবলৈ বাধ্য কৰোৱা হৈছে। যদি দেশৰ সকলো যুৱকে জাৰ্মানীত গৈ কঠিন পৰিশ্ৰম কৰিব লগা হয়, তেনেহলে দেশত আৰু কিমান যুৱক বাচি থাকিব ?

ঘোৰাৰাতি খুব বেছি বোমাবৰ্ষণ হোৱা কাৰণে মায়ে দুৱাৰ খিৰিকীবোৰ বন্ধ কৰি দিলে। মই দেউতাৰ লগতে শুই আছিলোঁ। হঠাৎ শ্ৰীমতী ভান্ ডান জপিয়াই বিচনাৰপৰা নমা গম পালোঁ।

তাৰ পাছত ডাঙৰ শব্দ এটা হ'ল, ধুপ্-ধাপ শব্দ শুনা পালোঁ। মোৰ এনে অনুমান হ'ল যেন মোৰ নিচেই ওচৰতে বোমা এটা পৰিছে। মই চিঞৰি ক'লোঁ, "চাকি জ্বলোৱা", দেউতাই চাকি জ্বলালে। মই ভাবিছিলোঁ কেইমিনিটমানৰ ভিতৰতে গোটেই ঘৰটো জ্বলি যাব। কিন্তু একো নহ'ল। তাৰ পাছত আমি সকলোৱে ওপৰতনো কি হৈছে চাবলৈ গ'লোঁ! ভান্ ডান স্বামী-স্ত্ৰীয়ে হেনো খোলা খিড়িকীয়েদি ৰঙা পোহৰ দেখিবলৈ পালে। ভান্ ডানে ভাবিলে ওচৰতে জুই লাগিল আৰু শ্ৰীমতীয়ে ভাবিলে ঘৰটোতে জুই লাগিল। যেতিয়া ডাঙৰ শব্দটো হৈছিল তাৰ আগতে শ্ৰীমতীয়ে বিচনাৰপৰা জাপ্ মাৰি নামি তলত কঁপি আছিল। তাৰ পাছত যেতিয়া একো নহ'ল আমি সকলো নিজৰ নিজৰ বিচনাত উঠিলোগৈ।

পোন্ধৰ মিনিটৰ পাছতে আকৌ গুলিয়াগুলি আৰম্ভ হ'ল। শ্ৰীমতী ভান্ ডানে ভয়তে জাপ মাৰি একেবাৰে বিচনাৰপৰা উঠি তলত ডাছেলৰ কোঠা পালেগৈ। নিজৰ গিৰীয়েকৰ লগত থাকি নিশ্চিন্ত হব নোৱাৰি আনৰ কাষ চাপিলেগৈ। ডাছেলে তেওঁক এইবুলি নিমন্ত্ৰণ জনালে, "মোৰ বিচনালৈকে আহা, মা-জনী" কথাটো শুনি আমি নহঁহাকৈ থাকিব নোৱাৰিলোঁ। এতিয়া আৰু গুলীৰ শব্দই আমাক ভয় খুৱাব নোৱাৰে।

তোমাৰেই এন্

দেওবাৰ, ১৩ জুন, ১৯৪৩ চন।

মৰমৰ কিট্টী,

মোৰ জন্মদিনত দেউতাই ইমান ধুনীয়া কবিতা এটা উপহাৰ দিলে যে তোমাক নজনোৱাকৈ থাকিব নোৱাৰিলোঁ। সাধাৰণতে দেউতাই জাৰ্মান ভাষাতে কবিতা লিখে। মাৰ্গটে এইটো অনুবাদ কৰি দিলে। মাৰ্গটৰ অনুবাদটো কিমান ধুনীয়া হৈছে তুমি

এতিয়া নিজেই বিচাৰ কৰা। বহুৰটোৰ লেখত লবলগীয়া ঘটনাৰ বৰ্ণনাখিনি বাদ দি বাকী কবিতাটো এনে ধৰণৰ :

যদিও তুমি ইয়াত সৰু সকলোতকৈ
তুমিতো সৰু হৈ থকা নাই।
জীৱন তোমাৰ সহজ নহয়,
কাৰণ সকলোৱেই হ'ল তোমাৰ শিক্ষক।

তোমাক উপদেশ দি কয়, "আমাৰ অভিজ্ঞতা আছে,
শিক্ষা লোঁৱা তুমি, আমি বহুত জানোঁ;
কাৰণ যি কাম তুমি আজি কৰিছা, আমি কালিয়েই কৰিলোঁ।
ডাঙৰৰ আদৰ্শ সদায় গ্ৰহণযোগ্য—জানি থোৱা উচিত।"

অন্ততঃ এই নিয়ম বিদ্যমান
সৃষ্টিৰ প্ৰথম দিনাৰ পৰা।
আমাৰ ব্যক্তিগত দোষত্ৰুটি চকুত নপৰে
অথচ আনৰ ত্ৰুটি দুগুণে ধৰা পৰে।
তোমাৰ পিতৃ-মাতৃ গুৰুজনক ভুল নুবুজিবা।
মনত ৰাখিবা আমি সদায় তোমাৰ মঙ্গল
চিন্তা কৰি তোমাক সহানুভূতিৰে বিচাৰ কৰোঁ।
হয়তো দোষ শুধৰাবলৈ তুমি বেয়া পোৱা
তিতা পিল খোৱা যেন লাগে।
কিন্তু শান্তিৰক্ষাৰ হকে কিছুমান কথা
তুমি মানিবই লাগিব।
সময়ৰ লগে লগে মানি লোৱাৰ বেদনা যি
সিও পাতলি যাব।
তুমি দিনে-ৰাতিয়ে পঢ়াশুনা লৈ ব্যস্ত থাকা
এনে অভাৱনীয় পৰিস্থিতিত আৰু জানো
কৰিবলৈ আছে?

তুমি কোনো দিনাই আমনি নিদিয়া
আমালৈ আনা মুক্ত বায়ু
তোমাৰ একমাত্র হুমুনিয়াহৰ কাৰণ হল—
"মই আৰু কি পিন্ধিম? কাপোৰবোৰ দেখোন
সব চুটি হৈ গ'ল। চুয়েটাৰে পেটটোকে
ঢাক নাখায়, জোতা পিন্ধিবলৈ গ'লে
গোবোহাত দুখ পাওঁ। ইমান বেচি দুখ-বেদনা
লৈ মই কেনেকৈ জীয়াই থাকিম?"

খোৱাবস্তুৰ বিষয়েও অলপমান লিখা আছিল। কিন্তু মার্গটে ছন্দত অনুবাদ কৰিব নোৱাৰিলে বাবে এৰি দিলে। মোৰ জন্মদিনৰ কবিতাটো ধুনীয়া নহয় জানো? ইয়াৰ বাহিৰেও কেইবাবিধো মৰমলগা বস্তু পালোঁ। তাৰে এটা হ'ল মোৰ প্রিয় বিষয় গ্রীচ আৰু ৰোমৰ কাহিনীৰ এটা কিতাপ। খোৱা বস্তু মিঠাই আদিও মই কম পোৱা নাই। প্রত্যেকেই নিজৰ সাঁচতীয়া বস্তুৰ পৰা উলিয়াই দিছে। লুকাই থকা পৰিয়ালটোৰ আটাইতকৈ সৰু বুলিয়েই মোৰ প্রাপ্যতকৈ বহুত বেছি পাইছোঁ।

তোমাৰেই এন্।

মঙ্গলবাৰ, ১৫ জুন, ১৯৪৩ চন।

মৰমৰ কিট্টী,

বহুতো ঘটনাই হৈ গ'ল। কিন্তু মই মাজে মাজে ভাবোঁ যে ইমান নিৰস বকবকনি শুনি তোমাৰ আমনি লাগিব। সেই কাৰণে তুমি হয়তো বেছিকৈ চিঠি নাপালে সুখী হোৱা। মই আজি সকলো খবৰ চমুকৈ জনাম।

মিঃ ভোহেনক আল্‌চাৰৰ কাৰণে অপাৰেচন কৰা নহ'ল। তেওঁক অপাৰেচন কৰিবলৈ লৈ গৈ পেট কাটি ডাক্তৰবোৰে দেখিলে যে তেওঁৰ পেটত কেন্‌চাৰ হৈছে আৰু বেমাৰটো বেচ আগবাঢ়িল,

সেইকাৰণে পেটটো আকৌ চিলাই কৰি তিনি সপ্তাহমান হস্পিটেলত ৰাখি ভালদৰে খুৰাই-বুৰাই ঘৰলৈ পঠাই দিলে। তেওঁৰ কাৰণে মোৰ খুব দুখ লাগে। আমি যদি বাহিৰলৈ ওলাব পাৰিলোঁহেঁতেন, তেনেহলে মই তেওঁক সদনাই দেখা কৰি মন ভাল লগাবলৈ চেষ্টা কৰিলোঁহেঁতেন। এতিয়াৰপৰা আৰু মিঃ ভোছেনে বাহিৰৰ খবৰ আমাক দিব নোৱাৰে। তেওঁ সকলো কথাতে আমাৰ ডাঙৰ সহায় আছিল আৰু নানান ধৰণৰ নিৰাপত্তা-মূলক ব্যৱস্থা লোৱাত তেওঁ বহুতখিনি কৰিছিল। তেওঁৰ অভাৱ আমাৰ কোনোদিনাই পূৰণ নহব।

অহা মাহত আমাৰ ৰেডিঅ'টো ঘূৰাই দিব লাগিব। কোফিয়াচৰ ঘৰত এটা সৰু ৰেডিঅ' ছেট আছে। আমাৰ ডাঙৰ ৰেডিঅ'ৰ পৰিবৰ্তে সেইটোকে তেওঁ আমাক দিব। আমাৰ ধুনীয়া ৰেডিঅ'টো এৰিবলৈ অকণো মন যোৱা নাই। কিন্তু লুকাই থকা মানুহে ইমান ডাঙৰ বস্তুটো ঘৰত ৰাখি বিপদ চপাই অনাটো বুদ্ধিমানৰ কাম নহব। সৰু ৰেডিঅ'টো আমি ওপৰতে ৰাখিম। সকলোতো লুকাই থকা; আমি মানুহো গুপুতে থকা, টকাও গুপুত, কিনাবেচাও গুপুতে কৰা হয়, এতিয়া যেনিবা গুপুতে থব পৰা ৰেডিঅ' এটাও আনিলোঁ। আমাৰ সাহসৰ একমাত্ৰ উৎস হ'ল এই ৰেডিঅ'টো। যেতিয়া বাহিৰৰ সকলো খবৰ বেয়াৰ ফালে ঢাল খায়, তেতিয়া একমাত্ৰ ৰেডিঅ'টোৱে ইয়াৰ আশ্চৰ্য্য-জনক মাতেৰে আমাক সাহস আৰু প্ৰেৰণা যোগায়, আৰু আকৌ আমি মূৰ তুলি সাহসেৰে কব পাৰোঁ—সুখময় এদিন আহিবই।

তোমাৰেই এন্।

দেওবাৰ, ১১ জুলাই, ১৯৪৩ চন।

মৰমৰ কিট্টী,

মোৰ স্বভাৱ চৰিত্ৰ সম্পৰ্কত তোমাক জনাই থোৱা উচিত হব। আজিকালি মই সঁচাকৈয়ে ভাল ছোৱালী হৈ সকলোৰে লগত

ভাল ব্যৱহাৰ কৰিবলৈ যথাসাধ্য চেষ্টা কৰিছোঁ, যাতে মোৰ ওপৰত অৱধাৰিত ভাবে বৰ্ষণ হোৱা গালি-গালাজ কিছু শাম কাটে। কিন্তু নিজে ভাল নোপোৱা মানুহৰ লগত তেনে আদৰ্শ ব্যৱহাৰ কৰিবলৈ বৰ কঠিন। মই দেখিছোঁ আগৰ দৰে সবাৰ মুখে মুখে বাচ-বিচাৰ নোহোৱাকৈ কথা কোৱাতকৈ কবৰ মন যোৱা কথা-খিনি পেটতে ৰাখি বাহিৰত মিঠামুখ দেখুৱালে কিজানি মোৰ সবৰে লগত সম্পৰ্কটো ভাল হ'ব। (অৱশ্যে এইটোও সঁচা যে মই যিমানেই স্পষ্টবাদী হওঁ, মোক কোনেও গুৰুত্ব নিদিয়ে।)

অন্যায় অবিচাৰ দেখিলে মই খং দমাব নোৱাৰোঁ আৰু ধৈৰ্য্য হেৰুৱাই পেলাওঁ! সেইকাৰণে পূৰা চাৰিসপ্তাহ মই নিজকে পৃথিবীৰ ভিতৰত আটাইতকৈ নিৰ্লজ্জ আৰু মুখচোকা ছোৱালী বুলি কথা শুনিব লগা হ'ল। কেতিয়াবা মোৰো কিবা অভিযোগ থাকিব নোৱাৰেনেকি? ভাগ্যে মোৰ স্বভাৱটো গোমোঠা নহয়! তেনে হোৱা হ'লে মই বৰ বেয়া মেজাজৰ ছোৱালী হলোঁহেঁতেন।

মই 'চৰ্টহেণ্ড'ৰ অভ্যাস কৰাটো কেইদিনমান অলপমান কমাই দিম বুলি ভাবিছোঁ; কিয়নো অন্য পঢ়াশুনাও বহুত আছে। লগতে চকুকো অলপ বিশ্ৰাম দিব লগা হ'ল। মোৰ চকু দিনে দিনে খুব বেয়া হৈছে। দূৰৰ বস্তু ভালকৈ মণিব নোৱৰা হৈছোঁ। সেই-কাৰণে মোৰ মনটো খুব বেয়া। বাহিৰত থকা হ'লে কাহানিবাই চছ্‌মা লব লাগিলহেঁতেন (চছ্‌মা ল'লে যে মোক কেনেকুৱা অদ্ভুত কেঁচা এটাৰ দৰে লাগিব!) যোৱাকালি সকলোৰে আলোচনাৰ বিষয় হ'ল মোৰ চকু। মায়ে মোক শ্ৰীমতী কোফিয়াচৰ লগত চকুৰ ডাক্তৰৰ ওচৰলৈ পঠাব লাগে বুলি ক'লে। কথাটো শুনি মোৰ বৰ ভয় লাগিল। কাৰণ গুপ্তগৃহৰ বাহিৰ হৈ মুকলি ৰাস্তাত ওলাই যোৱাটো কল্পনাই কৰিব নোৱাৰি। প্ৰথমতে ভয় লাগিলেও পাচত ভালো লাগিল। কিন্তু বাহিৰলৈ যোৱাটো ইমান সহজসাধ্য নহয়। সকলো বিপদ-আপদৰ কথা ভালদৰে চালিজাৰি লৈহে

যোৱা নোযোৱাটো ঠিক কৰিব পৰা যায়। অৱশ্যে ক'লেই মিয়েপে মোক্ নিৰ্ভয়ে লৈ যাব পাৰিব।

মই মোৰ খোঁৱা ৰঙৰ কোটটো আলমাৰিৰপৰা উলিয়াই চাই দেখিলোঁ কোটটো মোলৈ ইমান চুটি হ'ল যে এইটো পিন্ধিলে মোৰ সৰু ভনীয়েকৰ কোট পিন্ধা যেনহে লাগিব।

মোৰ বাহিৰলৈ যোৱাটো সঁচাকৈয়ে হৈ উঠিব নেকি এই বিষয়ে মোৰ যথেষ্ট কৌতূহল আছে। কিন্তু মোৰ এনে যেন লাগিছে বাহিৰলৈ যোৱাটো নহব। কাৰণ বৃটিছ উৰাজাহাজ চিচিলিত (Sicily) অৱতৰণ কৰা খবৰ পোৱা গৈছে। দেউতাৰ মতে যুদ্ধ সোনকালেই শেষ হব। তেতিয়াই ওলাব পাৰিম।

এলিয়ে মোক আৰু মাৰ্গ টক অফিচৰ কামবোৰ কৰিবলৈ দিয়ে। কাম কৰিবলৈ পাই আমাৰ নিজৰে মৰ্য্যাদা বৃদ্ধি পোৱা যেন লাগে। এলিৰো বহুত সময় সহায় হয়। চিঠি-পত্ৰ ফাইল কৰা, আৰু হিচাবৰ বহীত জমা-খৰচ লিখা কামটো সকলোৱে কৰিব পাৰে, কিন্তু আমি এইখিনি কামকে বৰ বেচি মনোযোগেৰে কৰোঁ।

মিয়েপ বেচেৰী বস্তু কঢ়িওৱা গাধৰ নিচিনাই হৈছে। প্ৰত্যেক দিনা তাই আমাক শাক-পাচলি আদি দৈনিক বজাৰৰ বস্তু আনি দিয়ে। আমি সকলোৱে শনিবাৰটোলৈ সৰু লৰা-ছোৱালীৰ দৰে বৰ আগ্ৰহেৰে বৈ থাকোঁ; কাৰণ সেইদিনাই আমি কিতাপবোৰ পাওঁ। কিতাপ যে আমাৰ কাৰণে কিমান মূল্যবান, সাধাৰণ মানুহে বুজিব নোৱাৰিব। পঢ়াশুনা কৰা আৰু ৰেডিঅ' শুনাই হ'ল আমাৰ একমাত্ৰ আমোদ-প্ৰমোদৰ উপায়।

তোমাৰেই এন্।

মঙ্গলবাৰ, ১৩ জুলাই, ১৯৪৩ চন।

মৰমৰ কিটী,

যোৱাকালি আবেলি দেউতাৰ অনুমতি লৈ মই ডাছেলক নম্ৰভাৱে অনুৰোধ কৰিলোঁ যে আমাৰ কোঠাৰ টেবুলখন সপ্তাহত

ছদিন আবেলি ৪ বজাৰপৰা ৫-৩০ বজালৈকে মোক ব্যৱহাৰ কৰিবলৈ দিয়ে যেন। মই প্ৰত্যেকদিনা ডাছেল যেতিয়া শুই থাকে, সেই সময়ত ২ বজাৰপৰা ২-৩০ বজালৈকে টেবুলখন ব্যৱহাৰ কৰোঁ। তাৰ বাহিৰে টেবুলখনৰে সৈতে কোঠাটো ডাছেলৰ অধিকাৰত থাকে। ভিতৰত আমাৰ সকলোৰে বহা কোঠাত হুলস্থূল হৈয়ে থাকে। তাত বহি একো কৰাৰ উপায় নাই। তাৰোপৰি সেই কোঠাত যি টেবুল এখন আছে সেইখনো মাজে মাজে দেউতাই ব্যৱহাৰ কৰে। সেই-কাৰণে মোৰ অনুৰোধটো ন্যায়সঙ্গত আছিল। কিন্তু জ্ঞানী পণ্ডিত ডাছেলে কি উত্তৰ দিলে জানা? তেওঁ পোনে পোনেই ক'লে, "নাই, দিব নোৱাৰোঁ।" মইয়ো সহজে এৰি দিয়া বিধৰ নহয়। গতিকে আকৌ সুধিলোঁ, "এৰি দিব নোৱৰাৰ কাৰণ কি?" উত্তৰত তেওঁ আকৌ এটা দীঘল বক্তৃতা দিলে। তেওঁৰ কথাখিনি হ'ল—"ময়োতো কাম কৰিব লাগিব। আবেলি কাম কৰিব নোৱাৰিলে দেখোন মোৰ কাম কৰাৰ সময় নহব। মই আৰম্ভ কৰা কামখিনি শেষ কৰিবই লাগিব। নহ'লে আৰম্ভ কৰি কি লাভ? তুমিনো কি কাম মন দি কৰা যে টেবুলখন তোমাক নহ'লেই নহয়? তোমাৰ পৌৰাণিক আখ্যান পঢ়াতো জানো কিবা কাম? উল গোঠা আৰু কিতাপ পঢ়া একো কামেই নহয়। টেবুলখন মোক লাগিবই।" মইয়ো উত্তৰত ক'লোঁ, "শুনক, মিঃ ডাছেল; মই যি কামেই নকৰোঁ মোৰ কামো কাম। আবেলি কাম কৰিবলৈ মোৰ ক'তো ঠাই নাই। আপুনি মোৰ অনুৰোধটো আকৌ এবাৰ ভাবি চাওক।"

কথাখিনি শেষ কৰিয়েই মই খঙতে বিজ্ঞ ডাক্তৰক পৰোৱাই নকৰি পিঠি দি বহি থাকিলোঁ, মই খঙতে কঁপি আছিলোঁ। ডাছেলক অসম্ভৱ ধৰণৰ কঠুৱা যেন লাগিছিল আৰু মোৰ নিজৰ ব্যৱহাৰ যুক্তিসঙ্গত যেন লাগিছিল। গধূলি যেতিয়া দেউতাক লগ পালোঁ তেতিয়া গোটেই কথাখিনি কৈ সুধিলোঁ যে মই এতিয়া কি কৰা উচিত; কাৰণ মই এনেয়ে এৰি দিয়া বিধৰ

হোৱালী নহয়। দেউতাই মোক কেনেকৈ সমস্যাটো সমাধান কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ দি ক'লে, "আজি তোমাৰ বেছি খং উঠিছে, কাইলৈহে কথা-বতৰা হ'বা।" কিন্তু দেউতাৰ উপদেশলৈ কাণ নিদি নিজৰ ধোৱা-পখলা কাম শেষ কৰি ডাছেলক লগ পাবলৈ মই বৈ থাকিলোঁ। দেউতা ওচৰৰ কোঠাটোত বহি আছিল বুলিয়েই মই বহুতখিনি সকাহ পাইছিলোঁ।

ডাছেলক যেতিয়া আকৌ লগ পালোঁ, তেতিয়া মই ক'লোঁ— "মই আকৌ আগৰ কথাটো আলোচনা কৰিব বিচাৰোঁ।" ডাছেলে ধুনীয়াকৈ হাঁহি মাৰি ক'লে—"মইতো আলোচনা কৰিবলৈ সাজুৱেই আছোঁ, কিন্তু এই কথাটো আগতেই হ'ল, আলোচনা কৰিবলৈ নো কি বাকী আছে?" মই ক'লোঁ,—"চাওক মিঃ ডাছেল, যেতিয়া আপুনি প্ৰথমে ইয়ালৈ আহিছিল তেতিয়া ঠিক হৈছিল যে এই কোঠাটো আমাৰ দুজনৰ মাজত ভাগ হ'ব। বাতিপুৱাটো আপুনি ব্যৱহাৰ কৰিব আৰু আবেলি মই ব্যৱহাৰ কৰিম। কিন্তু মই ইমান বিচৰা নাই। অকল সপ্তাহত দুদিন ব্যৱহাৰ কৰিবলৈ দিলেই হ'ব।" কথাটো শুনি ডাছেল জাপ মাৰি উঠিল—যেন তেওঁৰ পিঠিত বেজি এটাইহে বিন্ধিলে আৰু ক'লে "তুমি ইয়াত নিজৰ অধিকাৰৰ কথা কব নোৱৰা, মোক তেনেহলে তুমি কলৈ যাবলৈ কোৱা? মই ভান্‌ডানক ক'ম যে মোক এটিকত সৰু কোঠা এটা কৰি দিব লাগে যাতে মই তাতে থাকিব পাৰোঁ। ক'তো শান্তিৰে কাম কৰিব নোৱাৰি। তোমাৰ লগত থাকিলে সকলোৰে দিগ্‌দাৰ হবই। যদি তোমাৰ বাইদেউৱে এই অনুৰোধ কৰিলেহেঁতেন, তেতিয়া মই নিদিয়াকৈ নাথাকিলোঁহেঁতেন, কিন্তু তোমাক উল গোঠা আৰু পৌৰাণিক কিতাপ পঢ়াৰ কাৰণে টেবুলখন এৰি দিব নোৱাৰোঁ। তোমাৰ লগতে কোনেও কথা কৈ সাৰিব নোৱাৰে। তুমি ইমান বেছি স্বাৰ্থপৰ যে নিজৰ স্বাৰ্থৰ কাৰণে সকলোকে য'লৈ ত'লৈ ঠেলি দিব পাৰা। এনেকুৱা হোৱালী

মই কাহানিও দেখা নাছিলোঁ ; মই তোমাক টেবুলখন এৰি নিদিলে উপায় নাই যেন দেখিছোঁ। টেবুলখন যদি এৰি নিদিওঁ পাছত হলেও কথা শুনিব লাগিব যে ডাচ্ছেলে টেবুল এৰি নিদিয়া বাবে এনে পৰীক্ষাত ফেল কৰিলে।"

এইদৰে তৰ্ক-বিতৰ্ক চলিয়েই থাকিল। এসময়ত মোৰ এনেকুৱা খং উঠিল যে মোৰ তেওঁৰ গালত ভালকৈ চৰ সোধাবৰ মন গ'ল। কিন্তু নিজকে সংযত কৰি মনে মনে ক'লোঁ,—"এনেকুৱা মানুহৰ ওপৰত খং কৰি লাভ নাই।"

বহুতবাৰ বকি-ঝকি খণ্ডত কিন্তু বিজয় গৌৰৱেৰে জেপত খোৱা বস্তু ভৰাই ডাচ্ছেল কোঠাৰপৰা ওলাই গ'ল। মই লৰা-লৰিকৈ দেউতাৰ ওচৰলৈ গৈ সকলো কথা বিৰৰি কলোঁ। দেউতাই সেইদিনা গধূলি ডাচ্ছেলৰ লগত কথা পাতিবলৈ ঠিক কৰিলে। দেউতা আৰু ডাচ্ছেলৰ মাজত প্ৰায় আধাঘণ্টা কথা-বাৰ্তা হ'ল। প্ৰথমে তেওঁলোকে মই টেবুলখন ব্যৱহাৰ কৰিব পাৰিম নে নোৱাৰোঁ সেই বিষয়ে আলোচনা কৰিলে। দেউতাই হেনো এই কথা লৈ ডাচ্ছেলৰ লগত আগতে এবাৰ আলোচনা কৰিছিল। ডাচ্ছেলে মই তেওঁক অনধিকাৰ প্ৰবেশ কৰি তেওঁৰ আয়ৰত সকলো বস্তু নিছে বুলি কোৱা বুলি দেউতাৰ আগত ক'লে, দেউতাই কিন্তু আমাৰ কথা সকলো শুনি থকা কাৰণে ডাচ্ছেলৰ কথা বিশ্বাস নকৰিলে।

দেউতাই মোৰ পক্ষ লৈ ক'লে যে এন্ স্বাৰ্থপৰো নহয় আৰু এনৰ কামো নগণ্য নহয়।

অৱশেষত, ডাচ্ছেল মোৰ কথাত মান্তি হ'ব লগা হ'ল আৰু সপ্তাহত দুদিন ৫টা বজালৈকে কোনো বিঘিনি নোহোৱাকৈ টেবুল ব্যৱহাৰ কৰাৰ সুবিধা পালোঁ। ডাচ্ছেলে দুদিনমান মোৰ লগত কথা নাপাতিলে ; সক ল'ৰা-ছোৱালীৰ দৰে মুখ ওফোন্দাই থাকিল। ৫৪ বছৰ বয়সলৈকে মানুহ এজন যদি এনে ধৰণৰ

আকৌৰগোজ আৰু নীচ মনৰ হয় তেওঁৰ আৰু শুধৰণিৰ আশা নাই।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৬ই জুলাই, ১৯৪৩ চন

মৰমৰ কিট্টী,

আকৌ চোৰ আহিল। এইবাৰ কিন্তু সঁচাকৈয়ে আহিল। আজি ৰাতিপুৱা ৭ বজাত আনফালৰ দৰে পিটাৰ গুদাম ঘৰলৈ গৈ দেখে যে গুদামৰ দুৱাৰ খোলা আৰু ৰাস্তাৰ ফালৰ দুৱাৰো খোলা। সি কথাটো দেউতাক ক'লে; দেউতাই অফিচৰ ৰেডিঅ'টো জাৰ্মান ষ্টেচনত লগাই দুৱাৰখন বন্ধ কৰি দিলে আৰু দুয়ো ওপৰলৈ গ'ল।

এনেকুৱা সময়ত পালন কৰিব লগীয়া নিয়মবোৰ যথাৰীতি পালন কৰিলোঁ, যেনে—পানীৰ কল নোখোলা, ধোৱা-পখলা নকৰা, মনে মনে থকা, পায়খানালৈ নোযোৱা আৰু ৮ বজাৰ আগতে সকলো কামকাজ শেষ কৰি পেলোৱা। ৰাতি আমাৰ টোপনি ইমান গভীৰ হ'ল যে কোনেও একো গমেই নাপালোঁ। একপ্ৰকাৰ ভালেই হ'ল, ৰাতিটো ভালকৈ শুব পাৰিলোঁ। ১১-৩০ মান বজাত মিঃ কোফিয়াচ আহি জনালে যে চোৰে লোহাৰ মাৰিৰে খুন্দিয়াই বাহিৰৰ দুৱাৰ আৰু গুদামৰ দুৱাৰ ভাঙি ভিতৰলৈ সোমাইছে। কিন্তু তলত চুৰ কৰিবলৈ একো বস্তু নাপাই ওপৰলৈ উঠিছিল। ওপৰত দুটা কেচ্-বক্স চুৰ কৰিলে, তাত ৪০ ফ্লৰিণ নগদ পইচা, পাৰ্চেল অৰ্ডাৰ, চেক্‌বুক আৰু লগতে ১৫০ কিলো চেনিৰ কুপনো আছিল। এই সকলোবোৰ চোৰ লৈ গ'ল।

মিঃ কোফিয়াচৰ মতে এই দলটো ৬ সপ্তাহমান আগতে চুৰ কৰিবলৈ অহা আগৰ দলটোৱেই। সেইবাৰ সিহঁতে কৃতকাৰ্য্য হব পৰা নাছিল।

ঘটনাটোৱে গুপ্তগৃহত বেচ এটা আলোড়নৰ সৃষ্টি কৰিলে, এনেকুৱা ধৰণৰ আলোড়ন মাজে সময়ে হৈ নাথাকিলে গুপ্তগৃহৰ গতানুগতিক জীৱন বৰ আমনি লগা হ'ব। এটা কথাত আমি ভাল পাওঁ যে টাইপৰাইটাৰ আৰু আমাৰ বাকচৰ বস্তুবোৰ চুৰি নহ'ল; কাৰণ সেই বস্তুবোৰ সদায় তলৰপৰা ওপৰলৈ লৈ অনা হয়।

তোমাৰেই এন্

সোমবাৰ, ১৯ জুলাই, ১৯৪৩ চন।

মৰমৰ কিট্টী,

দেওবাৰৰ দিনা উত্তৰ আমষ্টাৰডামত ভয়ানকভাৱে বোমাবৰ্ষণ হয়। গোটেই ৰাস্তা ধ্বংসস্তূপত পৰিণত হ'ল। ইয়াৰ ভিতৰত চেপাখোৱা মানুহবোৰক উলিয়াবলৈ বহুতদিন লাগিব। এতিয়ালৈকে ২০০টা মৃতদেহ আবিষ্কাৰ কৰা হৈছে আৰু আহতৰ সংখ্যাও অগণন। হস্পিটেলত ঠাই নাইকিয়া হৈছে। সৰু লৰা-ছোৱালীবোৰে ধ্বংস-স্তূপৰ মাজত নিজৰ মাক-বাপেকক বিচাৰি গৈ হেৰাই গৈছে। এতিয়াও দূৰত হোৱা উৰাজাহাজৰ গোঁ-গোঁ শব্দ মনত পৰিলে গাটো জিকাৰ খাই উঠে—কিয়নো এই শব্দটোৱে আগন্তুক বিপদৰ কথা সূচাই দিয়ে।

তোমাৰেই এন্

শুক্ৰবাৰ, ২৩ জুলাই, ১৯৪৩ চন।

মৰমৰ কিট্টী,

ইয়াৰপৰা বহিৰ্জগতলৈ ওলাই প্ৰথমে কাৰ কি কৰিবৰ ইচ্ছা, তাকে মই আজি তোমাক ক'ম। মাৰ্গট আৰু মিঃ ভানডানে ইয়াৰপৰা ওলাই গৰম পানীৰ বাথটাবত আধাঘণ্টামান সোমাই থাকিবলৈ ইচ্ছা কৰে। মিছেছ্ ভানডানে আকৌ চিধাই ক্ৰীমকেক

খোৱাত লাগি যাব। তাহেলে তেওঁৰ পৰিবাৰ লজিক ( Lotje ) দেখা কৰাৰ বাহিৰে অন্য একো ভাবিবই নোৱাৰে। মাৰ একাপ কফি হ'লেই হ'ল। দেউতাই প্ৰথমতে মিঃ ভোছেনক লগ ধৰিবলৈ যাব। পিটাৰে টাউনত চিনেমা চাবলৈ যাব। মোৰ ভাবিয়েই ইমান ভাল লাগিছে যে ক'ৰপৰা আৰম্ভ কৰিম কবই নোৱাৰোঁ। কিন্তু মোৰ বেছি আকাঙ্ক্ষাৰ বস্তু হ'ল—নিজৰকৈ ঘৰলৈ উলটি গৈ আগৰ দৰে মুকলি মনেৰে ঘুৰাফিৰা কৰা আৰু পঢ়াশুনা কৰা।

এলিয়ে খুব সস্তাত আমাক ফলমূল আনি দিম বুলি কৈছে—আঙুৰ কিলোত ৫ ফ্লৰিণকৈ, পিচ্ছ্ আধা ফ্লৰিণ, ছিৰাল ১·৫০ ফ্লৰিণ। প্ৰত্যেক দিনা বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে দেখা যায়—"বস্তুৰ দাম বাঢ়িবলৈ নিদিবা।"

তোমাৰেই এন্।

সোমবাৰ, ২৬ জুলাই, ১৯৪৩ চন

মৰমৰ কিট্টী,

কালি গোটেই দিনটো হুলস্থুল আৰু উত্তেজনাতে গ'ল; এতিয়াও সেই হুলস্থুল শাম কটা নাই। তুমি হয়তো প্ৰশ্ন কৰিব পাৰা যে আমাৰ এটা দিনো কোনো উত্তেজনা নোহোৱাকৈ পাৰ নহয়নেকি?

বাতিপুৱা ব্ৰেক্‌ফাষ্টৰ সময়তে বিমান আক্ৰমণৰ চাইৰেণ্ বাজি উঠিছিল। কিন্তু আমি অকণো মন কৰা নাছিলোঁ। কিয়নো উৰাজাহাজবোৰ কেতিয়াবা উপকূলৰ ওপৰেদি পাৰ হৈ যায়। তেতিয়াও এনে ধৰণৰ চাইৰেণ বাজি উঠে।

ব্ৰেক্‌ফাষ্ট খাই মোৰ বৰ বেয়া ধৰণেৰে মূৰ বিষোৱা কাৰণে ওপৰলৈ গৈ শুই থাকিলোঁ। তাৰ পাছত যেতিয়া মই তললৈ নামি আহিলোঁ তেতিয়া দুই বাজিছে। মাৰ্গটে আঢ়ৈমান বজাত

অফিচৰ কাম শেষ কৰিছেহে মাত্ৰ, কাগজ-পত্ৰ সামৰিবলৈ পোৱাই নাই, আকৌ চাইৰেণ বাজি উঠিল। মই আৰু মাৰ্গট লৰালৰিকৈ ওপৰলৈ গ'লোঁ। আমি ওপৰলৈ যোৱাৰ পাঁচ মিনিটৰ ভিতৰতে চাৰিওপিনে গুলীৰ শব্দ শুনিবলৈ পোৱা গ'ল। আমি ভয়তে অহা-যোৱা কৰা সৰু বাটটোতে থিয় হৈ থাকিলোঁ। গোটেই ঘৰটো কঁপিবলৈ ধৰিলে আৰু চাৰিওফালে বোমাবৰ্ষণৰ শব্দ শুনিবলৈ পালোঁ।

মই পলাবলৈ ঠিক কৰি থোৱা বেগটো ( escape-bag ) জোৰেৰে খামোচ মাৰি ধৰি থিয় হৈ থাকিলোঁ। আমি যে ইয়াৰ পৰা ক'ৰবাত পলাই সাৰিব পাৰিম সেইবুলি নহয়, কিন্তু মোক কিবা এটা ধৰি থাকিবৰ খুব বেছি প্ৰয়োজন হৈছিল। সেইবাবে বেগটোকে ধৰি লৈছিলোঁ। বোমাবৰ্ষণৰ ফলত যদি ঘৰৰপৰা পলাব লগা অৱস্থা হয়, তেতিয়াহলে ৰাস্তাত ওলায়ো সাৰিবৰ কোনো উপায় নাই; কাৰণ ৰাস্তাতো কোনোপধ্যে বিপদৰ সম্ভাৱনা কম নহয়। এইবাৰ বোমাবৰ্ষণ আধাঘণ্টামানৰ ভিতৰতে কমিল, কিন্তু ঘৰৰ চাঞ্চল্য বেছিহে হ'ল। পিটাৰ এটিচৰ পৰ্য্যবেক্ষণ ঘাটিৰপৰা নামি আহিল। ডাছেল প্ৰধান অফিচত আছিল। শ্ৰীমতী ভান্‌ডানে প্ৰাইভেট অফিচতে নিৰাপদ বুলি ভাবি তাতে আছিল। মিঃ ভান্‌ডানে আটাইতকৈ ওপৰৰ কোঠাৰপৰা চাই আছিল। আমিও অহাযোৱা কৰা বাটটোৰপৰা ওলাই আহিলোঁ। পোতাশ্ৰয়ৰ ওপৰত বোমাবৰ্ষণৰ ফলত ধোঁৱাৰ কুণ্ডলী পাক খাই ওপৰলৈ গৈ থকা চাবলৈ মই ওপৰৰ খিড়িকীৰ ওচৰলৈ গলোঁ। মিঃ ভান্‌ডানে ইয়াৰ পৰাই ইমান সময়ে চাই আছিল আৰু আমাক লৈ গৈছিল। অলপ সময়ৰ পাছত পোৱা পোৱা গোন্ধ পালোঁ আৰু বাহিৰত ডাঠ কুঁৱলীয়ে ঢকাৰ নিচিনা দেখা গ'ল। এনেকুৱা ভয়াবহ জুইৰ তাণ্ডৱলীলা চাবলৈ অকণো আমোদজনক নহয়। যেই কি নহওক, এইবাৰৰ কাৰণে সকলো শেষ হ'ল। আমিও

নিজৰ নিজৰ কামলৈ উলটি গ'লো। সেইদিনাই ৰাতি খাবৰ সময়ত আকৌ বিমান আক্ৰমণৰ সঙ্কেত শুনা গ'ল। খোৱাবস্তু-বোৰ যদিও ভাল আছিল, সঙ্কেত ধ্বনি শুনাৰ লগে লগে মোৰ ভোক ক'ৰবালৈ গ'ল। অৱশ্যে একো নহ'ল। পঁচিছ্ মিনিট মানৰ পাছত বিপদ মুকলি সঙ্কেত শুনা গ'ল। কিন্তু খাই উঠি বাচন ধুবলৈ লৈছোঁহে, তেনেতে আকৌ বিমান আক্ৰমণৰ সঙ্কেত, গুলীয়া-গুলি আৰু একেলগে বহুত বিমান অহা-যোৱা কৰা শব্দ শুনা গ'ল। এদিনৰ ভিতৰতে দুবাৰ দুবাৰ এনে ভয়লগা ঘটনা সহ্য কৰিবলৈ বৰ টান। এইবাৰ আমষ্টাৰডাম বিমান বন্দৰত বোমাবৰ্ষণ হবলৈ ধৰিলে। উৰাজাহাজবোৰ তললৈ শব্দ কৰি নামি অহা, আকৌ ওপৰলৈ উঠি যোৱাৰ ভয়লগা শব্দ আমি শুনিবলৈ পালোঁ। প্ৰত্যেকটো শব্দতে মোৰ ধাৰণা হৈছিল যে আমাৰ মূৰৰ ওপৰতে এটা পৰিলহি।

ৰাতি ন'মান বজাত যেতিয়া আমি শুবলৈ বিচনালৈ গলোঁ তেতিয়াও মোৰ ভৰিৰ কঁপনিটো মাৰ যোৱা নাই। ৰাতি ১২ বজাত উৰাজাহাজৰ শব্দ শুনি মই সাৰ পালোঁ। ডাছেলে কাপোৰ খুলি আছিল। মোৰ সেইবোৰলৈ কাণসাৰ নাই। প্ৰথম গুলীৰ শব্দতে একেজাপে দেউতাৰ ওচৰ পালোঁগৈ। দুঘণ্টামান দেউতাৰ ওচৰতে শুই থাকিলোঁ। যেতিয়া বোমাবৰ্ষণ একেবাৰে থামিল তেতিয়া মোৰ নিজৰ বিচনালৈ ঘূৰি আহিলোঁ। মোৰ টোপনি আহোঁতে আঢ়ৈমান বাজিছিল।

সাত বজাত মই, দেউতা আৰু ভানডানৰ কথাত সাৰ পালোঁ। প্ৰথমে ভাবিলোঁ চোৰ আহিছে। মিঃ ভানডানে "সকলোখিনি" বুলি কোৱা শুনিলোঁ। ভাবিলোঁ চোৰে হয়তো "সকলো বস্তু লৈ গ'ল।" কিন্তু নহয়; এইবাৰৰ খবৰটো বৰ সুখৰ আছিল। এনে সুখৰ খবৰ যুদ্ধ আৰম্ভ হোৱাৰ পাছত আমি শুনাই নাছিলোঁ। খবৰটো হ'ল, মুছলিনিয়ে পদত্যাগ কৰিলে আৰু ইটালীৰ ৰজাই

নিজে শাসনভাৰ ললে। আমি আনন্দত জপিয়াই উঠিলোঁ। যোৱাকালিৰ নিচিনা ভয়াবহ দিন এটাৰ পাছত এটা আনন্দজনক খবৰ শুনিলোঁ। যুদ্ধ শেষ হবলৈ আৰু শান্তি সোনকালে ঘূৰাই পাবলৈ আমি সকলোৱে আশা কৰো।

ক্ৰেলাৰে আহি ক'লে যে ফ'কাৰ ( Fokker ) খুব বেয়াধৰণেৰে ধ্বংসপ্ৰাপ্ত হ'ল। ইতিমধ্যে আমি আৰু এটা বিমান আক্ৰমণৰ সঙ্কেত শুনিবলৈ পাইছোঁ আৰু উৰাজাহাজৰ শব্দ শুনিছোঁ। মোৰ ভয়তে মুখৰ মাত হেৰাল, অসম্ভৱ ভাগৰ লাগিছে। একো কামকে কৰিবৰ মন যোৱা নাই। কিন্তু ইটালীৰ খবৰে মনত নতুন আশাৰ সঞ্চাৰ কৰিব—যুদ্ধ শেষ হোৱাৰ আশা, শান্তি প্ৰতিষ্ঠাৰ আশা। হয়তো এই বছৰতেই আমাৰ আশা পূৰণ হ'ব।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৯ জুলাই, ১৯৪৩ চন।

মৰমৰ কিট্টী,

মিছেচ্ ভানডান্, মই আৰু ডাছেলে বাচনবৰ্তন ধুই আছিলোঁ, মই খুব মনে মনে আছিলোঁ। এইদৰে মনে মনে থকাটো মোৰ কাৰণে অস্বাভাৱিক। গতিকে তেওঁলোকেও কথাটো লক্ষ্য কৰিছিল।

এই বিষয়ে কোনো প্ৰশ্ন হোৱাৰ আগতে মই এটা নিৰপেক্ষ বিষয়লৈ কথা পাতিবলৈ মনস্থ কৰি "হেন্ৰী ফ্ৰম দি আদাৰ চাইড" ( Henry from the other side ) নামৰ কিতাপ এখনৰ কথা উলিয়ালোঁ। কিন্তু মোৰ বিবেচনাত ভুল হ'ল। য'ত শ্ৰীমতী ভানডানে একো কৰিব নোৱাৰে, সেইখিনিত ডাছেল আগবাঢ়ি আহে। কিতাপখন ভাল বুলি পঢ়িবলৈ অনুমোদন কৰিছিল। আমিও উৎকৃষ্ট কিতাপ বুলি পঢ়িলোঁ। কিতাপখনত লৰাজনৰ চৰিত্ৰটো খুব সুন্দৰকৈ ফুটাই তোলা হৈছে। এইখিনি কথাই মই তেওঁলোকক

কৈছিলোঁ। যদিও কওঁতে মই অলপ বহুত সানিছিলোঁ, কিন্তু কথা শেষ নৌ হওঁতেই ডাছেল একেবাৰে জকজকাই উঠিল।

"মতা মানুহ এজনৰ মনস্তত্ব তুমি কেনেকৈ বুজিবা? সৰু লৰা-ছোৱালীৰ হ'লে বেলেগ কথা। এই কিতাপখন পঢ়াৰ বয়স তোমাৰ হোৱা নাই। ২০ বছৰীয়া মানুহ এজনেও কিতাপখনৰ কথা ভালকৈ উপলব্ধি কৰিব নোৱাৰে।" (তেনেহ'লে তেওঁ আমাক কিতাপখন পঢ়িবলৈ কিয় অনুমোদন কৰিছিল?) তেতিয়া ডাছেলৰ লগতে শ্ৰীমতী ভান্‌ডানেও যোগ দি বকিবলৈ ধৰিলে। "তুমি এতিয়াই বহুত নাজানিবলগীয়া কথা জানি পেলাইছা; এইটো তোমাৰ ঘৰখনৰে দোষ। ডাঙৰ হ'লে তুমি জানিবলৈ কি বাকী থাকিব? তুমি একোকে উপভোগ কৰিব নোৱাৰিবা। তেতিয়া ক'বা যে এই কথা তুমি ২০ বছৰৰ আগতে কিতাপত পঢ়িছিলা। তুমি বৰং এটা কাম কৰা। লৰালৰিকৈ স্বামী এজন গোটাই লোৱা নতুবা প্ৰেমত পৰা। নহ'লে পাচলৈ নিৰাশ হবা। তুমিতো কথা জনাত পকিলায়; এতিয়া কামেকাজে লাগি যোৱা।"

তেওঁলোকৰ ইচ্ছা হ'ল মোৰ ঘৰৰ কথা কৈ মোৰ মা-দেউতাৰ বিৰুদ্ধে মোক উচটাই তোলা। তেওঁলোকে ভাবে যে মোৰ বয়সৰ ছোৱালী এজনীয়ে ডাঙৰ মানুহে জনা কথাবোৰ একোকে জানিব নালাগে। এনেকুৱা ধৰণেৰে আন্ধাৰত ৰাখিলে লৰা-ছোৱালীৰ পাচত কি পৰিণতি হয় সেইটোও মোৰ জানিবলৈ বাকি নাই।

মোক এনেকৈ বুৰ্বক বনোৱাৰ কাৰণে ইমান খং উঠিছিল যে মোৰ খাচ্‌খাচকৈ দুয়োটাকে চৰিয়াবৰ মন গৈছিল; কিন্তু একো নকৰিলোঁ, এনেকুৱা মানুহবোৰৰপৰা কেতিয়া মুক্তি পাব পাৰি সেইদিনৰ কাৰণে বৈ থাকিলোঁ।

শ্ৰীমতী ভান্‌ডানে উপদেশ দিবলৈ আহে। তেওঁ ভাবে তেওঁ খুব ভাল উদাহৰণ দেখুৱাইছে। তেওঁ উদাহৰণ দেখুৱাইছে কিন্তু বৰ বেয়া উদাহৰণ। সকলোৱে জানে যে তেওঁ স্বাৰ্থপৰ, ধূৰ্ত,

লোভী, জেদী আৰু কেতিয়াও সন্তুষ্ট নোহোৱা বিধৰ মানুহ। তাৰোপৰি তেওঁৰ ওকাইদাং মৰা আৰু সবৰে লগত বেছি হুলি-গলি কৰা স্বভাবটো আছেই। তেওঁ যে অজ্ঞান-পাতকী এই বিষয়ে অকণো সন্দেহ নাই। এওঁক লৈয়ে মই গোটেই অধ্যায়টো শেষ কৰিব পাৰোঁ। ভৱিষ্যতে হয়তো কোনো দিনা লিখি পেলাম। বাহিৰত ধুনীয়া বঙচঙীয়া মুখা পিন্ধি থাকিবলৈ বৰ সহজ। শ্ৰীমতী ভানডান অচিনাকি মানুহ, বিশেষকৈ মতা মানুহৰ লগত বৰ মিঠা। সেইকাৰণে অলপ সময়ৰ ভিতৰতে তেওঁক মানুহে চিনিব নোৱাৰে। মায়ে ভালেই কৰিছে—তেওঁৰ লগত কথা পতাটো সময়ৰ অপচয় বুলি ভাবে। মাৰ্গটে তেওঁক পাত্তাই নিদিয়ে। দেউতাই অতি কুৎসিত স্বভাৱৰ বুলি ভাবে। মইহে প্ৰথমৰপৰা একো বদ্ধমূল ধাৰণা নোলোৱাকৈ মুকলিমনেৰে তেওঁক নিৰীক্ষণ কৰি এই সিদ্ধান্তত উপনীত হ'লোঁ যে মানুহজনী মাইঁতে ভবাতকৈও বেছি বেয়া। তেওঁৰ ইমান বেছি বেয়া গুণ আছে যে কৈ শেষ কৰিব নোৱাৰি।

তোমাৰেই এন্

পুনঃ—পাঠক-পাঠিকাসকলে মনত ৰাখে যেন এই কথাখিনি লিখোতে লিখিকা খঙতে একো কৰ নোৱাৰা হৈ গৈছিল।

মঙ্গলবাৰ, ৩ আগষ্ট, ১৯৪৩ চন।

মৰমৰ কিট্টী,

ৰাজনীতিৰ খবৰ খুব ভাল। ইটালীত ফাচিষ্ট (Fascist party) দলক বে-আইনী ঘোষণা কৰা হৈছে। জনসাধাৰণে ফাচিষ্টৰ লগত যুদ্ধ কৰিছে। আনকি সৈন্যসকলেও যুদ্ধ কৰিছে। এনেকুৱা দেশ এখনে ইংলেণ্ডৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব পাৰিব জানো?

ইয়াত তৃতীয়বাৰ বিমান আক্ৰমণ হৈ গ'ল। মই দাঁত কামুৰি

ভয় নোখোৱাকৈ থাকিবলৈ চেষ্টা কৰিলোঁ, এতিয়া দেখা গ'ল যে শ্ৰীমতী ভান্‌ডান যাৰ মুখত সদায় শুনা যায় "কোনো পৰিণতি নোহোৱাতকৈ ভয়ানক পৰিণতি এটাই শ্ৰেয়ঃ", তেওঁৱেই আমাৰ ভিতৰত আটাইতকৈ কাপুৰুষ। আজি বাতিপুৱা তেওঁ ভয়তে গহ্বৰ পাত কঁপাদি কঁপিছিল আৰু দুগালেদি চকুলো বৈ গৈছিল। তেওঁৰ গিৰীয়েকে তেওঁক এসপ্তাহ কাজিয়া কৰি মাতবোল নকৰাৰ পাছত তেওঁক সান্ত্বনা দিবলৈ ধৰোতে মানুহজনীৰ মুখৰ চেহেৰা দেখি মোৰ পুতৌ হৈছিল।

আমাৰ মেকুৰী মৌচীয়ে প্ৰমাণ কৰি দেখুৱালে যে মেকুৰী পোহাত যিদৰে সুবিধা আছে সেইদৰে অসুবিধাও আছে। মেকুৰীটোৰ কাৰণে গোটেই ঘৰটো মাখিৰে ভৰি পৰিছে আৰু প্লেগৰ আশঙ্কাই দেখা দিছে। মিঃ কোফিয়াচে ঘৰৰ চুকে-কোণে হালধীয়া পাওদাৰ ছটিয়ালে; কিন্তু একো লাভ নহ'ল। আমাৰ সকলোৰে মনত এক আতঙ্কৰ সৃষ্টি হৈছে। হাতত, ভৰিত, পিঠিত খজুৱাইছে যেন বুলি অনুমান কৰি খজুৱাবলৈ বাৰে বাৰে হাত দাঙি দাঙি ব্যায়াম কৰাৰ দৰে থাকিব লগা হৈছে। খজুৱাবৰ সময়তহে সবেই বুজিব পাৰিছে যে আমাৰ সকলোৰে শৰীৰটো টান হৈ পৰিছে। আনকি মূৰটোকে ভালদৰে লৰাব নোৱাৰি; কাৰণ ব্যায়াম কৰিবলৈ এৰাটো কম দিন হোৱা নাই।

তোমাৰেই এন্

বুধবাৰ ৪ আগষ্ট, ১৯৪৩ চন।

মৰমৰ কিট্টী,

আমি 'গুপ্তগৃহত' থকা এবছৰ হৈ গ'ল। তুমি আমাৰ ইয়াৰ জীৱন-যাত্ৰাৰ বিষয়ে কিছু কথা জানিলা; কিন্তু কিছুমান কথা এনেকুৱা আছে যে বৰ্ণনা কৰিব নোৱাৰি। ইয়াৰ বিষয়ে কবলৈ বহুত বাকী। ইয়াৰ সকলো কথাই সাধাৰণ জীৱন-যাত্ৰাতকৈ

বহুত বেলেগ, কিন্তু মই যিমান পাৰোঁ আমাৰ ইয়াৰ জীৱন-যাত্ৰাৰ স্পষ্ট ছবি এখন তোমাৰ চকুৰ আগত দাঙি ধৰিবৰ চেষ্টা কৰি এটা সাধাৰণ দিনৰ বৰ্ণনা কৰিব খুজিছোঁ। আজি মই সন্ধ্যাৰ পৰা গোটেই ৰাতিটোৰ কথা ক'ম।

ৰাতি 'ন' বজা—'গুপ্তগৃহত' বিছনাত শুবলৈ যোৱাৰ উখল-মাখল আৰম্ভ হয়। শোৱাৰ ব্যৱস্থাটোৱেই এটা ৰীতিমত কামৰ পৰ্য্যায়ত পৰে। চকিবোৰ টনা-আজোৰা কৰি এঠাইত জমা কৰা হয়, বিচনাবোৰ পৰা হয়, কম্বলবোৰ পাৰি দিয়া হয়। দিনত থকা বস্তু ৰাতি সেই ঠাইত এটাও নাথাকে। মই এখন সৰু ডিভানত শুই থাকোঁ। ইয়াৰ দৈৰ্ঘ্য দেড় মিটাৰতকৈ বেছি নহব। বিচনা-খন দীঘল কৰিবলৈ চকি জোৰা দিব লগা হয়। ডাছেলৰ বিচনাৰপৰা বিছনা চাদৰ, কম্বল গাৰু আদি আনিব লাগে। ইতিমধ্যে ওচৰৰ কোঠাটোতো কেৰকেৰণি শব্দ আৰম্ভ হয়। তাৰমানে মাৰ্গটৰ কেৰকেৰাই থকা বিচনাখন পতা হৈছে। তাতো বিচনা চাদৰ, কম্বল, গাৰু দি বিচনা পৰা হয়। ওপৰত বজ্ৰ পৰাৰ নিচিনা শব্দ হয়, এইটো শ্ৰীমতী ভান্‌ডানৰ বিচনাৰ শব্দ। বিচনাখন খিড়িকীৰ ওচৰলৈ টানি অনা হৈছে। তেওঁৰ আকৌ মুকলি বতাহ নাকত নালাগিলে টোপনিয়েই নাহে।

পিটাৰৰ হৈ যোৱাৰ পাছত মই হাত মুখ ধুবলৈ সোমাওঁ। হাতমুখ ধোৱাৰপৰা সকলো কাম শেষ কৰোঁ, গৰম দিনত আকৌ কেতিয়াবা মৰা মাখি পানীৰ ওপৰত ওপঙি থাকে। হাতমুখ ধোৱাৰ পাছত দাঁত চাফা কৰা, মূৰ আঁচোৰা, নখ চাফা কৰা, —এই সকলোবোৰ কাম কৰিবলৈ মোৰ আধাঘণ্টা সময় লাগে।

চাৰে ন'বজা—ড্ৰেছিং গাউনটো লৰালৰিকৈ পিন্ধি চাবোন, চুলিৰ কাটা, ফ্ৰক, পেণ্ট আৰু গামলা হাতত লৈ লৰালৰিকৈ বাথৰুমৰ পৰা ওলাওঁ। প্ৰায়ে মই বাচবেচিনত পেলাই থৈ অহা চুলিবোৰ আঁতৰাবলৈ মোৰ পাছত সোমোৱাজনে মোক মাতি চিঞৰিব লাগে।

দহ বজা—লাইট মুমুওৱা আৰু শুভৰাত্ৰি। প্ৰায় ১৫ মিনিট-মান বিচনাৰ কেৰকেৰণি শব্দ। তাৰ পাছত সকলো চুপ্‌চাপ, যদিহে আমাৰ ওপৰৰ স্বামী-স্ত্ৰীয়ে বিচনাত কাজিয়া আৰম্ভ নকৰে।

চাৰে এঘাৰ বজা—বাথৰুমৰ দুৱাৰ খোলাৰ শব্দ। পোহৰৰ ৰেঙনি এটা কোঠাৰ ভিতৰত সোমায়। জোতাৰ খট্ খট্ শব্দৰ লগে লগে মানুহতকৈ দীঘল কোটেৰে ক্লেলাৰৰ অফিচত কাম শেষ কৰি ডাছেল ভিতৰলৈ আহে। দহ মিনিটমান শব্দ কৰি বিচনা পাৰে। তাৰ পাছত মানুহজন অদৃশ্য হয় আৰু বাথৰুমত পানী পেলোৱাৰ নানান ধৰণৰ শব্দ আৰম্ভ হয়।

তিনি বজা—এই সময়ত মোৰ অলপ উঠাৰ দৰকাৰ হয়। কিন্তু বাথৰুমলৈ নাযাওঁ। বিচনাৰ তলতে ৰখা গামলাতে নিজৰ কাম সমাধা কৰোঁ। কিন্তু এই কামখিনি কৰোতে সদায় মই উশাহ বন্ধ কৰি ৰাখিব লগা হয়। কাৰণ ৰাতি গামলাত পানী পৰা শব্দটো পাহাৰৰ বুকুৰপৰা নামি অহা নিজৰাৰ শব্দৰ নিচিনা হয়। কাম শেষ কৰি গামলাটো বিচনাৰ তলত ৰাখি বিচনাত উঠোঁ। ৰাতিপুৱা যেতিয়া গামলাটো লৈ বাহিৰলৈ ওলাওঁ, তেতিয়া মাৰ্গটে ঠাট্টা কৰি কয়, "অসভ্য সৰু ছোৱালী।"

তাৰ পাছত পোন্ধৰ মিনিটমান মই কাণ থিয় কৰি ক'ত কি হৈছে গম গতি লবলৈ চেষ্টা কৰোঁ। প্ৰথমতে ভাবোঁ তলত চোৰ সোমাইছে নেকি? তাৰ পাছত প্ৰত্যেক বিচনাত কোন সাৰ পাই আছে, কোন টোপনিত আছে আন্দাজ কৰিবলৈ চেষ্টা কৰোঁ। যদি কোনোবা সাৰ পাই আছে, বিশেষকৈ ডাছেল যদি আছে তেতিয়াহলে কথাটো বৰ ভাল নহয়। প্ৰথমতে মাছে বতাহ পাবলৈ কাপ কাপ কৰাৰ নিচিনা শব্দ প্ৰায়ে ৯।১০ বাৰ মান শুনোঁ। তাৰ পাছত চপ্ চপ্ শব্দ কৰি ওঠ তিওৱাৰ শব্দ হয়। আকৌ গাৰু ঠিক কৰা, বাগৰ সলোৱাৰ শব্দ শুনোঁ। পাঁচ

মিনিটমান একো সাৰ-সুৰ নাই, পুনৰ সেই শব্দবিলাক শুনিবলৈ পোৱা যায়।

ৰাতি কেতিয়াবা ১ বজাৰ পৰা ৪ বজাৰ ভিতৰত গুলীৰ শব্দ শুনা যায়। সেই সময়ত কেতিয়াবা হয়তো টোপনিত মই কৰাটী ভাষাৰ অনিয়মিত ক্ৰিয়া শব্দ মুখস্থ কৰা বা ওপৰৰ মানুহৰ লগত কাজিয়া কৰাৰ সপোন দেখি থাকোঁ। যদি গম পাওঁ যে বাহিৰত গুলীৰ শব্দ হৈছে আৰু মই নিজৰ বিচনাতে আছোঁ তেতিয়াহলে লৰালৰিকৈ গাৰুটো আৰু ৰুমাল হাতত লৈ ড্ৰেচিং গাউনটোৰে সৈতেই চেপ্তেল চোচোৰাই চোচো'ৰাই দেউতাৰ বিচনাত সোমাওঁগৈ, এই কথাকে লৈ মাৰ্গটে জন্ম দিনত কবিতা লিখিছিল।

"গভীৰ ৰাতি গুলীৰ শব্দ শুনা গ'ল,
চুপ.। মনে মনে চোৱাঁ। লাহে লাহে
দুৱাৰ খোলাৰ শব্দ হ'ল।
সৰু ছোৱালী এজনী ওলাই আহিল
হাতত এটা গাৰু লৈ।"

দেউতাৰ বিচনাত সোমোৱাৰ লগে লগে নিশ্চিন্ত।

সাত বাজিবলৈ পোন্ধৰ মিনিট—ট্ৰৰ্ ৰ্ ৰ্ ৰ্। ঘড়ীৰ এলাৰ্ম বাজি উঠিল। লগে লগে আৰু শব্দ হ'ল। মিছেচ্ ভানডানে এলাৰ্মটো বন্ধ কৰিলে। আকৌ এটা শব্দ হ'ল। তাৰ মানে মিঃ ভান্ডান উঠিল আৰু বাথ্ৰুমত পানী পেলোৱাৰ শব্দ হ'ল।

সাত বাজি পোন্ধৰ মিনিট—দুৱাৰ খোলাৰ শব্দ। তাৰ মানে ডান্ডান বাথৰুমৰপৰা ওলাল। ডাছেল এতিয়া যাব পাৰিব। মই খিড়িকীৰপৰা ব্লেক-আউটৰ ক'লা পৰ্দা আঁতৰাই দিলোঁ। "গুপ্তগৃহত" আকৌ এটা নতুন দিনৰ সূচনা হ'ল।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ৫ আগষ্ট, ১৯৪৩ চন।

মৰমৰ কিট্টী,

আজি মই দুপৰীয়া খোৱা সময়খিনিৰ কথা লিখিবলৈ লৈছোঁ।

১২-৩০ বজা—এই সময়খিনিত ঘৰৰ সকলো মানুহে অলপ মুকলিমূৰীয়াকৈ ঘূৰা-ফিৰা কৰে। গুদাম ঘৰত কাম কৰা ল'ৰা কেইটা ঘৰলৈ গুচি যায়। ওপৰত শ্ৰীমতী ভান্‌ডানে ভেঙৰ ধুনীয়া কাৰ্পেটখন জাৰি জোকাৰি চাফা কৰাত লাগিছে। মাৰ্গটে ডাচ্চ্- ভাষাৰ পাঠ শিকিবলৈ কিতাপ কেইটামান লৈ বহিছে, যদিও তাহেঁতৰ মতে "এনেকুৱা ল'ৰা-ছোৱালীয়ে কোনো দিনে উন্নতি কৰিব নোৱাৰে।" দেউতাই চকু এটাত ডিকেন্সৰ কিতাপ এখন লৈ বহি তাৰ মাজতে মনৰ শান্তি বিচৰাৰ চেষ্টা কৰিছে। মায়ে কৰ্মব্যস্ত ভানডান গৃহিনীক সহায় কৰিবলৈ ওপৰলৈ গৈছে। মই নিজকে পৰিপাটী কৰি লবলৈ বাথৰুমত সোমাইছোঁ।

১ বাজিবলৈ পোন্ধৰ মিনিট :—এজন এজনকৈ মানুহ গোট খালেহি। প্ৰথমতে ভান চেন্‌টান ( Van santan ) তাৰ পাছত কোফিয়াচ বা ক্ৰেলাৰ যিকোনো এজন, শেষত এলি আৰু কেতিয়াবা মিয়েপো আহে।

১ বজা :—আমি সকলো ৰেডিঅ'টো মাজত ৰাখি একেলগে বহি সকলোৱে 'বি, বি, চি'ৰ প্ৰগ্ৰেম শুনিছোঁ। একমাত্ৰ এই সময়ত গুপ্তগৃহৰ মানুহবোৰে কথা কওঁতাজনক বাধা দিব নোৱাৰে। কাৰণ এই বক্তাজনক স্বয়ং ভান্‌ডানেও লৰচৰ কৰাব নোৱাৰে।

১ বাজি ১৫ মিনিট :—এতিয়া খোৱাৰ সময় ; সকলোৱে নিজৰ নিজৰ ভাগ লৈ বহিছে। অফিচৰ প্ৰত্যেক মানুহকে একাপকৈ চুপ্ দিয়া হয় আৰু যিদিনা পুডিং থাকে ইয়াৰো ভাগ অলপ অলপ পায়, মিঃ ভান চেন্‌টানে ডিভানত বহি বা পড়াটেবুলত আউজি খাবলৈ ভাল পায়। বাতৰি কাকত, চুপৰ কাপ আৰু

মেকুৰীজনী তেওঁৰ ওচৰত থাকিব লাগিব। যদি ইয়াৰ যেই কোনো এটা হ'লেও নাথাকে তেন্তে তেওঁ আপত্তি কৰাটো নিশ্চিত। কোফিয়াচে আমাক চহৰৰ নতুন নতুন বাতৰিবোৰ দিয়েছি। তেওঁৰ নিচিনা ভাল বাতৰি যোগনিয়াৰ আৰু নাই। ক্ৰেলাৰ প্ৰায় হন্তদন্ত হৈ ওপৰলৈ আহে। জোৰে জোৰে ছুৰাৰ টুকুৰিয়াই মেজাজ অনুসৰি হাত মোহাৰি মোহাৰি কেতিয়াবা অনৰ্গল কথা কয় আৰু কেতিয়াবা মনে মনে থাকে।

২ বাজিবলৈ ১৫ মিনিট—এতিয়া সবেই খোৱা শেষ কৰি নিজৰ নিজৰ কামলৈ গুচি যায়, মা আৰু মাৰ্গট বাচন ধুবলৈ যায়। শ্ৰী আৰু শ্ৰীমতী ভান্ডান নিজৰ ডিভানত গৈ বহিছে। পিটাৰ এটিচলৈ গৈছে। দেউতা ওপৰৰ ডিভানলৈ যায়। ডাছেল বিচনালৈ যায় আৰু মই নিজৰ কাম কৰোঁ। ইয়াৰ পাছৰ সময় খিনি কাৰো কতো সাৰ-সুৰ নাই; বৰ শান্তিপূৰ্ণ; প্ৰত্যেকেই শুই আছে, কোনোৱে কাকো আমনি দিবলৈ নাই। ডাছেলৰ মুখ দেখি বুজা যায় তেওঁ ভাল খোৱা বস্তুৰ সপোন দেখিছে। কিন্তু বেছি সময় তেওঁক চাই থাকিব নোৱাৰোঁ। কাৰণ ইমান সোন-কালে চাৰি বাজি যায় আৰু লগে লগে হাতত ঘড়ী লৈ বৰ বেছি নিয়মত চলা ডাছেল থিয় হয়হি; যিহেতু মোৰ টেবুল এৰিবলৈ এক মিনিট পলম হ'ল।

তোমাৰেই এন্

সোমবাৰ, ৯ আগষ্ট, ১৯৪৩ চন

মৰমৰ কিট্টী,

"গুপ্তগৃহৰ" দৈনিক কাৰ্য্যতালিকা বৰ্ণনাক্ৰমত এইবাৰ মই গধূলি আহাৰৰ কথা বৰ্ণনা কৰিম।

মিঃ ভান্ডানে প্ৰথমে খাবলৈ আৰম্ভ কৰে। প্ৰথমতে তেওঁক নিদিলেই নহয়; যদি নিজে ভালপোৱা বস্তু থাকে আটাইতকৈ

বেছি তেওঁৰে খায়। খোৱাৰ লগে লগে তেওঁৰ কথাও সমানে চলে। সদায় নিজৰ মতামত এইদৰে প্ৰকাশ কৰে যেন আন কাৰো মতামত থাকিবই নোৱাৰে; তেওঁৰটোহে শুনিবলগীয়া। আকৌ তেওঁ কোৱা কথাখিনি কোনেও প্ৰতিবাদ কৰিব নোৱাৰে। যদি কোনোবাই প্ৰশ্ন কৰিবলৈ সাহস কৰেও, তেতিয়া তেওঁ খঙত জ্বকি উঠে আৰু মেকুৰীৰ দৰে কোঁচকোঁচাই। মইতো কোনো দিনা তেওঁৰ লগত তৰ্ক নকৰোঁৱেই, মই তোমাক এইখিনিতে কৈ থওঁ যে কোনোবাই যদি তেওঁক এদিন প্ৰতিবাদ কৰি পায়, পাচদিনা কেতিয়াও প্ৰতিবাদ কৰিবলৈ সাহ নকৰে। তেওঁৰ মতামতটোৱেই ভাল; তেওঁৱেই সকলো কথা জানে। ভাল কথা, তেওঁ যেনিবা বুদ্ধিমান! কিন্তু আত্মতুষ্টিৰ ভাবে এই মানুহজনৰ বাকী সকলোখিনি ঢাকি পেলাইছে।

শ্ৰীমতী ভান্‌ডান:—সঁচাকৈয়ে এওঁৰ কথা নোকোৱাই ভাল। যিদিনা তেওঁৰ মেজাজ ভাল নাথাকে মুখৰ ফালে চাবই নোৱাৰি। সদায় তেওঁ এজনৰ লগত আন এজনৰ কাজিয়া লগোৱাতহে ব্যস্ত থাকে। মাৰ্গটৰ বিৰুদ্ধে দেউতাক, মোৰ বিৰুদ্ধে মাক উচটাই তেওঁ ভাল পায়। এনেকৈ দন. কাজিয়া লগোৱাটো যেন উপভোগ কৰিব লগা কথাহে।

খোৱা টেবুলতো শ্ৰীমতীয়ে কম নাখায়, মুখেৰে কওঁতে কয় একো খাব নোৱাৰে। কিন্তু ভাল আলুৰ টুকুৰা, মিঠা হোৱা বস্তু —ভাল সকলোখিনি তেওঁৰ পাতত পৰে। ধাৰণাটো এনেকুৱা যেন যেতিয়ালৈকে তেওঁৰ ভালকৈ খোৱা নহ'ব তেতিয়ালৈকে আনবোৰে নাখালেও চলিব। লগতে বক্‌বকনিটো আছেই, তেওঁৰ কথা কোনোবাই শুনিছেনে নাই সেইবিষয়ে তেওঁ কৰবই নোৱাৰে। কাৰণ তেওঁ ভাবে যে তেওঁৰ মুখৰপৰা ওলোৱা কথাত সবেই আমোদ পায়। মুখত লচ্‌পচীৰ হাঁহি থাকেই। ব্যৱহাৰতো একেবাৰে সৰ্ব্বজান্তাৰ নিচিনা। সকলোকে অনবৰত উপদেশ আৰু

আৰু সাহস দিয়াতেই ব্যস্ত। তাৰে যে এই সকলোবোৰ কৰিলে মানুহে ভাল বুলি কৰ। কিন্তু অলপ সময় ভালদৰে নিৰীক্ষণ কৰিলেই বাহিৰৰ ৰঙচঙীয়া মুখা সুলকি পৰে। এয়ে হ'ল আমাৰ পৰিশ্ৰমী, ফুৰ্তিবাজ, লচপচী শ্ৰীমতী পেট্ৰনেলা ভান্‌ডান (Petronella Van Daan)।

খোৱা টেবুলৰ তৃতীয়জন সঙ্গী হ'ল পিটাৰ। তেওঁ বেছি কথা নকয়। চুপ্‌চাপ বহি থাকে কাৰণে কাৰো চকুত নপৰে। তেওঁৰ ভোকটো অলপ বেলেগ ধৰণৰ। পেটটো যেন এটা ফুটা কলহহে, যিমানেই দিয়া হয় সিমানেই খায়, খোৱাৰ পাছতো গহীনকৈ কৰ যে ইয়াৰ আৰু দুগুণ খাব পাৰিব।

চতুৰ্থজন ব্যক্তি হ'ল মাৰ্গট। সৰু নিগনিৰ নিচিনাকৈ কুটি কুটি খায়। মুখত মাত নাই। শাক-পাচলি আৰু ফলহে কোনোৰকমে পেটত সোমায়। ভান্‌ডানসকলৰ মতে আসে পাই পাই এনে স্বভাব হ'ল; কিন্তু আমি ভাবো, মুকলি বতাহ আৰু খেলাধূলাৰ অভাৱতহে বেচেৰীৰ ভোক নাইকিয়া হৈছে।

পঞ্চম হ'ল মা। খায়ো ভাল, কথাও বেচ কয়। শ্ৰীমতী ভান্‌ডানক দেখিলে যেনেকৈ গৃহিণী যেন লাগে মাক তেনে নালাগে। পাৰ্থক্যটোনো ক'ত বাৰু? শ্ৰীমতী ভান্‌ডানে ৰন্ধা-বঢ়া কৰে; মায়ে বাচন-বৰ্তন, ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰে।

ছয় আৰু সাত নম্বৰ হ'লোঁ মই আৰু দেউতা। আমাৰ বিষয়ে কবলৈ একো নাই। ইয়াৰ ভিতৰত আটাইতকৈ জাহিৰ কৰিব নিবিচৰা মানুহ হ'ল—দেউতা। আন প্ৰত্যেকৰে পাতত পৰিলেনে নাই তাক চাইহে নিজৰ পাতত লয়। প্ৰত্যেক ভাল বস্তুৱেই তেওঁৰ মতে সৰু লৰা-ছোৱালীয়ে পাব লাগে। দেউতাই হ'ল সকলো বিষয়ৰে উৎকৃষ্ট উদাহৰণ। দেউতাৰ ওচৰত বহি থকা জনীয়েই হ'লো দন-খৰিয়ালৰ টোপোলা কুমাৰী এন্।

ডাক্তৰ ডাছেল: খাবৰ সময়ত নিজে নিজে লৈ খায়। কাৰো

লগত কথা নাপাতে। মুখ তুলিও নাচায়। তেওঁৰ মতে খোৱাৰ টেবুলত যদি কোনোবাই কথা পাতিবলৈ লয়, তেন্তে খোৱা বস্তুৰ কথাই পাতিব লাগে। তেওঁ পৰম তৃপ্তিত সদায় আহাৰ কৰে। "নালাগে" শব্দটো মুখত নোলায়। ভাল হ'লেতো কথাই নাই; বেয়া হ'লেও একো নকয়। বুকুৰ ওপৰত পিন্ধা পায়জামা, তাৰ ওপৰত ৰঙা কোট, ক'লা বেডকম চেণ্ডেল, ম'হৰ সিঙৰ ফ্ৰেমৰ চছ্‌মাৰে তেওঁক খোৱা টেবুলত আৰু অন্যান্য কামত ব্যস্ত দেখা যায়। খোৱা, শোৱা, পায়খানালৈ যোৱাৰ বাহিৰে অইন সময়ত নানা কামত ব্যস্ত থাকে। দিনত তিনিবাৰ, চাৰিবাৰ, পাঁচবাৰমান পায়খানালৈ যায়। এই সময়ত যদি আন কাবোবাৰ যাব লগা হয় আৰু অধৈৰ্য্য হৈ পায়খানাৰ ওচৰত পেট খামুচি ধৰি ৰপিয়াই থাকিলেও ভিতৰৰ মানুহজনে লৰচৰ নকৰে। তেওঁ নিয়মিত পায়খানাত বহা সময়খিনি হ'ল সাত বাজি পোন্ধৰ মিনিটৰ পৰা চাৰে সাতবজালৈ; চাৰে বাৰ বজাৰ পৰা এক বজালৈ; দুই বজাৰ পৰা দুই বাজি পোন্ধৰ মিনিটলৈ; চাৰি বজাৰ পৰা ছয় বাজি পোন্ধৰ মিনিটলৈ; চাৰে এঘাৰ বজাৰ পৰা বাৰ বজালৈকে। এই সময়খিনিত যদি কোনোবাই বাহিৰতে পায়খানা কৰি দিম বুলিও চিঞঁৰ মাৰে, তথাপি তেওঁ দুৱাৰ নোখোলে।

খোৱা টেবুলৰ ন নম্বৰ জন 'গুপ্তগৃহ'ৰ বাসিন্দা নহয়। মাজে সময়ে খোৱাৰ সময়ত লগ দিবলৈহে আহে। এওঁ হ'ল এলি। কোনো বাচ-বিচাৰ নোহোৱাকৈ সন্তুষ্ট মনেৰে খায়। অতি সহজে তেওঁক সন্তুষ্ট কৰিব পাৰি আৰু এই কাৰণেই তেওঁক আমি ভাল পাওঁ। সদায় স্ফূৰ্তিবাজ, ভাল মেজাজ, আনক সহায় কৰিবলৈ ইচ্ছুক আৰু ভাল স্বভাৱ—এয়ে হ'ল এলিৰ বিশেষত্ব।

তোমাৰেই এন্

মঙ্গলবাৰ, ১০ আগষ্ট, ১৯৪৩ চন।

মৰমৰ কিটী,

নতুন বুদ্ধি উলিয়াইছোঁ, আজিকালি মই খোৱাৰ সময়ত কাৰো লগত কথা নাপাতোঁ। তাৰ কাৰণ হ'ল দুটা, প্ৰথম কাৰণ হ'ল মই মনে মনে থাকিলে সকলোৱে ভাল পায়। দ্বিতীয়তে, মই নিজেও মোৰ ওপৰত আনে দিয়া কটু মন্তব্যবোৰ শুনিবলগীয়া নহয়। আনে যেনেকৈ মোৰ মতামত সদায় মূল্যহীন বুলি ভাবে, মই তেনেকৈ নাভাবোঁ, গতিকে নিজৰ মতামত কাকো নজনোৱাই শ্ৰেয়ঃ ভাবোঁ। খোৱাৰ ক্ষেত্ৰতো আজিকালি মুখেৰে নামাতোঁ। কিবা ভাল নোপোৱা বস্তু হলেও চকু মুদি গিলি থৈ দিওঁ। ৰাতিপুৱা শুই উঠাৰ ক্ষেত্ৰতো মই এটা নতুন বুদ্ধি উলিয়াইছোঁ, সাৰ পোৱা মাত্ৰকে বিচনাৰ পৰা জাপ্ মাৰি খিড়িকীৰ ওচৰলৈ যাওঁ, যদিও মনে মনে ভাবি থাকোঁ আকৌ এবাৰ শুম। লৰালৰিকৈ 'ব্লেক-আউট'ৰ ক'লা পৰ্দা আঁতৰাই দিওঁ আৰু খিড়িকীৰ ফাঁকত মুখ দি টানি টানি উশাহ লৈ বিশুদ্ধ বতাহ সেৱন কৰোঁ। ইতিমধ্যে মোৰ টোপনিৰ আমেজ খিনি যায়গৈ। তাৰ পাছত লৰালৰিকৈ বিচনাখন উঠাই পেলাওঁ। তেতিয়া আৰু শোৱাৰ হেপাঁহ নাইকিয়া হয়। এনেধৰণৰ কামবোৰক মায়ে কি কয় জানা? "ই বোলে জীয়াই থকাৰ কৌশল," এইটো পিচে বৰ অদ্ভুত ধৰণৰ অভিব্যক্তি। এই কেইদিন আমাৰ সময়ৰ হিচাব লৈ বৰ গোলমাল হৈছে, কাৰণ আমাৰ মৰমৰ ৱেষ্টাৰটৰেণ ঘড়ীটো যুদ্ধত ব্যৱহাৰৰ কাৰণে লৈ যোৱা হৈছে। গতিকে দিনতেই হওক বা ৰাতিয়েই হওক সঠিক সময় ধৰিবই নোৱাৰোঁ; এতিয়াও মই আশা কৰি আছোঁ যে সেই ঘড়ীটোৰ সলনি অন্য এটা ঘড়ীৰ ব্যৱস্থা কৰা হ'ব।

এই কেইদিনমানৰ পৰা মোৰ জুবিকেইটা সবৰে হিংসা আৰু প্ৰশংসাৰ বস্তু হৈ পৰিছে। কাৰণ এই কঠিন দিনতো মই ভৰিত

এযোৰ চিক্‌চিকীয়া নতুন জোতা পিন্ধিছোঁ। মিয়েপে এই আধাপুৰণা চামৰাৰ ৰঙচুৱা জোতাযোৰ মাত্ৰ ২৭'৫০ ফ্লৰিণত আনি দিছে। জোতাযোৰৰ গোৰোহাটো ওখ। পিন্ধিলে মোক নিজকে খুব ওখ লাগে; যেন পেণ্ডৰ ওপৰতহে খোজ কাঢ়িছোঁ এনে লাগে।

ভাছেলে পৰোক্ষভাৱে আমাৰ জীৱন বিপন্ন কৰি পেলাইছে। তেওঁ মিয়েপক হিট্‌লাৰ আৰু মুছোলিনীক গালি পাৰি লিখা এখন নিষিদ্ধ কিতাপ আনিবলৈ কৈছিল। ৰাস্তাত মিয়েপক এখন পুলিচৰ গাড়ীয়ে খুন্দিয়াব খুজিছিল, খঙতে মিয়েপে সিহঁতক "ক'ৰবাৰ মৰিবলৈ যোৱাবোৰ" বুলি গালি পাৰিছিল। যদি সিহঁতে মিয়েপক ধৰি লৈ গ'লহেঁতেন, তেতিয়ানো কি হ'লহেঁতেন ভাবিলেই ভয় লাগে। তোমাৰেই এন্

বুধবাৰ, ১৮ আগষ্ট, ১৯৪৩ চন।

মৰমৰ কিট্টী,

আজি চিঠিৰ নামাকৰণ হ'ল 'দিনটোৰ সমূহীয়া কাম; আলুৰ বাকলি গুচোৱা'।

এজন মানুহে খবৰ কাগজ লৈ আনে, আইন এজনে কটাৰী বিচাৰি আনে (অৱশ্যে চোকাখন নিজৰ কাৰণে থয়), তৃতীয়জনে আলু আনে, চতুৰ্থজনে পানী লৈ আহে।

ভাছেলে প্ৰথমে আৰম্ভ কৰে। কিন্তু তেওঁ ভালদৰে বাকলি চাব নোৱাৰে। যেই কি নহওক, বিৰতি নোহোৱাকৈ গুচাই থাকিব পাৰে, কাম কৰি থাকোতে সোঁৱে বাঁৱে পিৰিক-পাৰাকৈ চাই থাকে—কিজানি কোনোবাই কাম কৰা নাই। কাম কৰোতে উপদেশ দিয়াৰ কথাও নাপাহৰে। মোকেই হয়তো কয়, "এন্, তোমাৰ কটাৰী ধৰাটো ভুল হৈছে। মোৰদৰে ভলকালৰ পৰা

বাকলি গুচাবা।" মই ভয়ে ভয়ে উত্তৰ দিওঁ, "মোৰ এইদৰেই ধৰিলে সুবিধা হয়।" তেওঁ ততালিকে ক'য়, "এইটোৱেই শ্ৰেষ্ঠ উপায়। তুমি যি ভাল দেখা তাকে কৰা!" আমি বাকলি গুচাই থাকোঁ। মাজে মাজে মই লুকাই চুৰকৈ তেওঁৰ ফালে চাওঁ। তেওঁ খুব চিন্তামগ্নভাবে মূৰটো দুপিয়াই (হয়তো মোৰেই উদ্দেশ্যে), কিন্তু মুখেৰে একো নামাতে।

মই আলুৰ বাকলি গুচাই দেউতাৰ ফালে লাহেকৈ চাওঁ। দেউতাৰ কাৰণে আলুৰ বাকলি গুচোৱাটো সাধাৰণ কাম নহয়; নিখুঁতভাৱে কৰিবলগীয়া কাম। দেউতাই যেতিয়া কিবা পঢ়াশুনা কৰে তেওঁ ইমান বেছি নিমগ্ন হয়; তেওঁৰ কপালখন থুপ খাই যায়। কিন্তু যেতিয়া আলু উৰহী আদি পাচলি কুটা কাম কৰে তেতিয়াও ইমান বেছি নিমগ্ন হয় যে সংসাৰৰ অন্য কথা একো কব নোৱাৰে। দেউতাৰ হাতৰপৰা ভুলতো এটাও বেয়াকৈ বাকলি গুচোৱা আলু সৰকিব নোৱাৰে।

মই কামৰ মাজত আকৌ মূৰ তুলি চাওঁ; কিয়নো মই সৰহে কথা গম পাওঁ। শ্ৰীমতী ভানডানে ডাছেলৰ মনোযোগ আকৰ্ষণ কৰিবলৈ চেষ্টা কৰা দেখোঁ। প্ৰথমতে তেওঁ ডাছেলৰ ফালে একেথাহে চাই থাকে; কিন্তু ডাছেলে যেন একো হোৱা নাই তেনেদৰে থাকে। তাৰ পাছত তেওঁ ডাছেললৈ চাই চকু টিপিয়ায়, তেতিয়াও ডাছেলে কাম কৰি থাকে। তেতিয়া শ্ৰীমতীয়ে সশব্দে হাঁহে। ডাছেলে ইমানতো মন নকৰে। তাকে দেখি মায়েও নাহাঁহি নোৱাৰে। যেতিয়া শ্ৰীমতীয়ে দেখে যে এইবোৰ উপায়েৰে ডাছেলৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা নগ'ল, তেতিয়া অন্য উপায় অবলম্বন কৰে। অকণমান সময় মনে মনে থাকি পুতেকক কয়, "পুটি, তুমি কিয় এপ্ৰণ পিন্ধা নাই? কালিলৈ তোমাৰ কাপোৰত লগা দাগ তুলিবলৈ মহা মস্কিল হ'ব।"

"ক'ত, মইতো কাপোৰত দাগ লগোৱা নাই!"

অলপমান সময় মনে মনে থাকি আকৌ কয়—

"পুডি, তুমি বহি লৈ আলুৰ বাকলি মুগুচোৱা কিয় ?"

"মোৰ থিয় হৈয়ে বেচ সুবিধা যেন লাগিছে।"

আকৌ অলপ বৈ কয়—

"পুডি, চোৱা, তুমি যে একো গুচোৱাই নাই।"

"কিয় মা, মই দেখোন ভালকৈ গুচাইছোঁ ?"

এইবাৰ তেওঁ অন্য এটা বিষয় আৰম্ভ কৰি গিৰীয়েকক কয়—

"পুডি, কোৱাঁচোন, এতিয়ালৈকে কিয় ইংৰাজৰ ফালৰ পৰা বিমান আক্ৰমণ হোৱা নাই ?"

"বতৰ বেয়া কাৰণে, বুজিছা কাৰ্লি ( Kerli )"

"যোৱাকালি দেখোন ভাল বতৰ আছিল। এখনো উৰাজাহাজ নাহিল কিয় ?"

"থাওক, এইবোৰ কথা নাপাতিবা।"

"কিয়, এইবোৰ কথা পাতিলে কি দোষ হ'ব ? মোৰ নিজৰ মতামতো জনাব নোৱাৰিমনেকি ?"

"নাই, নোৱাৰা।"

"কিয় নোৱাৰিম ?"

"মনে মনে থাকা।"

"মিছেচ্‌ ভ্ৰাঙ্কে কিবা এটা সুধিলে ভ্ৰাঙ্কে এনেদৰে কয় জানো ?"

মিঃ ভান্‌ডানে খঙতে ফোপাবলৈ ধৰে। এইটো তেওঁৰ দুৰ্বলতা যে আনৰ উদাহৰণ তেওঁ সহ্য কৰিব নোৱাৰে। শ্ৰীমতীয়ে কিন্তু আকৌ কয়, "মোৰ যেন এনে লাগে ইংৰাজে কোনো দিনে আক্ৰমণ নকৰিব।" মিঃ ভান্‌ডান খঙত শেঁতা পৰে। শ্ৰীমতীও খঙত ৰঙাচিঙা পৰি যায়। তথাপি মুখ চলাইয়ে থাকে।

"এই বৃটিছসকলে একো কৰিব নোৱাৰে।" তেতিয়া মিঃ ভান্‌ডান গৰজি উঠে। খঙত কয়, "চুপ থাকিবলৈ কৈছোঁ নহয় !"

মায়ে কোনোমতে হাঁহি দমাই ৰাখিব নোৱাৰে। মই সন্মুখলৈ চাই থাকোঁ।

এনেকুৱা ধৰণৰ ঘটনা প্ৰায় সদায় ঘটে—যদিহে আক ডাঙৰ কাজিয়া কৰি তেওঁলোকে মাতবোল বন্ধ কৰা নাই।

মোৰ এবাৰ আলু আনিবলৈ এটাচলৈ যাব লগা হ'য়; পিটাৰে তাত মেকুৰীটোৰ লগত খেল লগাই থাকে। পিটাৰে মোক দেখি ওপৰলৈ চায়। সেই ফাকতে মেকুৰীটো একেজাপে অদৃশ্য হয়। পিটাৰে খঙতে বকিবলৈ ধৰে। মই হাঁহি দৌৰ মাৰোঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ২০ আগষ্ট, ১৯৪৩ চন

মৰমৰ কিট্টী,

গুদাম ঘৰৰ মানুহবোৰ চাৰে পাঁচ বজাত গুচি যায়, তেতিয়া আমি স্বাধীন হওঁ।

চাৰে পাঁচ বজা—আমি যে ইমান সময়ত মুকলিমুৰীয়া ভাৱে ঘূৰি ফুৰিব পাৰিম এই খবৰ লৈ এলি আমাৰ ওচৰলৈ আহে। তাৰ পাছত আমি নিজৰ নিজৰ কামত লাগি যাওঁ। কিন্তু তাৰ আগতে এলিক ওপৰলৈ লৈ গৈ কিবা এটা খাবলৈ দিওঁ।

ওপৰত গৈ এলি বহিবলৈ নৌ পাওঁতেই শ্ৰীমতী ভান্‌ডানে ইটো লাগে, সিটো লাগে বুলি নানান ধৰণৰ কথা আৰম্ভ কৰে। এলিয়ে মোৰ কালে চাই চকু টিপিয়াই। যিকোনো মানুহ ওপৰলৈ আহিলে শ্ৰীমতী ভান্‌ডানে এনেকৈ বস্তু বিচাৰে কাৰণে কোনো ওপৰলৈ নাহে।

ছয় বজালৈ পোন্ধৰ মিনিট থাকোঁতে এলি গুচি যায়। মইয়ো তললৈ নামি আহি প্ৰথমতে পাক-ঘৰটোত এপাক মাৰো। তাৰ পাছত প্ৰাইভেট অফিচত এপাক মাৰি তলৰ মৌচী সোমাব পৰা ফুটাটো খুলি দিওঁ। দিনটোত কিবা চিঠিপত্ৰ আহিছেনেকি বুলি

ভান্ডানে আটাইকেইখন টেবুলৰ ড্ৰয়াৰ, ফাইল আদি কান কান কৰে। পিটাৰে গুদাম ঘৰৰ চাবি আৰু মুফিক (Moffi) লৈ আছে। সেইডাই টাইপৰাইটাৰবোৰ কঢ়িয়াই আনে। মাৰ্গটে পঢ়াশুনা কৰিবলৈ নিজস্ব ঠাই এটুকুৰা বিচাৰি বহে। শ্ৰীমতী ভান্ডানে জুইৰ ওপৰত পানীৰ কেট্লীটো বহাই দিয়ে। মায়ে খবাহীত আলু কেইটামান লৈ আছে। এনেকৈ প্ৰত্যেকে নিজৰ নিজৰ কামত ব্যস্ত থাকে।

পিটাৰে গুদামৰ পৰা ঘূৰি আহিয়েই কটি ক'ত আছে চায়হি। সাধাৰণতে কটি সদায় ঘৰৰ মাইকী মানুহবিলাকে পাক্-ঘৰৰ আলমাৰীত থয়; কিন্তু তাত নাই। কি হ'ল—পাহৰিলেনেকি? পিটাৰ প্ৰধান অফিচলৈ গৈ তাত থকা লোহাৰ আলমাৰীৰ তলত আঠুকাঢ়ি চুচৰি সোমাই গৈ দেখে যে মৌচীয়ে তাত বহি খুব ধুনীয়াকৈ কটিটো খাই আছে। কিন্তু মেকুৰীটো ধৰিবলৈ যাওঁতে সি জাপ মাৰি লিখা টেবুলৰ তলত সোমায়। পিটাৰে খণ্ডত মেকুৰীটোৰ নেজত ধৰি চোচোৰাই টেবুলৰ তলৰ পৰা টানি উলিয়াই। মেকুৰীটোৱে কোঁচকোঁচাই, পিটাৰে হুমুনিয়াহ পেলায়। পিটাৰৰ হাতৰ পৰা নিজকে এৰুৱাই মৌচী খিড়িকীৰ ওপৰত জাপ মাৰি ওঠ চেলেকি চেলেকি বহি থাকে। পিটাৰে কটিৰ টুকুৰা আগত ধৰি মেকুৰীটোক মাতে। কিন্তু মৌচীও বৰ চালাক; সি সহজে ধৰা নিদিয়ে। এইবোৰ কাণ্ড মই ফুৰাৰৰ ফাঁকেৰে চাই থাকোঁ।

আমি নিজৰ নিজৰ কামত ব্যস্ত হওঁ। তিনিবাৰ টক্ টক্ শব্দ শুনা যায়। তাৰ মানে খোৱাৰ সময় হ'ল।

তোমাৰেই এন্

সোমবাৰ, ২৩ আগস্ট, ১৯৪৩ চন

মৰমৰ কিট্টী,

গুপ্তগৃহৰ দৈনিক কাৰ্য-তালিকাৰ বৰ্ণনাক্ৰম অব্যাহত ৰাখি ৰাতিপুৱাৰ সময়খিনি কেনেকৈ কটাওঁ কওঁ শুনা। ৰাতিপুৱা চাৰে আঠবজাৰ লগে লগে মা আৰু মাৰ্গট ব্যস্ত হৈ পৰে। বাথৰুমত থকা দেউতাক বাৰে বাৰে সাৱধান কৰি দি কয়, "বেছি শব্দ নকৰিবা, পানী বেছিকৈ নেপেলাবা; চাৰে আঠ বাজি গ'ল। সোনকালে ওলোৱা।" আচল কথা হ'ল চাৰে আঠবজাৰ লগে লগে সকলো বহা কোঠাত আহিব লাগিব। তেতিয়া পানী পেলোৱা, পায়খানালৈ যোৱা, খোজকাঢ়ি ফুৰা আৰু অন্য কোনো ধৰণৰ শব্দই কৰিব নোৱাৰে। যেতিয়ালৈকে তলৰ গুদামত কোনো নাথাকে তেতিয়া শব্দ কৰিলেও একো ভয় নাই। কিন্তু অফিচৰ মানুহবোৰ আহিবলৈ আৰম্ভ কৰিলেই ক'তো সাৰ-সুৰ নোহোৱাকৈ থাকিব লাগে। আঠবাজি বিশ মিনিট যোৱাৰ লগে লগে ওপৰলৈ যোৱাৰ দুৱাৰখন খুলি দিয়া হয়। অলপ পাছতে দুৱাৰত তিনিবাৰ টুকুৰিওৱা শব্দ শুনিবলৈ পাওঁ। তাৰমানে মোৰ খোৱাবস্তু আনিবলৈ যাবৰ সময় হয়। লৰালৰিকৈ নিজৰ প্লেটখন লৈ ওপৰলৈ গৈ খোৱা বস্তুখিনি নিজৰ কোঠালৈ আনি মুখ আঁচুৰি বিচনা-পত্ৰবোৰ ঠিক কৰি পেলাওঁ। ওপৰত শ্ৰী আৰু শ্ৰীমতী ভানডানেও জোতা খুলি চেণ্ডেল পিন্ধি খোজ কাঢ়ে।

এইখিনি সময়ৰ পাছতে আমাৰ নিজৰ পৰিয়ালৰ মানুহখিনিৰ সৈতে এটা ঘৰুৱা পৰিবেশ সৃষ্টি হয়। মই পঢ়োঁ বা কাম কৰোঁ। বাইদেউ আৰু মায়ে ওচৰতে কিবা এটা কৰি থাকে বা পঢ়াশুনা কৰে। দেউতাই ডিকেন্সৰ কিতাপ কোলাত লৈ কটা কুচনৰ ওপৰত বহি মন দি পঢ়ি থাকে। দেউতাই যেতিয়া পঢ়াশুনা কৰে, তেতিয়া মুখ তুলি নাচায়; কিন্তু নিজে নিজে কেতিয়াবা হাঁহে। খুব বেছি

আমোদজনক কথা পালে মাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ দুই এটা কথা কয় আৰু কথাখিনি পঢ়ি পেলাবলৈ কয়। মায়ে কয়, "মোৰ এতিয়া সময় নাই।" তেতিয়া অলপ সময়ৰ কাৰণে দেউতাৰ হতাশ হোৱা যেন দেখা যায়; কিন্তু পাছ মুহূৰ্ত্তত আকৌ পঢ়াত মন দিয়ে। আকৌ যদি ভাল কিবা এটা পঢ়াৰ মাজত পায়, পুনৰ মাকক কয়, "তুমি এইটো পঢ়া উচিত।" মায়ে কিন্তু আপোনমনেৰে চিলাই কৰে, উল কৰে, নতুবা আমাৰ লগত কথা পাতে। মাৰ্গটেও কিতাপ বন্ধ কৰি মাৰ কথাত যোগ দিয়ে। অলপ সময় পঢ়াত মন দিয়াৰ পাছত দেউতায়ো কথাৰ ভাগ লব ধৰে। মইয়ো কথা শুনিবলৈ লাগি যাওঁ। ইতিমধ্যে ন বাজে; ৰাতিপুৱাৰ চাহ-জলপানৰ সময় হয়।

তোমাৰেই এন্

শুক্ৰবাৰ, ১০ চেপ্তেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

যেতিয়াই মই তোমালৈ লিখোঁ তেতিয়াই কিবা এটা নহয় এটা ঘটনা ঘটে আৰু সাধাৰণতে সেই ঘটনা অপ্ৰিয় হয়। কিন্তু এতিয়া এটা অভূতপূৰ্ব ঘটনা ঘটিছে। যোৱা বুধবাৰ ৮ চেপ্তেম্বৰৰ দিনা আমি সকলোৱে ৭ বজাৰ বাতৰি শুনিবলৈ বহি প্ৰথমতেই শুনিলোঁ।—"এইয়া গোটেই যুদ্ধৰ আটাইতকৈ ভাল খবৰ ঘোষণা কৰা হৈছে। ইটালীয়ে আত্মসমৰ্পণ কৰিছে।" ইটালীৰ একেবাৰে চৰ্ত্তবিহীন আত্মসমৰ্পণ। ৮ বাজি ১৫ মিনিটত ইংলেণ্ডৰ পৰা ডাচ্চ্ ভাষাৰ প্ৰগ্ৰেম আৰম্ভ হ'ল। ঘোষণা কৰা মানুহজনে কৈছে, "শ্ৰোতাসকল, এঘণ্টাৰ আগতে আজি দিনটোৰ যুদ্ধৰ খবৰ লিখি শেষ কৰি পেলাইছিলোঁ। যেতিয়াই ইটালীৰ আত্মসমৰ্পণৰ খবৰটো পালোঁ, তেতিয়াই আগৰ খবৰখিনি ফালি নতুন খবৰ লিখিবলগীয়া হ'ল। কিন্তু বিশ্বাস কৰক, লিখা কাগজ ফালি আজি যিমান

আনন্দ পাইছোঁ। জীৱনত সিমান আনন্দ কোনো দিনাই পোৱা নাছিলোঁ।” তাৰ পাছত আমেৰিকা আৰু ইংলেণ্ডৰ জাতীয় সঙ্গীত বজোৱা হ’ল।

মিঃ কোফিয়াচক লৈ এতিয়াও আমাৰ চিন্তাৰ শেষ নাই। তুমি জানা যে আমি সকলোৱে তেওঁক ভাল পাওঁ। তেওঁ সদায় স্ফূৰ্তিত থাকে আৰু আমাৰ মনত সাহস যোগায়। কিন্তু কোনো দিনাই তেওঁৰ গা ভাল নহয়; পেটৰ বিষ আছেই। বেছিকৈ খাবলৈ, খোজ কাঢ়িবলৈ ডাক্তৰে মানা কৰিছে। মায়ে অলপতে কৈছিল, “মিঃ কোফিয়াচ ভিতৰলৈ সোমালেই গোটেই কোঠাটো উজ্জ্বলি উঠে।” কথাটো কিন্তু মিছা নহয়। এতিয়া মিঃ কোফিয়াচ পেটৰ অপাৰেশ্যনৰ কাৰণে হস্পিটেললৈ যাব লগা হৈছে। তাত তেওঁ চাৰি সপ্তাহমান থাকিব লাগিব। কিন্তু তেওঁ আমাৰ ওচৰত যেনেকৈ বিদায় মাগিলে যেন ক’ৰবাত বজাৰ কৰিবলৈহে গৈছে আৰু অলপ পাছত ঘূৰি আহিব। তুমি দেখা হ’লে আচৰিত হ’লাহেঁতেন।

তোমাৰেই এন্‌

বৃহস্পতিবাৰ, ১৬ চেপ্তেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আমাৰ ইয়াত পৰস্পৰৰ সম্বন্ধটো দিনে দিনে বেয়া হৈ গৈছে। খাবৰ সময়ত খোৱাৰ কাৰণেহে মুখ খোলা হয়। তাৰ বাহিৰে মুখেৰে কথা কোৱা নহয়; কাৰণ কোনোবাই কিবা এটা ক’লেই হয় কাৰোবাৰ খং উঠিব, নহয় কোনোবাই ভুল বুজিব। মই প্ৰত্যেক দিনাই মনটো ভাল লগাবলৈ ভেলেৰিয়ান পিল (Valerian Pills) খাওঁ; কিন্তু তথাপিও মনৰ হতাশা আৰু বিষাদৰ ভাব আঁতৰি নাযায়। খুব প্ৰাণ খুলি হাঁহিলেই হয়তো ভাল হৈ যাব। কিন্তু আমি ইয়াত হাঁহিবলৈকো পাহৰি গৈছোঁ। এনেকৈ সদায়

বেজাৰ মনেৰে থাকিলে মোৰ সুখ-দুখ ওলমি অকালতে বুঢ়ী হ'ম বুলি ভয় লাগে। আনৰ অৱস্থাও সেই একেই; কাৰো মুখত হাঁহি নাই; ভয় আৰু আতঙ্কৰে সকলোৰে জাবকালিৰ প্ৰতীক্ষাত আছোঁ। আমাৰ সকলোৰে কাৰণে অন্য এটা অশান্তিৰ কাৰণ হৈছে গুদামৰ ৰখীয়া ভি, এমে (V. M.) দিনে দিনে গুপ্তগৃহৰ বিষয়ে সন্দেহ কৰিবলৈ ধৰিছে। এই মানুহজনৰ কৌতুহল অলপ কম হোৱা হ'লে বা বিশ্বাসযোগ্য মানুহ হোৱা হ'লে আমাৰ ইমান ভয় নাছিল। এদিন ক্ৰেলাৰে বেছি সতৰ্ক হবলৈ গৈ দহ মিনিটৰ কাৰণে বাহিৰলৈ যাওঁ বুলি কৈ পাঁচ মিনিটতে ঘূৰি আহি মনে মনে আমাৰ ওচৰলৈ আহিল। কিন্তু এক ব্যক্তি পোন্ধৰ মিনিটত তেওঁ তললৈ নামি যাব খোজাত এলিয়ে বাস্তাত সতৰ্ক কৰি দিলে যে এতিয়া যোৱাটো ভাল নহ'ব; কাৰণ গুদামৰ মানুহজন অফিচতে বহি আছে। ক্ৰেলাৰ ঘূৰি আহি বহুত সময় আমাৰ লগত বহি থাকিল। তাৰ পাছত জোতা খুলি, মোজা পিন্ধি লাহে লাহে পাছফালৰ দুৱাৰেদি বাহিৰলৈ ওলাই বাহিৰৰ পৰা সোমোৱাৰ দৰে আকৌ অফিচত সোমালেগৈ। ইতিমধ্যে গুদামৰ মানুহজন গুচি যোৱাত ক্ৰেলাৰক মাতিবলৈ এলি ওপৰলৈ আহিল, কিন্তু ক্ৰেলাৰ সেই সময়ত নামি বাহিৰত জোতা পিন্ধি আছিল। কোনোবা মানুহে যদি বাহিৰত এনেকৈ মেনেজাৰক জোতা পিন্ধা দেখিছে তেতিয়াহ'লে কি ভাবিছে বাৰু?

তোমাৰেই এন্

বুধবাৰ, ২৯ চেপ্তেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আজি শ্ৰীমতী ভানড্ভানৰ জন্মদিন। এই অৱস্থাত আমাৰ যি সামৰ্থ্য, তাৰে তেওঁক জন্মদিনত খোৱাবস্তু, ফুল আৰু অন্যান্য উপহাৰ দিলোঁ।

এলিক ইমান সৰনাই বাহিৰলৈ বস্তু আনিবলৈ পঠোৱা হৈছে যে তেওঁ প্ৰায় অধৈৰ্যই হৈ পৰিছে। ভাবি চোৱা, অফিচত তেওঁৰ কিমান কাম। কোফিয়াচৰ অসুখ; মিয়েপৰো ঠাণ্ডা লাগি তেওঁ অফিচলৈ আহিব পৰা নাই। তেওঁ নিজেও তৰিত গচকা খাই দুখ পাই আছে। তাৰোপৰি অসুস্থ বাপেকক লৈ এশ এবুৰি চিন্তা আছেই। এনে অৱস্থাত তেওঁৰ ধৈৰ্যচ্যুতি হোৱাটো একো আচৰিত কথা নহয়। আমি যথাসাধ্য তেওঁক সান্ত্বনা দিলোঁ, আৰু বুজালোঁ যে যদি তেওঁৰ সময় নাই বুলি কয়, তেন্তে ঘনাই ঘনাই বজাৰলৈ পঠোৱাটো কমাই দিয়া হ'ব।

মই স্পষ্ট বুজি পাইছোঁ মিঃ ভান্‌ডানৰ কিবা এটা হৈছে। দেউতাৰো কিবা এটা কাৰণত খং উঠি আছে। ইয়াৰ পৰিণামত কি ধৰণৰ বিস্ফোৰণ হ'ব একো ধৰিব পৰা নাই। মাজে মাজে মোৰ ইচ্ছা হয় যে যদি এই ধৰণৰ বেমেজালিৰ পৰা হাত সাৰিব পৰাৰ কিবা উপায় থাকিলহেঁতেন! এনেকুৱা যদি সদায় হয় তেন্তে পাগল হ'ব লাগিব।

তোমাৰেই এন্

দেওবাৰ, ১৭ অক্টোবৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

সৌভাগ্যক্ৰমে, কোফিয়াচ আৰোগ্য হৈ ঘূৰি আহিছে। তথাপি তেওঁৰ মুখ শেঁতা হৈ আছে। আহিয়েই তেওঁ আমাক সহায় কৰিবলৈ লাগি গ'ল। ভান্‌ডান পৰিয়ালৰ টকা নাইকিয়া হৈছে। এতিয়া কোফিয়াচে তেওঁলোকৰ কাপোৰ-কানি বিক্ৰী কৰাৰ বিষয় লৈ আলোচনা চলাই আছে। শ্ৰীমতীয়ে নিজৰ কাপোৰ-কানি, চোলা, এটা বস্তুও এৰি দিব নোখোজে। মিঃ ভান্‌ডানে নিজৰ কাপোৰৰ দাম বেছিকৈ ধৰিছে বাবে বিক্ৰী কৰিব পৰা নাই। শেষত পৈ ঘটনাই কি ৰূপ লয় কব নোৱাৰি। কিন্তু

শ্ৰীমতীয়ে যে তেওঁৰ নোমৰ কোটটো হেৰুৱাব লাগিব এইটো ঠিক। এই কোট বিক্ৰী কৰাৰ কথা লৈ গিৰীয়েক-ঘৈণীয়েকৰ মাজত এখুন্দা ভালকৈয়ে লাগি গৈছে।

এই গুপ্তগৃহত যোৱা কেইমাহত যি ধৰণৰ গালি-গালাজৰ ধুমুহা পাৰ হৈ গ'ল, তাৰ কথা ভাবিলে মোৰ আচৰিত লাগে। দেউতাই মুখেৰে কথা নকয়, কিন্তু কোনোবাই মাতিলেই ভয় খায়, কিজানিবা কাৰোবাৰ কাজিয়া-পেচালৰ মীমাংসা কৰি দিব লাগে। মোৰ গাল দুখন উত্তেজনাত সদায় ৰঙা পৰি থাকে। মাৰ্গটৰ মূৰৰ বিষ সদায় আছেই। ডাহেলে ৰাতি শুব নোৱাৰে। মিছেচ্ ভান্‌ডানে অনবৰত কিবা এটা নহয় কিবা এটা বকিয়েই থাকে। মই প্ৰায় আধা পগলাৰ নিচিনাই হৈছোঁ। সঁচাকৈয়ে কৈছোঁ, কেতিয়াবা মই পাহৰি যাওঁ—কাৰ লগত কাজিয়া হৈছে, কাৰ লগত ভাল হৈছে। এনে অৱস্থাৰপৰা ৰক্ষা পোৱাৰ একমাত্ৰ উপায় হ'ল—নিজকে পঢ়াশুনাৰ মাজত ডুবাই ৰখা। ময়ো তাকেই কৰি আছোঁ।

তোমাৰেই এন্।

শুক্ৰবাৰ, ২৯ অক্টোবৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

ভান্‌ডান দম্পতিৰ মাজত আকৌ ডাঙৰ কাজিয়া হৈ গ'ল। ভান্‌ডান পৰিয়ালৰ যে টকাৰ অভাৱ হৈছে মই তোমাক আগতেই কৈছোঁ। কেইদিনমানৰ আগতে কোফিয়াচে তেওঁৰ চিনাকি পশম কাপোৰ ব্যৱসায়ী মানুহ এজনৰ কথা কৈছিল। ভান্‌ডানে সেই মানুহজনকে ঘৈণীয়েকৰ শহা-পছুৰ নোমৰ কোটটো বিক্ৰী কৰি দিলে। ১৭ বছৰ পিন্ধা এই কোটটো বিক্ৰী কৰি ৩২৫ ফ্লৰিণ পোৱা গ'ল। এতিয়া এই টকাখিনি লৈয়ে দুয়োৰে মাজত কাজিয়া লাগিছে। শ্ৰীমতীয়ে কয় তেওঁ টকাখিনি ৰাখি থব; যুদ্ধৰ পাছত

আকৌ নিজৰ বাবে কাপোৰ কিনিব। কিন্তু তান্‌তানে কয় টকাখিনি সংসাৰ চলাবলৈ দৰকাৰ হৈছে।

ভেণ্ডলোকে যেতিয়া কাজিয়া কৰে, চাবলগীয়া হয়—গালি-গালাজ, চিঞঁৰ-বাখৰ, একেবাৰে ভয়লগা অৱস্থা। যদি মৰামৰি কৰে তেন্তে ভেণ্ডলোকক একবাই দিব লাগিব বুলি আমি সকলো চিবিৰ ওচৰত উশাহ বন্ধ কৰি থিয় হৈ থাকোঁ। এই চিঞঁৰ-বাখৰ, কন্দা-কটা, হুলস্থূলখনে মোৰ স্নায়ুৰ ওপৰত ইমান বেয়াকৈ প্ৰতিক্ৰিয়া কৰিলে যে সন্ধিয়া মই বিচনাত পৰি কান্দিবলৈ ধৰিলোঁ।

মিঃ কোফিয়াচ আকৌ গ'লগৈ। পেটৰ বিষে তেওঁক ক'তো শান্তি দিয়া নাই। ৰক্তক্ষৰণ বন্ধ হৈছে নে নাই তাকো বুজিবপৰা নাই। প্ৰথমবাৰৰ কাৰণে তেওঁ গা ভাল নাই লগা বুলি ঘৰলৈ যোৱা দেখিলোঁ। তেওঁ যেতিয়া আমাক গা ভাল লগা নাই বুলি কৈছিল তেতিয়া তেওঁ বেমাৰত ভাঙি পৰা যেন লাগিছিল।

মোৰ সকলো ভাল; কিন্তু ভোক নলগা হৈছে। সকলোৱে মোক কৈছে, "তোৰ কি হৈছে? তোক অসুস্থ যেন লাগিছে দেখোন।" মোক সুস্থ ৰাখিবলৈ সকলোৱে যৎপৰোনাস্তি চেষ্টা কৰিছে—এই কথা মই স্বীকাৰ কৰিবই লাগিব। মোৰ কাৰণে আঙুৰ, কড্‌লিভাৰ অইল, ভিটামিন টেবলেট, কেলচিয়াম আদিৰ ব্যৱস্থা কৰা হৈছে।

মাজে মাজে মোৰ মনটো বৰ ভাঙি পৰে। বিশেষকৈ দেওবাৰৰ দিনা মোৰ মনটো বৰ বেয়া লাগে। পৰিবেশটো ইমান গধুৰ আৰু নিৰ্জীৱ যে ই যেন মোক চেপি ধৰিছে এনে লাগে। ক'তো চৰাই-চিৰিকতিৰ মাত-বোল নাই। গোটেইখন ঘৰ মৃত্যুৰ এক নিস্তব্ধতাই আগুৰি ধৰিছে। মোৰ এনে লাগে যেন এই নিস্তব্ধতাই মোক কোনোবা অতল গহ্বৰলৈ টানি লৈ গৈ আছে।

এই সময়ত মা-দেউতা, মাৰ্গট, কাকো ভাল নালাগে। এটা কোঠাৰপৰা আনটো কোঠালৈ ছট্‌ফটাই ঘূৰি ফুৰোঁ, মই যেন এটা

ভেঁউকা ভঙা গানগোৱা চৰাই, যি আন্ধাৰ আৰু বন্ধ সজাত ভঙা পাখি মাৰি চট্‌ফটাই আছে। মোৰ ভিতৰত কোনোবাই চিঞৰি কোৱা শুনোঁ। "বাহিৰলৈ ওলাই যোৱাঁ। মুক্ত মনেৰে হাঁহা, মুকলি বতাহ লোৱা।" কিন্তু এই মাতৰ সহাৰি দিবলৈ মোৰ শক্তি নাই; মই ক্লান্ত হৈ ডিভানতে শুই পৰোঁ। এই ভয় লগা নিসাৰ-নিস্তব্ধতাখিনি পাৰ কৰাৰ চেষ্টাত থাকোঁ।

তোমাৰেই এন্

বুধবাৰ, ৩ নবেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আমাক আৰু বেছি পঢ়াশুনাৰ কাম দিবলৈ দেউতাই লেইদেনৰ (Leiden) শিক্ষক সম্থাৰপৰা এখন কিতাপৰ তালিকা অনালে। মাৰ্গটে গোটেই তালিকাখন পঢ়িও নিজে ভালপোৱা কিতাপ এখন বাছি উলিয়াব নোৱাৰিলে। দেউতাই লৰালৰিকৈ প্ৰাথমিক শিক্ষাৰ কিতাপ এখনকে অনালে। মোকো নতুন কিবা এটা দিবলৈ দেউতাই কোফিয়াচৰ হতুৱাই সৰু লৰা-ছোৱালীৰ 'বাইবেল' এখন অনালে। 'চান্নুকা' উৎসৱত এনকু বাইবেল দিব খুজিছেনেকি বুলি মাৰ্গটে দেউতাক সুধিলে। দেউতাই ক'লে, "'চেন্ট নিকলাচ' দিয়ামতেহে দিব খুজিছোঁ, চান্নুকা উৎসৱৰ লগত যীশুখৃষ্ট খাপ নাখায়।"

তোমাৰেই এন্

সোমবাৰ সন্ধ্যা, ৮ নবেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

তুমি যদি মোৰ টোপোলাটোৰ চিঠিবোৰ এখন এখনকৈ পঢ়ি যোৱা, তেতিয়াহ'লে প্ৰত্যেক চিঠিতে ফুটি ওলোৱা মেজাজৰ পাৰ্থক্য দেখি আচৰিত হবা। ইয়াৰ পৰিবেশ অনুযায়ী মোৰ চিঠিবোৰে

ভিন ভিন ৰূপ লয়। মোৰ ওপৰত এই পৰিবেশৰ প্ৰভাৱ দেখি মোৰ কেতিয়াবা খং উঠে। অকল মইয়ে নহয়, ঘৰৰ সকলোৱে ইয়াৰ পৰিবেশৰ দ্বাৰা কিছু নহয় কিছু প্ৰভাৱান্বিত হয়। বৰ্ত্তমান মোৰ বিষাদৰ দিন চলিছে। সদায় মোৰ মন মৰি থাকে। কিয় যে এনে হৈছে মই কব নোৱাৰোঁ। মই কিজানি খুব বেছি ভয়াতুৰ। সেইকাৰণে মনটো ইমান বেয়া লাগি থাকে।

আজি সন্ধ্যা এলি আমাৰ ইয়াত থাকোঁতেই বাহিৰৰ ঘণ্টা খুব জোৰেৰে বাজি উঠিল। ভয়তে মই শেঁতা পৰি গ'লোঁ। বুকুৰ ধপ্‌ধপনি আৰু পেটৰ বিষ আৰম্ভ হ'ল। ৰাতি যেতিয়া মই বিচনাত শুই থাকোঁ, মোৰ মনলৈ অদ্ভুত ধৰণৰ কল্পনা কিছুমান আহে। মই যেন পাতালপুৰীত অকলে অকলে পৰি আছোঁ। মা-দেউতা কোনো ওচৰত নাই। কেতিয়াবা নিজকে ৰাস্তাৰ দাঁতিত ঘূৰি ফুৰা যেন লাগে। কেতিয়াবা আমাৰ গুপ্তগৃহত জুই লগা দেখা পাওঁ। অথবা ৰাতি আহি জাৰ্মানসকলে ধৰি লৈ যোৱাৰ কথা কল্পনা কৰোঁ। এইবোৰ কল্পনা মোৰ চকুৰ আগত ইমান বেছি স্পষ্টকৈ ভাঁহি উঠে যে সঁচা যেন লাগি যায়। তেতিয়া মোৰ ভয় লাগে কিজানিবা অতি সোনকালে এইবোৰ সঁচা হৈ যায়। মিয়েপে কয় যে আমাৰ ইয়াৰ নিৰ্জনতা দেখি তেওঁৰ হিংসা হয়। তেওঁ হয়তো সঁচাকৈয়ে কয়; কিন্তু আমি যে ইয়াত কিমান ভয়ে ভয়ে থাকিব লাগে, সেইকথা তেওঁ নাভাবে। পৃথিবীখন যে আমাৰ কাৰণে কোনোদিনা আগৰ দৰে স্বাভাবিক হ'ব এইকথা মই কল্পনাও কৰিব নোৱাৰা হৈছোঁ। যুদ্ধৰ পাচত কি কৰিম সেইবোৰলৈ মোৰ বহুত জল্পনা-কল্পনা। কিন্তু এইবোৰ সকলো আকাশত চাং পতাৰ নিচিনা অলীক কথা। যেতিয়া মোৰ আগৰ ঘৰৰ কথা, বন্ধু-বান্ধৱীৰ কথা আৰু স্কুলৰ ৰং-তামচাৰ কথা ভাবোঁ, তেতিয়া এনে ভাব হয় যেন সেই ছোৱালীজনী মই নহয়, বেলেগ একনীহে আছিল।

মাজে মাজে মোৰ এনে লাগে যেন এই গুপ্তগৃহৰ আঠ জন এটুকুৰা নীলা আকাশ আৰু আমাৰ চাৰিওকালে ক'লা ডাৱৰে আৱৰি আছে, যদিও ডাৱৰৰ মাজত আমি নিৰাপদ আছোঁ। কিন্তু লাহে লাহে ডাৱৰ ঘন হ'বলৈ ধৰিছে। আৰু ভয় হৈছে যেন সোনকালে আমাক এই ক'লা ডাৱৰে গ্ৰাস কৰি পেলাব। আমি ইয়াৰপৰা পলাবৰ পথ বিচাৰিছোঁ; কিন্তু কোনো পথ নাই। তললৈ যদি চাওঁ কেৱল হিংসা, মৰামৰি, কটাকটিৰ বাহিৰে একো দেখিবলৈ নাপাওঁ। ওপৰলৈ যদি চাওঁ দেখো শান্তি আৰু সৌন্দৰ্যৰ অপৰূপ ৰূপৰাশি। কিন্তু পাচ মুহূৰ্ত্তত ক'লা ডাৱৰে অভেদ্য প্ৰাচীৰৰ দৰে ওপৰলৈ যোৱা ৰাস্তাটো বন্ধ কৰি দিছে। এই প্ৰাচীৰে আমাক চেপি পেলাব খুজিছে; কিন্তু এতিয়াও পৰা নাই। মই মাত্ৰ কৰুণ মিনতি কৰিব পাৰোঁ—ক'লা ডাৱৰ গুচি ওপৰলৈ যোৱা পথ মুকলি হ'ক।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১১ নৱেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

আজিৰ চিঠিৰ নামকৰণ কৰিছোঁ "মোৰ কলমৰ উদ্দেশ্যে হুলাইনমান।"

মোৰ ফাউণ্টেইন পেনটো হ'ল মোৰ আটাইতকৈ প্ৰিয় সম্পদ, মোটা নিব্‌টোৰে সৈতে এই কলমটো নহ'লে লিখিবই নোৱাৰোঁ। এই কলমটোৰ এটা দীঘলীয়া ইতিহাস আছে; চমুকৈ কওঁ শুনা। মোৰ যেতিয়া ৯ বছৰ বয়স আছিল, তেতিয়া মোৰ আইতাই এই পেনটো মোলৈ উপহাৰস্বৰূপে পঠাইছিল। পেনটো পাওঁতে মই ফ্লু হৈ বিচনাত পৰি আছিলোঁ। তেতিয়া ফেব্ৰুৱাৰী মাহ আছিল। এই ফাউণ্টেইন পেনটো ৰঙা চামৰাৰ বাকচত আছিল। পোৱাৰ লগে লগে মই সকলো বন্ধুবান্ধৱক

দেখুৱাইছিলোঁ। মোৰ বয়স যেতিয়া দহ বছৰ, তেতিয়া পেনটো লৈ স্কুললৈ গৈছিলোঁ আৰু স্কুলৰ বাইদেউয়ে মোক এই পেনেৰে লিখিবলৈ অনুমতি দিছিল। মই ষষ্ঠ বৰ্গত থাকোঁতে কেইদিন-মান স্কুলত দোৱাত-কলম ব্যৱহাৰ কৰিব লগা হোৱাত পেনটোৰে লিখিবপৰা নাছিলোঁ। বাৰ বছৰ বয়সত যেতিয়া ইহুদী উচ্চ মাধ্যমিক স্কুলত নাম লগালোঁ, পেনটো ৰাখিবলৈ নতুন বাকচ ল'লোঁ। বাকচত একেলগে পেন্সিল আদিও ৰাখিব পৰাৰ ব্যৱস্থা আছিল। আমি যেতিয়া গুপ্তগৃহলৈ গুচি আহোঁ, কলমটোও মোৰ লগতে লৈ আহিছিলোঁ আৰু ইয়াৰে মই অসংখ্য ডায়েৰী আৰু অন্যান্য ৰচনা লিখিছিলোঁ। এতিয়া মোৰ বয়স চৈধ বছৰ। যোৱা এটা বছৰ আমি একেলগে কটালোঁ।

শুক্ৰবাৰে গধূলি পাঁচ বজাত ঘটনাটো ঘটিল। মই টেবুলত লিখা-পঢ়া কৰিবলৈ কলম লৈছোঁহে মাত্ৰ, তেনেতে দেউতা আৰু মাৰ্গটে আহি লেটিন শিকাৰ সময় হ'ল বুলি মোক আঁতৰাই দিলে। পেনটো টেবুলতে থাকিল। মই আহি উৱহী গুটি চাফা কৰিবলৈ ধৰিলোঁ। ছয় বজালৈ ১৫ মিনিট থাকোঁতে, মই গোটেই ঘৰৰ জাবৰ সাৰি জুইত পেলাই দিলোঁ। জুই প্ৰায় নাছিল কিন্তু জাবৰ পেলোৱাৰ লগে লগে জ্বলি উঠিল। জাবৰবোৰ ইমান সোনকালে পুৰি যোৱা দেখি মোৰ ভাল লাগিল। ইতিমধ্যে লেটিন শিকা কিজনৰ কাম শেষ হ'ল, ময়ো নিজৰ কাগজ-কলম উঠাবলৈ গৈ দেখোঁ যে কলমটো টেবুলত নাই। চাৰিওকালে বিচাৰিলোঁ, মাৰ্গটেও বিচাৰিলে; কিন্তু কলমটো পোৱা নগ'ল। তেতিয়া মাৰ্গটে ক'লে, হয়তো কলমটো উৱহীৰ বাকলিৰ লগত জুইত পুৰিল। মই চিঞৰি ক'লোঁ, "নাই, হবই নোৱাৰে।" কিন্তু ৰাতিলৈকে যেতিয়া পেনটো পোৱা নগ'ল, সবেই ভাবিলে যে পেনটো নিশ্চয় পুৰি গ'ল; কাৰণ চেলুলইডৰ বস্তু সোনকালে জ্বলে।

আমাৰ অনুমান ঠিকেই হ'ল। পাচদিনা দেউতাই জুহালৰ

ছাইবোৰৰ মাজত কলমৰ ক্লিপটো পালে। সোণৰ নিব্‌টোৰ একো চিন্ চাবেই পোৱা নগ'ল। দেউতাই ক'লে, "হয়তো গ'লি ক'ৰবাত লাগি গ'ল।"

মোৰ এতিয়া একমাত্ৰ সান্ত্বনা এই যে মোৰ পেনটো ভালদৰে দাহ কৰা হ'ল, যিটো মই মোৰ নিজৰ ক্ষেত্ৰতো কামনা কৰোঁ।

তোমাৰেই এন্

বুধবাৰ, ১৭ নভেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

নানান ধৰণৰ বিশৃঙ্খলা ঘটিছে। ত্ৰলিৰ ঘৰত ডিপ্‌থেৰিয়াই দেখা দিছে; সেই কাৰণে ৬ সপ্তাহ আমাৰ ঘৰলৈ আহিব নোৱাৰে। ত্ৰলিক লগ নোপোৱা দুখতো আছেই। তাৰোপৰি খোৱা বস্তু গোটোৱা আৰু অন্যান্য বজাৰ-সমাৰ কৰা আদিতো অাহুকাল হৈছে। কোফিয়াচ এতিয়া বিচনাৰপৰা উঠা নাই। তিনি সপ্তাহমান তেওঁক ডাক্তৰে গাখীৰ আৰু পৰিজৰ বাহিৰে অন্য খাদ্য মানা কৰিছে। ক্ৰেলাৰ খুব ব্যস্ত হৈ পৰিছে।

মাৰ্গটে নিয়মমতে লেটিন ভাষা শিখি এলিৰ নামত ডাকযোগে শিক্ষক এজনৰ লগত যোগাযোগ কৰিছে। শিক্ষকজন খুব বুদ্ধিমান যেন লাগিছে। মাৰ্গটৰ নিচিনা চোকা ছাত্ৰী পাই তেওঁ হয়তো খুব ভাল পাইছে।

ডাছেলৰ কিবা এটা হৈছে। কি হৈছে কিন্তু কোনেও কব নোৱাৰে। হঠাৎ ভান্‌ডান দম্পতিৰ লগত কথাকোৱা বন্ধ কৰিছে। এদিন মায়ে ডাছেলক বুজাই ক'লে যে তেওঁ যদি এইদৰে নমতাকৈ থাকে, তেনেহলে শ্ৰীমতী ভান্‌ডানে তেওঁৰ অৱস্থা শোচনীয় কৰি তুলিব। তেতিয়া ডাছেলে মাক ক'লে শ্ৰীভান্‌ডানেহে আগতে মাতবোল বন্ধ কৰিছে। গতিকে ভান্‌ডানেহে প্ৰথমতে মাতিব লাগিব।

যোৱাকালি ১৬ নৱেম্বৰত ডাছেল গুপ্তগৃহলৈ অহা পূৰা এবছৰ হ'ল। এই উপলক্ষত ডাছেলে মাক এটা গছপুলি উপহাৰ দিলে। শ্ৰীমতী ভান্‌ডানে এসপ্তাহ আগৰপৰা কিছুমান খুৱাব লাগিব বুলি কৈ আছিল, কিন্তু বেচেৰীয়ে একো নাপালে।

আমি তেওঁক ইয়ালৈ অনাৰ কাৰণে কৃতজ্ঞতা প্ৰকাশ কৰাৰ পৰিবৰ্তে ডাছেলে মুখেৰে একো নক'লে। মই ডাছেলক সুধিছিলোঁ—"আপোনাক অভিনন্দন জনামনে সমবেদনা জনাম?" উত্তৰত তেওঁ ক'লে, "যি কৰা, কৰা।" মায়ে তেওঁলোকক মিলাবলৈ চেষ্টা কৰিলে; কিন্তু সফল নহ'ল। অৱস্থাটো আগৰ নিচিনাই আছে। সঁচাকৈয়ে মানুহৰ আত্মা ইমান; কিন্তু তাৰ বিপৰীতে কামবোৰ হাঁহি উঠা।

তোমাৰেই এন্

শনিবাৰ, ২৭ নৱেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

যোৱাৰাতি শুবলৈ বিচনাত পৰোঁতে হঠাৎ লাইজৰ মূৰ্তি মোৰ আগত ভাঁহি উঠিল। জৰা-জীৰ্ণ অৱস্থাত ফটা-চিটা কাপোৰ পিন্ধি তাই মোৰ আগত থিয় দিলেহি। তাইৰ ডাঙৰ চকু দুটাত বিষাদৰ ভাব ফুটি উঠিছিল আৰু চকু কেইটাই যেন ভৰ্ৎসনা কৰি কৈছিল, "এন্, মোক তুমি কিয় এৰি থৈ গ'লা? এই নৰকৰপৰা মোক উদ্ধাৰ কৰা।" কিন্তু মইতো তাইক সহায় কৰিব নোৱাৰোঁ! তাই যেন মোৰ ওচৰলৈ আকৌ ঘূৰি আহে।

মই যে অন্য এজনীক নেদেখি লাইজক কিয় দেখিলোঁ এতিয়া বুজিব পাৰিছোঁ। মই তাইক নতুন বান্ধবী গোটোৱা কাৰণে বেয়া পাইছিলোঁ আৰু কাজিয়াও কৰিছিলোঁ। তেতিয়া তাইক বুজিবপৰা নাছিলোঁ, তাৰ পাছতেই আমাৰ দুয়োৰো এৰা-এৰি হ'ল। মাজে মাজে যদিও তাইৰ কথা মনত পৰিছিল, তথাপি নিজৰ সুখ-দুখৰ

কথা লৈ ইমান ব্যস্ত আছিলোঁ যে তাইক কৰা অন্যায়ৰ কথা মোৰ মনত পৰা নাছিল। কিন্তু এতিয়া বিষাদ-কৰুণ চকুযোৰ দেখাৰপৰা মোৰ অনুতাপ হৈছে কিয় মই বাৰু ইমান সামান্য কথাত কাজিয়া কৰিছিলোঁ।

হে ভগৱান, কিহৰ দোষত বাৰু লাইজে জাৰ্মানৰ হাতত ইমান কষ্টভোগ কৰিবলগা হৈছে? অথচ মই যি বিচাৰিছোঁ তাকেই পাইছোঁ। মইতো তাইতকৈ কোনোগুণে বেছি ধাৰ্মিক নহয়! তাইতো কোনো অন্যায় কৰা নাছিল। কিহৰ কাৰণে আমাৰ ভাগ্যৰ ইমান বেছি তফাৎ হ'ল?

সঁচাকৈয়ে প্ৰায় এবছৰলৈকে মই লাইজৰ কথা ভবা নাছিলোঁ; কিন্তু একেবাৰে পাহৰিও যোৱা নাই। অথচ কালি দেখাৰ দৰে এবাৰো তাইক কল্পনা কৰা নাছিলোঁ। অ' লাইজ, তুমি যুদ্ধৰ পাচলৈ যদি জীয়াই থাকা, তেনেহ'লে আমাৰ ওচৰলৈ উলটি আহিবা। তেতিয়া মই কৰা অন্যায়ৰ বাবে তোমাৰ ওচৰত ক্ষমা খুজিম। মই তোমাক যেতিয়া সহায় কৰিবপৰা হ'ম, তেতিয়া জানো তোমাক সিমান সহায়ৰ দৰকাৰ হ'ব?

মই এতিয়া লাইজৰ কথা যিমান ভাবিছোঁ লাইজে জানো মোৰ কথা সিমান ভাবে?

হে ভগৱান, লাইজক ৰক্ষা কৰা, তাইক অকলশৰীয়া নকৰিবা, তাই যেন জানিব পাৰে মই তাইৰ কথা ইমান সহানুভূতিৰে ভাবিছোঁ আৰু তাকে লৈ তাই যেন মনত সাহস গোটাব পাৰে।

একো কৰিব নোৱাৰোঁ যেতিয়া এইবোৰ কথা ভাবি লাভ নাই। কিন্তু তাইৰ বহল কৰুণ চকুযুৰিৰ কথা কোনোমতে পাহৰিব নোৱাৰোঁ। লাইজৰ নিজৰ ওপৰত বিশ্বাস আছে নে নাই সেই কথা কোনো দিনাই মই সুধি চোৱা নাছিলোঁ। কিন্তু এতিয়া ভাবিছোঁ তাইৰ যদি আত্মবিশ্বাস আছে তেন্তে সকলো দুখ-কষ্ট নিৰবে সহ্য কৰিব পাৰিব। মই নিজে গোৱা সকলোখিনি যদি লাইজৰ লগত

ত্যাগ কৰিব পাৰিলোঁহেঁতেন, যদি তাইৰ ওচৰত কথা ভুল শুধৰাব পাৰিলোঁহেঁতেন। কিন্তু নাই, বহুত পলম হ'ল; এতিয়া মই মাত্র তাইৰ কাৰণে প্রার্থনাহে কৰিব পাৰিম।

তোমাৰেই এন্

সোমবাৰ, ৬ ডিচেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

চেণ্ট নিক'লাচ দিবস যিমানেই ওচৰ চাপি আহিল, সিমানেই আমাৰ যোৱা বছৰ ধুনীয়াকৈ সজোৱা খৰাহী আৰু আমি কৰা স্ফূর্তিৰ কথা মনত পৰিবলৈ ধৰিলে। এইবাৰ যে একো কৰা নহ'ব, সেই কথা ভাবি দুখ লাগিল। বহুত সময় মই ভাবিলোঁ কি কৰিবপৰা যায়। শেষত বুদ্ধি এটা মনত খেলালে। এই বিষয়ে মই দেউতাৰ লগত কথা পাতিলোঁ আৰু এসপ্তাহ আগৰপৰা প্রত্যেকৰে কাৰণে সৰু সৰু কবিতা এটা লিখিবলৈ ধৰিলোঁ।

দেওবাৰে গধূলি ৮ মান বজাত মই আৰু দেউতাই ধোৱা কাপোৰ থোৱা টুকুৰি এটা ব্রাউন পেপাৰেৰে ঢাকি বগা, নীলা কাগজেৰে তাৰ ওপৰখন সজাই ওপৰলৈ লৈ গ'লোঁ। পাচিটোৰ আকৃতি-প্রকৃতি দেখি সকলোৱে তবধ মানিলে। মই তেতিয়া চিঠিখন উলিয়াই পঢ়িবলৈ ধৰিলোঁ।

"চাণ্টা ক্লজ আগৰদৰে আকৌ আহিছে,
যদিও তেওঁৰ আগমন আগৰদৰে হোৱা নাই,
যোৱা বছৰৰ দৰে আনন্দমুখৰভাৱে এই দিনটো
আমি পালন কৰিব পৰা নাই;
কাৰণ আমাৰ সকলোৰে মনত তেতিয়া আছিল
আশাৰ বেঙনি।
কোনো আশাবাদীয়ে কল্পনা কৰা নাছিল—

চাণ্টা ক্লজক এইবাৰো এই নিৰানন্দ পৰিবেশত
লগ পাম বুলি!
তথাপিও মনৰ উৎসাহ আমি জীয়াই ৰাখিম।
আজি আমাৰ দিবলৈ একো নাই;
আমি নতুন ধৰণেৰে আয়োজন কৰিছোঁ;
প্ৰত্যেকেই যেন দয়া কৰি নিজৰ জোতাৰ ভিতৰত চকু দিয়ে।"

প্ৰত্যেকে যেতিয়া টুকুৰিটোৰপৰা নিজৰ নিজৰ জোতা উলিয়াই আনিলে তেতিয়া হাঁহিৰ খলকনি উঠিল; কাৰণ প্ৰত্যেকৰে জোতাতে গৰাকীৰ নাম আৰু ঠিকনা লিখা আছিল।

তোমাৰেই এন্

বুধবাৰ, ২২ ডিচেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

খুব বেয়া ধৰণৰ ফ্লু হোৱা কাৰণে তোমালৈ কেইবাদিনো লিখিব নোৱাৰিলোঁ। ইয়াত অসুখ হোৱাটো বৰ বিপদৰ কথা। যদি মোৰ কাহ উঠে কোনোবাই শুনে বুলি কম্বলৰ তলত সোমাব লাগে। কিন্তু এনে কৰোঁতেও নাকৰ সুৰসুৰণিটো নাযায়। কাহ দমাবলৈ গাখীৰ, মৌ, চেনি, লজেঞ্চ আদি খাবলগীয়া হ'ল। কাহৰ বাবে মোৰ ওপৰত যিবোৰ ঔষধ-পাতি ব্যৱহাৰ কৰা হ'ল, মনত পৰিলে এতিয়াও মোৰ মূৰ ঘূৰাব খোজে। ঘাম উলিয়াবলৈ জাপ জাপ গৰম কাপোৰ লোৱা, সেক-পোতক দিয়া, কুলকুলি কৰা, বুকুত তিতা কাপোৰ দিয়া, ভিভিত দৰব লগোৱা, নেমু-চৰ্বত খোৱা আৰু দুঘণ্টাৰ অন্তৰে অন্তৰে জ্বৰ জুখিবলৈ থাৰ্মমিটাৰ লগোৱা—কিযে কৰা নহ'ল! এনেকৈ জানো মানুহে ভাল পাব পাৰে? এইবোৰ তথাপি সহ্য কৰিবপৰা বিধৰ আছিল। কিন্তু ডাছেল যেতিয়া ডাক্তৰ সাজি মোৰ চিকিৎসা কৰিবলৈ আহি খোলা বুকুত কাণ পাতি ধপ্‌ধপনি শুনিব ধৰিছিল, তেতিয়া মোৰ

অসহ্য লাগিছিল। কোন কাহানিবাই ৩০ বছৰমান আগতে ডাক্তৰ হৈছিল, সেইবুলিয়ে মোৰ বুকুত শুই এনেকৈ কাণ পতা দেখি মই ৰব অপ্ৰস্তুত হ'লোঁ। তেওঁ কি মোৰ প্ৰেমিক নেকি? তাৰোপৰি তেওঁ মোৰ বুকুৰ শব্দ শুনিবলৈ প্ৰথমতে নিজৰ কাণখন ফুটা কৰিব লাগিব; কাৰণ মানুহজন ঘিহে কলা। বেমাৰৰ বিষয়ে আৰু নিলিখোঁ। মই এতিয়া সম্পূৰ্ণ আৰোগ্য হ'লোঁ, অলপ ওখ হ'লোঁ, দুই পাউণ্ড ওজন বাঢ়িল, ভোকো বেছি হ'ল।

বিশেষ খবৰ নাই। এই কেইদিন আমাৰ সবৰে খুব মিল হৈছে। যোৱা ছমাহে এনে মিল হোৱাই নাছিল। এলি এতিয়া-লৈকে আহিব পৰা নাই।

খৃষ্টমাচ্ উপলক্ষ্যত আমি মিঠাই, ছিৰাপ আৰু সৰহীয়াকৈ তেল পালোঁ। লগতে ধুনীয়া চিক্‌চিকীয়া 'ক্ৰচ' পিন এটাও পালোঁ। মিঃ ডাছেলে মাক আৰু শ্ৰীমতী ভান্‌ডানক মিয়েপৰ হতুৱাই কেক কৰাই দিলে। মইয়ো যোৱা ছমাহৰ নিজৰ ভাগৰ চেনি অলপ অলপকৈ গোটাই মিয়েপ আৰু এলিৰ কাৰণে খোৱাবস্তু এটা কৰিছোঁ।

বতৰটো সেমেকা; কিনকিনীয়া বৰষুণ দি আছে। পাকঘৰপৰা ভাল ভাল খোৱাবস্তুৰ গোন্ধ আহিছে। প্ৰত্যেকৰে পেট ভৰ্তি হৈ আছে। যুদ্ধৰ অৱস্থা অচল; মনৰ সাহো দিনে দিনে কমি আহিছে।

তোমাৰেই এন্

শুক্ৰবাৰ, ২৪ ডিচেম্বৰ, ১৯৪৩ চন

মৰমৰ কিটী,

মই তোমালৈ আগতে লিখিছোঁ কিদৰে ইয়াৰ পৰিবেশৰ দ্বাৰা মই প্ৰভাৱান্বিত হৈছোঁ আৰু এই প্ৰভাৱ দিনে দিনে মোৰ ওপৰত বেছি হৈ আহিছে। "পৃথিবীৰ শিখৰত বা নিৰাশাৰ গহ্বৰ"—

গোটেই কোৱা এই কথাবাৰ ইয়াতেই থাকে। যেতিয়া মই আন আন ইহুদী ল'ৰা-ছোৱালীৰ লগত তুলনা কৰোঁ, তেতিয়া নিজকে পৃথিৱীৰ শিখৰত থকা যেন লাগে। আকৌ যদি বাহিৰত' থাকি ৰং-তামচা কৰা মানুহৰ লগত নিজৰ অৱস্থা তুলনা কৰোঁ, তেতিয়া-হ'লে নিজকে নিৰাশাৰ গহ্বৰত থকা যেন লাগে। আজিৰ কথাই ধৰা। শ্ৰীমতী কোফিয়াচে তেওঁৰ জীয়েক কোৰীয়ে ( Corry ) হকী ক্লাব, নাট্যাভিনয় আৰু কেনেকৈ বন্ধু-বান্ধৱ লৈ আনন্দ স্ফূৰ্তি কৰে সেইবোৰ গল্প কৰিলে। তেতিয়া মনটো বৰ বেছি বেয়া লাগিছিল। মই যে কোৰীক হিংসা কৰিছোঁ তেনে নহয়। কিন্তু মোৰ নিজৰ মন হাঁহি-তামচাৰ কাৰণে ব্যাকুল হৈ পৰে। বছৰৰ এই কেইদিন অৰ্থাৎ 'নিউ ইয়েৰছ্', 'খৃষ্ট্মাচ'ত যেতিয়া বাহিৰৰ পৰিৱেশটো আনন্দমুখৰ হৈ পৰিছে তেতিয়া আমি ইয়াত এনেকৈ আবদ্ধ হৈ থাকিবলগীয়া হৈছে। মই পিচে এনেকৈ লিখাটো উচিত হোৱা নাই। কিন্তু তুমি বেয়া পাব নোৱৰা; মই তোমাক আগতে কৈছিলোঁ "কাগজ মানুহতকৈ ধৈৰ্য্যশীল।" সেইবাবে তোমালৈ মই এইবোৰ দুখৰ কথা লিখিছোঁ।

যেতিয়া কোনো মানুহ বাহিৰৰপৰা আহে, তেওঁলোকৰ গাত, কাপোৰত, মুখত বাহিৰৰ ঠাণ্ডা মুকলি বতাহ লাগি অহা যেন লাগে। তেতিয়া মই ভাবোঁ, "কেতিয়াকৈ নো আমি তেওঁলোকৰ দৰে মুকলি বতাহ ল'ব পাৰিম?" মই জানো যে এনেবোৰ চিন্তা মনলৈ অহা ভাল নহয়। সাহসেৰে মূৰ দাঙি আমি বাস্তৱৰ সন্মুখীন হ'ব লাগিব। কিন্তু তথাপিও এবছৰতকৈ বেছি সময় এনে বন্দী অৱস্থাত থাকিবলগীয়া হোৱাত যিবোৰ অনুভূতি মনলৈ আহে সেইবোৰ মষিমূৰ কৰিব নোৱাৰি। মই বাহিৰত গৈ চাইকেল চলাই, হাঁহি-মাতি, ৰং-তামচা কৰি পৃথিৱীখন উপভোগ কৰিব বিচাৰোঁ, কিন্তু মোৰ মনৰ ভাব কোনোমতে বাহিৰত প্ৰকাশ কৰা উচিত নহয়। যদি আমি ইয়াত থকা গোটেইকিজনে নিজৰ

অৱস্থাক লৈ দুখ কৰিবলৈ বহোঁ বা অসন্তুষ্টিৰ ভাব মুখত লৈ ফুৰোঁ, আমাৰ অৱস্থানো কি হ'ব? মাজে মাজে মই নিজকে নিজে প্ৰশ্ন কৰোঁ, "মোৰ মনৰ এই দুখ কোনোবাই বুজিব জানো? কোনোবাই ভাবিব জানো মোৰ নিচিনা এজনী উঠি অহা ছোৱালীয়ে কিমান বেছি পাবলৈ আশা কৰে?" মই মোৰ দুখৰ কথা কাকো কব নোৱাৰোঁ; কাৰণ মই কবলৈ বুলি মুখ খুলিলেই চকুপানী ওলায়। কান্দিলে কিন্তু বহুতখিনি দুখ পাতল হ'ব।

নিজৰ আত্মবল অটুট ৰাখিবলৈ মই নানান ধৰণৰ চেষ্টা কৰিছোঁ। কিন্তু ইয়াৰ মাজতে এটা ডাঙৰ অভাৱ অনুভৱ কৰোঁ। সেই অভাৱটো হ'ল এগৰাকী দৰদী মাৰ যি গৰাকীয়ে মোৰ অৱস্থা ভালদৰে বুজি পাব। যেতিয়াই মই কিবা এটা চিন্তা কৰোঁ বা লিখোঁ, মই মোৰ কল্পনাৰ মাৰ কথা ভাবোঁ। মই আগলৈও মোৰ ল'ৰা-ছোৱালীৰ চকুত এগৰাকী আদৰ্শ মা হ'ম, যিগৰাকী মায়ে সাধাৰণভাৱে কোৱা কথাত গুৰুত্ব নিদিয়ে, কিন্তু ল'ৰা-ছোৱালীৰ কথাত বেছি মন-কাণ দিয়ে। মই মাক 'মাম' বুলি কওঁ আৰু মাতোতে 'মাম্‌চ'ৰ নিচিনা শুনা যায়। কিন্তু 'মাম্‌চ'ৰ পাছত যদি 'ঈ' শব্দটো লগাই দিয়া হয়, তেতিয়াহ'লে 'মাম্‌চী' হ'ব আৰু মোৰ যেন লাগে 'মাম্‌চী' শব্দটোৱে মা-সুলভ গুণখিনি বুজায়। সেয়ে মোৰ ল'ৰা-ছোৱালীৰ বাবে মই 'মাম্‌চী' হ'ব বিচাৰোঁ। নিজৰ মাকো 'মাম্‌চী' বুলি কবৰ মন যায়। কিন্তু মায়েতো উপলব্ধি কৰিব নোৱাৰে মোৰ মনৰ কথাখিনি। মিছাতে বেয়াহে পাব পাৰে।

আজিলৈ থাওক। ইমানখিনি খুলি কোৱাৰ পাচত মোৰ নিৰাশাৰ ভাবটো বহুত কমিল।

তোমাৰেই এন্‌

শনিবাৰ, ২৫ ডিচেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

এই খৃষ্ট্‌মাচৰ কেইদিন মোৰ দেউতাৰ কথা আৰু দেউতাই বহুতদিন আগতে মোক কোৱা তেওঁৰ ডেকা কালৰ ভালপোৱাৰ কাহিনী মনত পৰিছে। তেতিয়া মই দেউতাৰ কথাখিনি ভালদৰে উপলব্ধি কৰিবপৰা নাছিলোঁ। এতিয়া কিন্তু সেই কথাখিনি ভালকৈ বুজি পাইছোঁ।

দেউতাই হয়তো মনৰ কথাখিনি কাৰোবাৰ আগত খুলি কোৱাৰ প্ৰয়োজন হৈছিল আৰু সেই কাৰণেই মোৰ আগত কৈছিল। কাৰণ দেউতাই সাধাৰণতে নিজৰ কথা কাৰো আগত নকয়। দেউতাৰ মনত যে ইমানবোৰ দুখ আছে মাৰ্গটে হয়তো নাজানে। দেউতাই যিমানেই নকওক লাগিলে সকলো কথা পাহৰি পেলাইছে বুলি কোনোমতে বিশ্বাস কৰিব নোৱাৰোঁ। মনৰ এই দুখৰ কাৰণেই হয়তো দেউতা ইমান বেছি উদাৰ আৰু সহিষ্ণু। দেউতাৰ নিচিনা দুখ নোপোৱাকৈ মই কিছুমান গুণ পাবলৈ আশা কৰোঁ।

তোমাৰেই এন

সোমবাৰ, ২৭ ডিচেম্বৰ, ১৯৪৩ চন

মৰমৰ কিট্টী,

শুক্ৰবাৰৰ দিনা জীৱনত প্ৰথমবাৰৰ বাবে মই খৃষ্ট্‌মাচৰ উপহাৰ পালোঁ। কোফিয়াচ আৰু ক্ৰেলাৰৰ ঘৰৰ ছোৱালী কেইজনীয়ে আমাক অবাক কৰি দিয়াকৈ খৃষ্ট্‌মাচৰ উপহাৰৰ আয়োজন কৰিলে। মিয়েপেও ধুনীয়া কেক এটা উপহাৰ দিলে। তাৰ ওপৰত লিখা আছিল—"১৯৪৪ত শান্তি"। এলিয়েও যুদ্ধৰ আগৰ নিচিনা ভাল ১ পাউণ্ড বিস্কুট আনিলে। পিটাৰ, মাৰ্গট আৰু মোৰ কাৰণে মিঠা মদ আৰু ডাঙৰবোৰৰ কাৰণে বিয়েৰ দিলে। প্ৰত্যেকৰে টোপোলাবোৰ বৰ ধুনীয়াকৈ বান্ধি ওপৰত একোখনকৈ

ছবি থকা কাগজ লগোৱা হৈছিল। এইবোৰ নোহোৱাহ'লে খৃষ্টমাচ্ আমাৰ বাবে একেবাৰে নিৰানন্দময় হ'লহেঁতেন।

তোমাৰেই এন্

বুধবাৰ, ২৯ ডিচেম্বৰ, ১৯৪৩ চন।

মৰমৰ কিটী,

যোৱাকালি গধূলিবপৰা মোৰ মনটো আকৌ বেয়া হৈছে। লাইজ আৰু আইতাৰ কথা বাৰে বাৰে মনলৈ আহিছে। আইতা বৰ মৰমিয়াল আছিল। তেওঁৰ এটা গুৰুতৰ ধৰণৰ গোপনীয় বেমাৰ আছিল। কিন্তু সেই বেমাৰৰ কথা কাকো কোৱা নাছিল। নিজে নিজেই কষ্ট ভুগিছিল। তেওঁৰ কষ্ট কিমান আমি সেইটো বুজিবপৰা নাছিলোঁ। আইতাই আমাক খুব ভাল পাইছিল। বিশেষকৈ মই দুষ্টামি কৰিলেও সদায় মোৰ পক্ষ লৈছিল। আইতাই সঁচাকৈয়ে মোক ভাল পাইছিল কিন্তু কিমান বুজি পাইছিল ক'ব নোৱাৰোঁ। আমি কোনেও নিজৰ বিষয়ে আইতাৰ লগত কথা নাপাতিছিলোঁ। আমাৰ সকলোৰে মৰম থকা সত্ত্বেও আইতাই যে কিমান অকলশৰীয়া অনুভৱ কৰিছিল মই এতিয়াহে বুজিব পাৰিছোঁ কাৰণ কোনো এজন মানুহক বহুতে ভাল পালেও যদি কোনোবা এজন বিশেষ ব্যক্তিৰ ভালপোৱা নাপায় তেন্তে তেওঁৰ মনৰ নিঃসঙ্গতা দূৰ নহয়।

লাইজে বাৰু এতিয়া কি কৰিছে? তাই জানো এতিয়াও জীয়াই আছে? হে ভগবান, লাইজক যেন আমি আকৌ ঘূৰাই পাওঁ। মই প্ৰায়ে ভাবোঁ লাইজৰ অৱস্থাটোৱে মোৰ হ'ব পাৰিলেহেঁতেন। তেন্তে কিয় মই ইয়াৰ ঘটনাবোৰ লৈ মন বেয়া কৰি থাকোঁ? ইমান ভালকৈ আৰামত থাকি মই ভালহে পাব লাগিছিল। আচলতে মই স্বাৰ্থপৰ আৰু ভয়াতুৰ। মই সদায় ভয়লগা কথাবোৰ চিন্তা কৰোঁ। তাৰ আচল কাৰণ হ'ল মই

ভগৱানৰ ওপৰত এতিয়ালৈকে সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিবপৰা নাই। আচলতে ভগৱানে মোক যিমান দিছে সিমান পোৱাৰ যোগ্যতা মোৰ নাই। মই যদি মোৰ লগত অন্য মানুহৰ দুখৰ কথা ভাবোঁ তেন্তে মই দিনটো কান্দি থাকিব লাগিব। এতিয়া মই অকল ভগৱানক প্ৰাৰ্থনা কৰিব লাগিব যাতে কিবা অলৌকিক শক্তিৰ বলেৰে লাইজৰ দৰে দুখ-কষ্ট ভুগি থকা নিৰপৰাধ মানুহবোৰক যেন ৰক্ষা কৰে।

তোমাৰেই এন্

দেওবাৰ, ২ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি ৰীতিপুৰা মোৰ কাম নথকা বাবে ডায়েৰীখনকে লৈ পাতবোৰ লুটিয়াই থাকোঁতে দেখিলোঁ যে মাৰ ওপৰত বহুতো ঠাইত বেয়া ধৰণেৰে মন্তব্য কৰিছোঁ। এই কুট মন্তব্যবোৰ দেখি মই নিজেই আচৰিত হ'লোঁ। কেনেকৈ মোৰ মনৰপৰা ইমান ঘৃণাৰ ভাব ওলাইছিল? খোলা ডায়েৰীৰ পাত আগত লৈ বহুত সময় চিন্তা কৰিলোঁ, কেনেকৈ মোৰ ইমান খং উঠি ইমান বেয়া কথা লিখিলোঁ? মই এতিয়া এবছৰৰ আগৰ এনৰ কথা বুজিবলৈ চেষ্টা কৰি এনেকুৱা কথা লিখাৰ দোষত দোষী এনক ক্ষমা কৰিব খুজিছোঁ। যদি এই গালি-গালাজৰ কাৰণ বুজি নাপাওঁ, তেন্তে মোৰ বিবেকে শান্তি নিদিয়ে।

এতিয়াৰ দৰে তেতিয়াও মই মনৰ অশান্তিত আছিলোঁ। সেই-কাৰণে কোনো কথাই মই ভালকৈ বুজিব নোৱাৰিছিলোঁ। খঙতে মই বিবেচনাহীন হৈ কিবা এটা কৰি পেলাইছিলোঁ। মই নিজকেহে বুজি পাইছিলোঁ। নিজৰ সুখ-দুখ, আনন্দ-ঘৃণাৰ কথা ডায়েৰীৰ পাতে পাতে লিখি ভৰাই পেলাইছিলোঁ। সেইকাৰণে ডায়েৰীখন মোৰ কাৰণে এক অমূল্য সম্পদ। কিন্তু কিছুমান ঠাইত "অতীত মৰহি গ'ল" বুলি লিখিবলগীয়া হ'ল। পাতো আছে।

মাজে মাজে মাৰ ওপৰত মোৰ খুব খং উঠিছিল ; আজিকালিও উঠে। মায়েও মোক ভালকৈ বুজি নাপাইছিল। মায়ে মোক ভাল পাইছিল, মৰমো কৰিছিল, কিন্তু মোৰ কাৰণে নানান অপ্ৰীতিকৰ পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হোৱাত আৰু নিজৰো এশ এবুধি চিন্তাৰ মাজত অতীষ্ঠ হৈ পৰাত মোৰ ওপৰত উবহৰ খং ভগা ঢাৰিত সাৰিছিল। মই মাৰ কথা গম্ভীৰভাৱে লৈ অপমানিত বোধ কৰিছিলোঁ আৰু মাৰ লগত নিষ্ঠুৰ ব্যৱহাৰ কৰিছিলোঁ। এই সকলোবোৰৰ মূলতে হ'ল আমাৰ মানসিক অশান্তি আৰু এই অস্বাভাৱিক অৱস্থা। মই কথাবোৰ দকৈ নাভাবি খণ্ডত যা-তা লিখিছিলোঁ। স্বাভাৱিক অৱস্থাত হোৱা হ'লে এনেধৰণৰ কথাত ছুবাৰমান গোৰোহা মাৰি দপ্ দপাই অকলে অকলে মাৰ নাম কাঢ়ি বকিলেই সকলো ঠিক হ'লহেঁতেন।

মাক আকৌ চকুপানী টুকোৱাৰ দিন পাৰ হ'ল। কাৰণ মই ডাঙৰ হ'লোঁ, জ্ঞানী হ'লোঁ, বুজিবপৰা হ'লোঁ। মাৰো খিঙ্ খিঙীয়া স্বভাৱ কমি গৈছে। কিবা কথাত বেয়া পালেও মই নীৰবে সহ্য কৰোঁ। মায়েও মুখেৰে নামাতে। সেই কাৰণে আজিকালি মাৰ আৰু মোৰ সম্পৰ্ক ভালৰ ফাললৈ আহিছে। মই মাক নিতান্ত নিৰ্ভৰশীল ল'ৰা-ছোৱালীৰ নিচিনাকৈ ভাল পাব নোৱাৰোঁ। কিয়নো সেই প্ৰবৃত্তি মোৰ নাই।

এতিয়া মোৰ একমাত্ৰ সান্ত্বনা এইয়ে যে বিবোৰ কথা মই ডায়েৰীৰ পাতত লিখিলোঁ সেইবোৰ মায়ে শুনিবলৈ নাপালে। মাৰ কাণত পৰা হ'লে এই কথাবোৰে মাৰ বুকুত কাঁইটৰ দৰে বিন্ধি থাকিলেহেঁতেন।

তোমাৰেই এন্

বুধবাৰ, ৫ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই আজি তোমাৰ আগত দুটা কথা স্বীকাৰ কৰিব লাগিব। তাৰ কাৰণে যথেষ্ট সময়ৰ দৰকাৰ হ'ব। কিন্তু মই কথাখিনি কাৰোবাক কৰই লাগিব। এই গোপনীয় কথাখিনি তোমাৰ বাহিৰে আন কাকো কব নোৱাৰি।

প্ৰথমটো হ'ল মাৰ বিষয়ে। তুমি জানা যে মাক লৈ মোৰ অসন্তোষৰ শেষ নাই। তথাপিও মই মাৰ লগত ভাল হৈ থাকিবলৈ চেষ্টা কৰি আহিছোঁ। হঠাৎ মই উপলব্ধি কৰিলোঁ মাৰ মাজত কিহৰ অভাৱ আছে যে মই মাক ভাল পাব নোৱাৰিলোঁ। মায়ে নিজেই কৈছে যে আমাৰ লগত মাৰ সম্বন্ধ মাকতকৈ বন্ধুৰ নিচিনাহে। কথাখিনি শুনিবলৈ শুৱলা; কিন্তু মাৰ ঠাই বন্ধুৱে কেতিয়াও পূৰাব নোৱাৰে। মই মোৰ মাক "মা" হিচাবে বিচাৰোঁ আৰু মাৰ দৃষ্টান্তত নিজকে গঢ়িব খোজোঁ, কিন্তু মাৰ্গটে হয়তো বেলেগ ধৰণেৰে ভাবে আৰু মই কোৱা কথাখিনি তেওঁ বুজিবলৈ টান পাব। সেইতাই মাৰ কথা উলিয়ালেই অন্য কথা কৈ সেই কথা তল পেলায়। "মা" শব্দটো লৈ মোৰ ধাৰণা হ'ল এই যে আচল মাকে নিজৰ ল'ৰা-ছোৱালীৰ সমস্যাবিলাক অতি কৌশলেৰে ধৈৰ্য ধৰি ঠাট্টা বিদ্ৰূপ নকৰাকৈ সমাধান কৰিব পাৰে।

এটা কথাৰ কাৰণে মই মাক কোনো দিনাই ক্ষমা কৰিব পৰা নাই। ইয়ালৈ অহাৰ আগতে এদিন মই মোৰ দাঁতৰ ডাক্তৰৰ ওচৰলৈ যাব লগা হ'ল। লগতে মা আৰু মাৰ্গটো গ'ল। মোক চাইকেল লৈ যাবলৈ কোৱাত মই চাইকেলেৰে গ'লোঁ। ডাক্তৰৰ ওচৰত কাম শেষ হ'লত মা আৰু মাৰ্গট কিবা এটা কিনিবলৈ বজাৰলৈ যাবলৈ ওলাল। ময়ো তেওঁলোকৰ লগত যাবলৈ ওলালোঁ। কিন্তু মোৰ হাতত চাইকেল আছে বুলি যাবলৈ নিদিলে। যাবলৈ

নাপাই মই কান্দিবলৈ ধৰিলোঁ। মা আৰু মাৰ্গটে কান্দোন দেখি হাঁহিবলৈ ধৰিলে। তেতিয়া মোৰ ইমান খং উঠিল যে মই জিভা উলিয়াই তেওঁলোকক ৰাস্তাৰ মাজতে শিয়াঁৰি দিলোঁ। মোৰ কাণ্ড দেখি ৰাস্তাইদি যোৱা বুঢ়ী মানুহ এগৰাকী হতভম্ব হৈ ৰ'ল। তাৰ পাচত মই চাইকেলত উঠি ঘৰলৈ আহি বহুত সময় অকলে অকলে কান্দিলোঁ। সেইদিনাৰ মাৰ ব্যৱহাৰে মোৰ মনত যি আঘাত দিছিল সেই কথা মনত পৰিলে এতিয়াও মোৰ বেয়া লাগে।

দ্বিতীয়টো মোৰ ব্যক্তিগত কথা। যোৱাকালি মই চিজ্ হিষ্টাৰে ( Sis Heyster ) লিখা "লাজত মুহ্‌কছ যোৱা" এই বিষয়ৰ প্ৰবন্ধ এটা পঢ়িলোঁ। প্ৰবন্ধটো পঢ়ি মোৰ এনে লাগিল যেন মোকেই উদ্দেশ্য কৰি লিখা হৈছে। যদিও মই সহজে লাজত জঁয় পৰি যোৱা বিধৰ নহয়, তথাপি ইয়াত উল্লেখ কৰা অন্য কথাবোৰ মোৰ লগত মিলি গৈছে। প্ৰবন্ধৰ কথাখিনি হ'ল— ডাঙৰ হোৱা বয়সত ছোৱালীবোৰৰ চিন্তাধাৰা সাধাৰণতঃ অন্তমুখী হয় আৰু নিজৰ শৰীৰত হোৱা পৰিৱৰ্তনবোৰ দেখি বিস্ময়ৰে নানান ধৰণৰ চিন্তা কৰে। এই বিস্ময়ৰ অনুভূতিটো মোৰো হৈছে। সেই কাৰণে আজিকালি মই মা-দেউতা আৰু বাইদেউৰ আগত অপ্ৰস্তুত হওঁ। কিন্তু এটা হাঁহি উঠা কথা—যদিও মাৰ্গট মোতকৈ লাজকুৰীয়া কিন্তু মোৰ নিচিনাকৈ অপ্ৰস্তুত নহয়।

মোৰ শৰীৰৰ বাহিৰত যিবোৰ পৰিৱৰ্তন হৈ আছে সেইবোৰ বিস্ময়কৰ; কিন্তু শৰীৰৰ ভিতৰৰ পৰিৱৰ্তনবোৰ আৰু ৰহস্যজনক। মই এইবোৰ কথা নিজৰ বাহিৰে আনৰ লগত পাতিব নোৱাৰোঁ। এতিয়ালৈকে মোৰ তিনিবাৰমান গা বেয়া হৈছে। যদিও এই সময়ত বিষ হয়, অশান্তি লাগে, লেতেৰা যেন লাগে, তথাপি নিজৰ যে কিবা এটা গোপনীয় কথা আছে, তাকে ভাবি ভাল লাগে আৰু কেতিয়াকৈনো সেই সময়টো আকৌ আহি পায় তাৰ প্ৰতীক্ষাত থাকোঁ।

চিজ্ হিষ্টাৰৰ মতে এই বয়সৰ ছোৱালীবোৰ নিজৰ ব্যক্তিত্বৰ বিষয়ে স্পষ্ট ধাৰণা নাথাকিলেও নিজৰ ভিতৰত যে নিজাকৈ চিন্তাধাৰা, ধাৰণা আদি আছে সেই বিষয়ে সজাগ হয়। মই ইয়ালৈ অহাৰ পাচত, মোৰ বয়স ১৪ বছৰ থাকোঁতেই আন সৰ্বসাধাৰণ ছোৱালীতকৈ বহুত আগতেই নিজৰ স্বতন্ত্ৰ ব্যক্তিত্বৰ বিষয়ে অনুভৱ কৰিবলৈ ধৰিলোঁ। ৰাতি যেতিয়া মই শুই থাকোঁ তেতিয়া মাজে মাজে নিজৰ বুকুত হাত দি ভিতৰৰ ছন্দময় ধ্বনি শুনিবলৈ ইচ্ছা হয়। এনেধৰণৰ অনুভূতি হয়তো মোৰ মনত সুপ্ত অৱস্থাত বহুত দিনৰ আগৰপৰাই আছিল। মনত পৰে ইয়ালৈ অহাৰ আগতে মই এগৰাকী বান্ধৱীৰ লগত শুইছিলোঁ। হঠাৎ মোৰ তেওঁক চুমা খাবৰ মন গ'ল আৰু চুমা এটা খালোঁ। সদায় লুকুৱাই ৰখা তেওঁৰ শৰীৰটো এবাৰ চোৱাৰ খুব বেছি হেঁপাহ হ'ল। সেই কাৰণে মই তাইক ক'লোঁ যে আমাৰ বন্ধুত্বৰ চিনস্বৰূপে দুয়ো দুয়োজনীৰ বুকুত হাত দি চাওঁ। কিন্তু তাই তেনে কৰিবলৈ নিদিলে। ভেনাচৰ নিচিনা নগ্ন নাৰীমূৰ্তি দেখিলে মোৰ মনত উত্তেজনাৰ সৃষ্টি হয়। এই মূৰ্তিবোৰৰ সৌন্দৰ্য দেখি মই ইমান অভিভূত হওঁ যে মোৰ দুগালেদি চকুপানী বৈ যায়।

যদি মোৰ এগৰাকী ছোৱালী বন্ধু থাকিলহেঁতেন!

তোমাৰেই এন্

বৃহস্পতিবাৰ, ৬ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

কাৰোবাৰ লগত মোৰ কথা পতাৰ ইচ্ছাটো ইমান বেছি প্ৰবল হ'ল যে মই পিটাৰৰ লগতে কথা পাতিম বুলি ঠিক কৰিলোঁ।

কেতিয়াবা কেতিয়াবা মই পিটাৰৰ কোঠালৈ গ'লেও পিটাৰে বেছি সময় থাকিলে আমনি পাব বুলি নাথাকোঁ। কাৰণ পিটাৰৰ

স্বভাৱ ইমান শান্ত যে সি আমনি লাগিলেও মুখ খুলি নকয়। কিন্তু কিবা এটা চেলু উলিয়াই কেনেকৈ পিটাৰৰ লগত বেছি সময় কথা পাতিব পাৰোঁ তাকে চিন্তা কৰোঁ। কালি তেনে এটা সুবিধা হ'ল। পিটাৰৰ "ক্ৰচৱৰ্ড পাজোল" (crossword puzzles) সমাধা কৰাত বৰ নিছা। তাক এই কামত সহায় কৰিবলৈ বুলি তাৰ মুখামুখিকৈ থকা ডিভান এখনত বহিলোঁ। পিটাৰ মোৰ মুখামুখিকৈ চকি এখনত বহিছিল। তাৰ ওঠত অদ্ভুত ধৰণৰ হাঁহি এটা লাগি আছিল। কিন্তু যেতিয়া মই তাৰ গভীৰ নীলা চকুযুৰিলৈ চাইছিলোঁ মোৰ মনত এটা অদ্ভুত অনুভূতি হৈছিল। মই যেন তাৰ মনৰ কথাবোৰ পঢ়িব পাৰিছোঁ, মই তাৰ চকুৰে-মুখে অসহায়, অনিশ্চয়তাৰ ভাৱ আৰু পুৰুষালিৰ প্ৰকাশ দেখা পাইছিলোঁ। তাৰ লাজকুৰীয়া স্বভাৱ দেখি মই শান্ত হৈ বহি আছিলোঁ। কিন্তু মোৰ বাৰে বাৰে তাৰ ক'লা শান্ত চকুযুৰিৰ ওপৰত চকু পৰিছিল আৰু মই তাক অন্তৰেৰে কৈছিলোঁ যে এই কেপ্‌কেপাই থকা ছোৱালীজনীৰ অন্তৰখন দেখিবলৈ পোৱা নাই নে কি? তোমাৰ মনৰ কথা খুলি নোকোৱা কিয়?

লাহে লাহে গধূলি হৈ আহিল। বিশেষ একো কথা পতা নহ'ল। মই অকল "লাজত মুছ্‌কছ্‌ যোৱা"ৰ বিষয়ে কথা পাতিলোঁ। কিন্তু ইয়াত লিখা সব কথা কোৱা নাই।

ৰাতি বিচনাত শুই শুই গোটেই পৰিস্থিতিটোৰ কথা ভাবি পিটাৰৰ লগত উপযাচি বন্ধু হ'বলৈ যোৱাৰ কথা ভাবি, নিজৰ ওপৰত ধিক্কাৰ উপজিল। তথাপিও নিজৰ মনৰ ইচ্ছা পূৰাবলৈ মানুহে কত কি কৰিব লাগে! 'মোকো কথা পাতিবলৈ এজন লগ লাগে আৰু যেনে-তেনে পিটাৰক কথা কোৱাবই লাগিব। তুমি যিয়েই নাভাবা লাগে পিটাৰৰ প্ৰেমত পৰিছোঁ বুলি নাভাবিবা। ভানডানৰ পুতেক নহৈ জীয়েক এজনী থকা হ'লেও বন্ধু হ'ব লাগিলহেঁতেন।

মই আজি ৰাতিপুৱা ৭ বজালৈ ৫ মিনিট থাকোঁতে সপোন এটা দেখি চক খাই সাৰ পালোঁ। সপোনটো মোৰ এতিয়াও স্পষ্ট মনত আছে। মই আৰু পিটাৰ (ৱোছেল) মুখামুখিকৈ বহি মেৰী বোছৰ ( Mary Bos ) ছবিৰ কিতাপ এখন চাই আছিলোঁ। ছবি কেইখন মোৰ এতিয়াও মনত আছে। হঠাৎ পিটাৰৰ ধুনীয়া চকু মোৰ ওপৰত পৰিল আৰু বহুত সময় আমি দুয়ো চাই থাকিলোঁ। তাৰ পাচত পিটাৰে কোমল সুৰত ক'লে, "তুমি এনেকৈ ভাল পোৱা বুলি জনা হ'লে মই বহুত আগতেই আহিলোঁহেঁতেন।" কথাষাৰ শুনি মই ইমান বেছি অভিভূত হ'লোঁ যে পৰ্টকৃকৈ মুখটো ঘুৰাই দিলোঁ। আৰু লগে লগে মোৰ গালত পিটাৰৰ ঠাণ্ডা গালৰ স্পৰ্শ পালোঁ, ঠিক সেই সময়তে মই সাৰ পালোঁ। কিন্তু তেতিয়াও সেই স্পৰ্শ মই অনুভৱ কৰি আছিলোঁ আৰু ধুনীয়া চকুযুৰিয়ে মোৰ ফালে চাই থকা যেন লাগিছিল। পিটাৰক পাই আকৌ হেৰুৱালোঁ। সেই কথা ভাবি মোৰ চকুপানী ওলাল। কিন্তু এই কথা ভাবি ভাল লাগিল যে পিটাৰেই মোৰ মনৰ একমাত্ৰ পুৰুষ।

মোৰ ইয়াত দেখা সপোনবোৰ বৰ বেছি জীৱন্ত। প্ৰথমে মই দেউতাৰ মাকক দেখিলোঁ, তাৰ পাচত দেখিলোঁ মাৰ মাকক, তাৰ পাচত দেখিলোঁ লাইজক; নিৰ্যাতীত ইহুদীসকলৰ প্ৰতীক হিচাবে লাইজ মোৰ সপোনত ওলালহি। আৰু এতিয়া আহিল মোৰ মনৰ প্ৰিয় পিটাৰ। ইয়াৰ আগতে পিটাৰৰ ইমান স্পষ্ট ছবি মোৰ মনলৈ অহা নাছিল। তেওঁক চাবলৈ কোনো ছবিৰ দৰকাৰ নাই। মোৰ চকুৰ আগতে তেওঁক দেখা পাওঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ৭ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই যে কি গাধৰ নিচিনা মূৰ্খ! মোৰ ল'ৰা বন্ধুৰ বিষয়ে তোমাক ক'বলৈ পাহৰিয়েই আছিলোঁ।

মই কিণ্ডাৰগাৰ্টেনত থাকোঁতে কেৰল ছেমছন (Karl Samson) নামৰ ল'ৰা এজনৰ লগত খুব মিল হ'ল। তাৰ দেউতাক ঢুকুৱাত মাকৰ সৈতে মাহীয়েকৰ ঘৰত আছিল। কেৰলৰ মাহীয়েকৰ কাণসমনীয়া ল'ৰা কৰী তাতকৈ বেছি ধুনীয়া আৰু প্ৰশংসাৰ পাত্ৰ আছিল। মই কিন্তু প্ৰথমৰপৰা ৰসিক কেৰলকহে বেছি ভাল পাইছিলোঁ। আমি বহুত দিনলৈকে একেলগে ফুৰাচকা কৰিছিলোঁ; কিন্তু কোনোদিনাই সি মোৰ মৰম বুজিলে।

তাৰ পাচত মোৰ জীৱনলৈ আহিল পিটাৰ। মই সঁচাকৈয়ে সৰু ছোৱালীৰ দৰে পিটাৰক ভাল পাইছিলোঁ। সিও মোক খুব মৰম কৰিছিল। আমি দুয়ো এবাৰ গৰমত একেলগে থাকিলোঁ। সি বগা পোছাক কৰি, মই গৰমৰ চুটি ফ্ৰক পিন্ধি হাতত ধৰাধৰিকৈ ফুৰা মোৰ এতিয়াও মনত পৰে। গৰম বন্ধৰ পাচত সি হাইস্কুলৰ প্ৰথম শ্ৰেণীলৈ গ'ল; মই প্ৰাইমেৰী স্কুলৰ ষষ্ঠ বৰ্গত নাম লগালোঁ। স্কুলৰপৰাও সি মোক লগ ধৰিছিল আৰু মইয়ো তাক লগ পাইছিলোঁ। পিটাৰ খুব ধুনীয়া, ওখ, পাতল, ধুনীয়া চকু, ক'লা চুলিৰ, জোঙা নাকৰ বুদ্ধিমান ল'ৰা আছিল। তাৰ হাঁহিটো মোৰ বৰ ভাল লাগিছিল। সি যেতিয়া হাঁহে, তাক বৰ দুষ্ট যেন লাগিছিল।

মই যেতিয়া গৰমৰ বন্ধত গাৱঁত থাকি ঘূৰি আহিলোঁ, তেতিয়া পিটাৰ আগৰ ঘৰত নাছিল। সি অন্য এটা ঘৰত ডাঙৰ ল'ৰা একজনৰ লগত থাকিবলৈ ল'লে। সেই ডাঙৰ ল'ৰাজনে পিটাৰক মোৰ নিচিনা সৰু ছোৱালী এজনীৰ লগত ফুৰাচকা কৰাটো বেয়া

বুলি বুজালে। ফলত পিটাৰে মোক লগ এৰা দিলে। মই তাক ইমান ভাল পাইছিলোঁ যে এই নিষ্ঠুৰ সত্যৰ মুখামুখি হবলৈ কোনোমতে সাহস কৰা নাছিলোঁ। সেইকাৰণে আকৌ তাক লগ পাবলৈ ব্যাকুল হৈছিলোঁ, কিন্তু শেষত বুজি পালোঁ যে তাৰ পাচত ইমানদৰে লাগি থকা বুলি আনে গম পালে মোক ল'ৰা-পাগল বুলি ক'ব। এইদৰে কেইবাবছৰো গ'ল। পিটাৰে তাৰ সমনীয়া ছোৱালীৰ লগত ফুৰিবলৈ ধৰিলে। মোক দেখিলেও মাত এষাৰ নিদিয়া হ'ল। মই কিন্তু তাক পাহৰিব নোৱাৰিলোঁ।

ইতিমধ্যে মই ইহুদীসকলৰ চেকেণ্ডাৰী স্কুললৈ গলোঁ; বহুতো ল'ৰাক লগ পালোঁ। সকলোৱে মোৰ সঙ্গ বিচৰা, প্ৰশংসা কৰা দেখি গৰ্ব অনুভৱ কৰিলোঁ। কিন্তু এইবোৰে মোৰ মন স্পৰ্শ কৰিব নোৱাৰিলে। পাচত হেৰীক লগ পালোঁ। সি মোৰ কাৰণে কেনেকৈ পাগল হৈছিল তোমাক কৈছোঁ। মই কিন্তু তাক ভাল পাব নোৱাৰিলোঁ।

কথা এটা আছে "সময়ে সকলো দুখ পাতলায়।" মই ভাবিছিলোঁ পিটাৰক মই পাহৰি পেলাইছোঁ; এতিয়া আৰু মই তাক ভাল নাপাওঁ। কিন্তু মোৰ অবচেতন মনত পিটাৰৰ স্মৃতি ইমান বেছি আছিল যে কেতিয়াবা মই নিজৰ ওচৰতে স্বীকাৰ কৰিছিলোঁ যে পিটাৰক ভাল নাপাওঁ বুলি কোৱাটো আচলতে মোৰ অন্য ছোৱালীৰ প্ৰতি এক ধৰণৰ ঈৰ্ষা প্ৰকাশ। কিন্তু কালি ৰাতিপুৱা মই বুজি পালোঁ যে আচলতে মোৰ একো পৰিবৰ্তন হোৱা নাই। মই যিমানে ডাঙৰ হৈ গৈছোঁ মোৰ প্ৰেমো সিমানে গম্ভীৰ হৈছে। পিটাৰে মোক সৰু ছোৱালী বুলি কিয় ভাবিছিল এতিয়া মই বুজিছোঁ। কিন্তু পিটাৰে মোক পাহৰি যোৱা বুলি ভাবিলে বৰ দুখ লাগে।

সপোনটোৱে কিন্তু মোৰ মনটো ওলট্-পালট্ কৰি দিলে। মই তাৰ মুখখন ইমান স্পষ্টভাৱে দেখিলোঁ যে আন কোনো

মানুহেই মোৰ মনত ইমান স্পষ্টভাবে থাকিব নোৱাৰে। আজি ৰাতিপুৱা দেউতাই যেতিয়া মোক চুমা খাইছিল মোৰ চিঞৰি ক'বৰ মন গৈছিল—"উস্! এইয়া যদি পিটাৰ হ'লহেঁতেন!" গোটেই দিনটো মই নিজে নিজে "মৰমৰ পিটাৰ" বুলি মাতি আছোঁ।

এতিয়া কোনে মোক সহায় কৰিব? মই একমাত্ৰ ভগৱানক প্ৰাৰ্থনা কৰিব পাৰোঁ যে ইয়াৰপৰা ওলাই যোৱাৰ পাচত আকৌ যেন পিটাৰক লগ পাওঁ। সি তেতিয়া মোৰ চকুত গভীৰ ভালপোৱাৰ প্ৰকাশ দেখি কৈ উঠিব, "এন্, আগতে মই জনা হ'লে বহুত সোনকালে তোমাৰ ওচৰলৈ আহিলোঁহেঁতেন!"

আইনাত নিজৰ মুখ চাই দেখিলোঁ যে মই বহুত বেলেগ হৈ গৈছোঁ। মোৰ চকুযুৰি নিৰ্মল গভীৰ, গালকেইখন ৰঙা আৰু মুখখন আগতকৈ বহুত কোমল। দেখাত মোক সুখী যেন লাগে। কিন্তু মুখত এনে এটা বিষাদৰ ছাঁ আছে যে ওঠত হাঁহি বিৰিঙিলেও আকৌ হেৰাই যায়। মোৰ মনত শান্তি নাই; কাৰণ মই যেনেকৈ পিটাৰৰ কথা ভাবোঁ পিটাৰে তেনেকৈ মোৰ কথা নাভাবে। তাৰ গভীৰ চকুযুৰি, কোমল ঠাণ্ডা গালৰ স্পৰ্শ মই পাহৰিব নোৱাৰোঁ।

অ' পিটাৰ, তোমাৰ স্মৃতিৰ গৰাহৰপৰা কেনেকৈ মুক্তি পাম? তোমাৰ অবিহনে মই কাৰো কথা ভাবিবই নোৱাৰোঁ। মই তোমাক ইমান ভাল পাওঁ যে মোৰ প্ৰেমে এতিয়া পাৰ ভাঙি মোকেই বুৰাই পেলাইছে। এসপ্তাহৰ আগতে মোক যদি কোনোবাই সুধিলেহেঁতেন, "তুমি কাক বিয়া কৰাবা?" মই উত্তৰ দিলোঁহেঁতেন, "মই নাজানো।" কিন্তু এতিয়া মোৰ উত্তৰ হ'ব "পিটাৰ"। পিটাৰক মই মনে-প্ৰাণে ভাল পাওঁ। পিটাৰক মই যথাসৰ্বস্ব দিম। কিন্তু সি সপোনতহে মোৰ মুখ স্পৰ্শ কৰিব পাৰে; দিঠকত তাক পোৱাৰ কোনো উপায় নাই।

এদিন যৌন প্ৰসঙ্গ আলোচনাৰ সময়ত দেউতাই কৈছিল যে এই অনুভূতি তোমাৰ মনত এতিয়াও উদয় হোৱা নাই। মই কিন্তু

তেতিয়াও এই অনুভূতিটো কি জানিছিলোঁ আৰু এতিয়া সম্পূৰ্ণ বুজি পাইছোঁ। এতিয়া পিটাৰৰ বাহিৰে মোৰ মৰমৰ কোনো নাই।

তোমাৰেই এন্

বুধবাৰ, ১২ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিটি,

আজি ১৫ দিনমান হ'ল এলি অফিচলৈ আহিছে। মিয়েপ আৰু হোক দুদিনমান অফিচলৈ অহা নাই। দুয়োজনেৰে বোলে পেটৰ অসুখ।

এইকেইদিন মোৰ নাচ শিকাৰ চখ হৈছে আৰু প্ৰত্যেক দিনা গধূলি ধৈৰ্য্যেৰে পদচালনা অভ্যাস কৰোঁ, মাৰ নীলা লেচ লগোৱা পেটিকোটটো কাটি মই এটা ধুনীয়া আধুনিক ধৰণৰ নাচৰ পোছাক টিক কৰিছোঁ। পোছাকৰ ওপৰত ৰিবন লগাই সন্মুখৰ পিনে সোঁ মাজত ফুলৰ দৰে কৰি দিছোঁ। তাৰ ওপৰত গুলপীয়া ৰিবন এডাল ওলোমাইছোঁ, মোৰ ব্যায়াম কৰা জোতাযোৰকে নাচৰ জোতা হিচাবে ব্যৱহাৰ কৰিছোঁ, বহুত দিনৰ অনভ্যাসৰ ফলত টান হোৱা হাত-ভৰিবোৰ আকৌ আগৰদৰে নমনীয় হব ধৰিছে। নাচৰ অভ্যাসৰ এটা অদ্ভুত ধৰণৰ ব্যায়াম হ'ল—মাটিত বহি দুই হাতেৰে ভৰিৰ তলুৱা ধৰি ভৰি দুটা শূন্যত তুলি দিয়া। এই ব্যায়াম কৰোঁতে কুচনৰ ওপৰত বহি লওঁ, নহ'লে মোৰ পিচফালটোৰ বিষত তত্ নাপাওঁ।

এই কেইদিন ইয়াত সকলোৱে "মেঘমুক্ত পুৱা" ( Cloudless Morn ) নামৰ কিতাপ এখন পঢ়িছে। কিতাপখনত যুৱক-যুৱতীৰ বহুতো সমস্যাৰ কথা আলোচনা কৰা হৈছে। মাৰ মতে কিতাপখন অতি ভাল। মই মনে মনে ভাবিলোঁ "এইবোৰ কিতাপ পঢ়াতকৈ প্ৰথমতে নিজৰ ছোৱালীৰ যত্ন লবলৈ শিকা।"

মাৰ ধাৰণা হ'ল তেওঁৰ নিচিনাকৈ ল'ৰা-ছোৱালীৰ যত্ন আন

কোনেও লৰ নোৱাৰে আৰু মাক-দেউতাকৰ লগত ল'ৰা-ছোৱালীৰ ভাল সম্পৰ্ক তেওঁলোকৰ দৰে ক'তো নাই। কিন্তু ল'ৰা-ছোৱালী বুলি ক'লে মায়ে অকল মাৰ্গটৰ কথাহে ভাবে। মাৰ্গটে কিন্তু মোৰ নিচিনাকৈ একো নাভাবে। তথাপি মই মাক এই কথা আঙুলিয়াই দিবলৈ ইচ্ছা নকৰোঁ যে মাৰ ধাৰণাটো একেবাৰে ভুল; কাৰণ এনে কৰিলে মায়ে অশান্তিহে পাব, মোৰ একো লাভ নহ'ব। মাৰ ধাৰণা যে মাৰ্গটে তেওঁক যিমান ভাল পায়, মই তেওঁক সিমান ভাল নাপাওঁ। তথাপি তেওঁ ভাবে যে এই কথা সময়ত ঠিক হৈ যাব। মাৰ্গট দিনে দিনে বেছি মৰম লগা হৈছে। এতিয়া তেওঁ আগৰ নিচিনা নিবুকা নহয়। মোৰ লগতো বন্ধুৰ দৰে ব্যৱহাৰ কৰে; আগৰ দৰে সৰু ছোৱালী বুলি নাভাবে।

মোৰ মাজে মাজে একো একোটা অদ্ভুত ইচ্ছা হয়। কেতিয়াবা মই নিজকে আনৰ চকুৰে চাবলৈ চেষ্টা কৰোঁ। তেতিয়া মই নিজৰ কথা এগৰাকী অচিনাকি এনৰ নিচিনাকৈ চিন্তা কৰোঁ। ইয়ালৈ অহাৰ আগতে যেতিয়া কথাবোৰ দকৈ নাভাবিছিলোঁ, তেতিয়া মোৰ এনে লাগিছিল যেন মা-দেউতা, মাৰ্গট, কোনো আপোন নহয়। সদায় মই বাহিৰৰ মানুহৰ দৰে থাকোঁ। কেতিয়াবা নিজকে মাউৰা বুলি ভাবিছিলোঁ; নিজকে নিজে পুতৌ কৰিবলৈ ধৰোঁ। হঠাৎ যেতিয়া মই গম পাওঁ যে ইমান অমঙ্গলীয়া কথা ভাবিছোঁ তেতিয়া জোৰ কৰি এই চিন্তা মনৰপৰা দূৰ কৰোঁ।

তাৰ পাচত এনে এটা সময় আছিল যি সময়ত মই সকলোৰে লগত মিলিবলৈ চেষ্টা কৰিছিলোঁ। প্ৰত্যেক দিনা কোনোবা তলৈ অহা গম পালেই আশা কৰিছিলোঁ যে মা আহি মোক চুই চাৰিটা মৰম লগা কথা ক'ব। কিন্তু যেতিয়া মাৰ মুখৰপৰা বকনিহে শুনিছিলোঁ, তেতিয়া মোৰ মনৰ আশা মনতে মাৰ নিয়াই ভুললৈ গৈছিলোঁ। স্কুলৰপৰা ঘূৰি আহোঁতে মনতে ভাবিছিলোঁ যে মাৰ নানান ধৰণৰ চিন্তাৰ কাৰণে তেনে খিঙুখিঙীয়া হৈছে।

এতিয়া হয়তো মোক মৰম কৰিব। গোটেই ৰাস্তাত এইবোৰ কথা ভাবি ভাবি ঘৰ পাইছিলোঁহি। কেতিয়াবা ভাবিছিলোঁ আজি আকৌ মাৰ লগত কথা নকওঁ। কিন্তু স্কুলত মোৰ ইমানবোৰ কথা জমা হৈছিল যে মায়ে মোৰ কথা নুশুনিলে ৰক্ষা নাই। শেষত এনেকুৱা সময় আহিল যে মই কাৰোবাৰ ভৰিৰ শব্দ শুনা বা মাৰ মুখৰ মিঠা মাত শুনাৰ আশা ত্যাগ কৰিলোঁ। ৰাতি চকুৰ পানীয়ে গাৰু তিতিবলৈ ধৰিলে। সেই সময়ৰ অৱস্থাটো তুমি ভালকৈ জানা।

এতিয়া ভগৱানে সহায়ৰ কাৰণে পিটাৰক মোৰ ওচৰলৈ পঠাইছে। মই মনে মনে পিটাৰক সাৱট মাৰি ধৰি কওঁ— "পিটাৰতো মোৰ আছেই। মোক আৰু কি লাগে? আনে ভাল পালেও বা নাপালেও মোৰ কি আহে যায়?" এইদৰে ভাবি মোৰ মনৰ সকলো আঘাত নীৰৱে সহ্য কৰোঁ। এজনী সৰু ছোৱালীৰ অন্তৰত যে ইমান ধুমুহা থাকিব পাৰে কোনোবাই জানো কল্পনা কৰিব পাৰিব?

তোমাৰেই এন্

শনিবাৰ, ১৫ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আমাৰ ইয়াত দুই পৰিয়ালৰ দন-কাজিয়াৰ বিৱৰণ তোমাক জনোৱাৰ কোনো আৱশ্যক নেদেখোঁ। অকল এইখিনিয়েই জানি থোৱা যে আজিকালি আমাৰ বহুত বস্তুৰ ভাগ হ'ল। আমি নিজৰ ভাগৰ আলু নিজে নিজে ভাজি খাওঁ। এতিয়া ৰাতিপুৱা গধূলি আহাৰৰ মাজত এবাৰ ৰুটি খাই লওঁ, নহ'লে চাৰিমান বজাত ইমান ভোক লাগে যে পেটে কল্মলাব ধৰে।

মাৰ জন্মদিন আহি পালেহি। এই উপলক্ষ্যত ক্ৰেলাৰে মাক অতিৰিক্ত চেনি অলপ দিছে। তাকে দেখি ভান্ডান পৰিয়াল জলি-পুৰি মৰিছে। কাৰণ শ্ৰীমতী ভান্ডানক জন্মদিনত সেই অনুগ্ৰহ

কথা নহৈছিল। মই ভাবোঁ, এনেকৈ নিজৰ মাজত দন-কাজিয়া, চিঞৰ-বাখৰ, কন্দা-কটা কৰি কি লাভ হ'ব? সঁচাকৈয়ে কৈছোঁ, কিট্টী, আমি এই মানুহবোৰৰ ওপৰত দিনে দিনে বৰ বেছি বিৰক্ত হৈ গৈছোঁ। মাৰ হেনো পোন্ধৰ দিনলৈ ভান্‌ডান দম্পতিৰ মুখ চাবৰ ইচ্ছা নাই। কিন্তু ইয়াত সেই আশা পূৰণ নহয়।

মই মাজে মাজে ভাবোঁ, একেলগে থাকিলে সকলোৱে এনেকৈ দন-কাজিয়া হয় নে কি? সকলো মানুহ জানো ইমান বেছি স্বাৰ্থপৰ আৰু কৃপণ? নতুবা আমাৰ দুৰ্ভাগ্যৰ কাৰণেহে এনেকুৱা মানুহৰ লগত সঙ্গ হ'ল! যেই কি নহওক, মানৱ চৰিত্ৰৰ বিষয়ে এইদৰে জনাটো ভাল কথা, কিন্তু মোৰ বহুত জনা হ'ল; ইয়াতকৈ বেছি দৰকাৰ নাই। আমি ইয়াত দনেই কৰোঁ বা যিয়েই কৰোঁ, যুদ্ধৰ গতি একো সলনি হোৱা নাই। মই এতিয়া খুব বক্তৃতা দিছোঁ। কিন্তু এনে অৱস্থাত আৰু বেছিদিন যদি থাকিব লগা হয় তেন্তে মোৰ অৱস্থা শুকান উৰহী বাকলিৰ নিচিনা হ'ব। কিন্তু মোৰ খুব আশা যে কোনোবা দিনা মই সুন্দৰী গাভৰু ছোৱালী হ'ম।

তোমাৰেই এন্‌

শনিবাৰ, ২২ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

মানুহে নিজৰ মনৰ আচল ভাবটো লুকুৱাবলৈ কিয় ইমান চেষ্টা কৰে, এই কথা ভাবিলে আচৰিত লাগে। অন্য মানুহৰ যেনে ব্যৱহাৰ কৰা উচিত তেনে ব্যৱহাৰ নকৰি কিয় বেলেগ ধৰণৰ ব্যৱহাৰ কৰোঁ? কিয় মানুহে মানুহক ইমান কম বিশ্বাস কৰে? ইয়াৰ অৱশ্যে কাৰণ থাকিব পাৰে, কিন্তু এটা কথাত বৰ দুখ লাগে যে কেতিয়াবা নিজৰ আপোন মানুহকো মনৰ কথা খুলি কব নোৱাৰি।

সেইদিনা সপোন দেখাৰপৰা মই যেন বহুত ডাঙৰ হ'লোঁ!

মোৰ নিজকে স্বতন্ত্ৰ ব্যক্তি যেন লগা হ'ল। তুমি শুনি হয়তো আচৰিত হ'বা যে ভানডানসকলৰ প্ৰতিও মোৰ মনোভাব সম্পূৰ্ণ বেলেগ হৈছে। হঠাৎ মই সকলো কথা বেলেগ দৃষ্টিভঙ্গীৰে চাবলৈ শিকিছোঁ। আগৰ নিচিনাকৈ মোৰ একপক্ষীয় ধাৰণা নাইকিয়া হ'ল।

তুমি হয়তো সুধিব পাৰা "কেনেকৈ তোমাৰ ইমান পৰিবৰ্তন হ'ল?" হঠাৎ মোৰ মনত খেলালে যে মা যদি বেলেগ হ'লহেঁতেন আমাৰ সম্পৰ্কই বেলেগ ৰূপ ললেহেঁতেন। শ্ৰীমতী ভানডান যে ভাল সেইটো নহয়, কিন্তু মোৰ ধাৰণা যে কথা কটাকটিৰ সময়ত মা যদি অলপমান মনে মনে থাকিলহেঁতেন হয়তো বহুত দন-কাজিয়া পাতলিলহেঁতেন।

শ্ৰীমতী ভানডান্ যিমানেই স্বাৰ্থপৰ, লোভী হওক, তেওঁৰ এটা ভাল গুণ আছে। তেওঁক যদি বিৰক্ত কৰা নহয়, খং তোলা নহয় তেন্তে তেওঁক বুজাব পৰা যায়। অৱশ্যে বুজোৱাটো বৰ সহজ কাম নহয়। কিন্তু ধৈৰ্যৰে যদি কৰা হয় তেন্তে লাভবান হ'ব পাৰি। আমি যদি আনৰ দোষ মুখুচৰি খোলা মনেৰে পৰস্পৰে পৰস্পৰক মনৰ কথা ক'লোঁহেঁতেন, আমাৰ নানান সমস্যাৰ সমাধান হ'ব পাৰিলহেঁতেন।

মই জানো, কিট্টী, তুমি মোৰ কথা শুনি কি কৰা। তুমি হয়তো সুধিবা—"এন্, সঁচাকৈয়ে এইবোৰ কথা তোমাৰ মুখৰপৰা ওলাইছে নে? তুমি দেখোন ওপৰৰ মানুহবোৰৰপৰা অনবৰত বকনি শুনিয়েই থাকা। তুমি ইমান অন্যায় সহ্য কৰিবলগা হৈছে।" হয়, সঁচাকৈয়ে এইবোৰ কথা মোৰ মুখৰপৰাই ওলাইছে।

মই মুকলি মনেৰে সকলো কথাৰে কাৰণ বিচাৰিবলৈ চেষ্টা কৰোঁ। সৰু ল'ৰা-ছোৱালীয়ে সদায় বেয়া দৃষ্টান্তহে অনুকৰণ কৰে। এই কথাটো মই মোৰ গাত ফলিয়াবলৈ নিদিওঁ। প্ৰত্যেক কথাই নিজে ভালকৈ চালি জাৰি লৈ প্ৰকৃত সত্যটো উলিয়াবলৈ চেষ্টা

কৰিম। তেনে কৰাৰ পাচতো যদি মই নিৰাশ হবলগীয়া হয় তেতিয়া মা-দেউতাৰ পথকে অনুসৰণ কৰিম। আৰু যদি মই সত্য আবিষ্কাৰ কৰাত কৃতকাৰ্য হওঁ, মাইঁতৰ ধাৰণাটো বদ্‌লাবলৈ চেষ্টা কৰিম; যদি নোৱাৰোঁ তেতিয়া নিজৰ মতামত, বিচাৰ-বুদ্ধিকে দৃঢ়ভাবে ধৰি থাকিম। শ্ৰীমতী ভান্‌ডানৰ লগত সব কথা খোলা-খুলিকৈ আলোচনা কৰিম আৰু দৰকাৰ হ'লে মই যে নিৰপেক্ষ সেই কথাটো জনাই দিবলৈও ভয় নকৰোঁ, যদিও ইয়াৰ কাৰণে মই 'সৰ্বজ্ঞানী' আখ্যা পাব লগা হ'ব পাৰে। মই যে নিজৰ পৰিয়ালৰ বিৰুদ্ধে গৈছোঁ তেনে নহয়। কিন্তু মই আজিৰপৰা পৰ-চৰ্চাত যোগ নিদিওঁ।

এতিয়ালৈকে মোৰ ধাৰণা আছিল যে ভান্‌ডান্‌সকলহে দোষী। কিন্তু এতিয়া দেখিছোঁ আমাৰো দোষ নথকা নহয়। আমাৰ ধাৰণা হয়তো সঁচা হ'ব পাৰে, কিন্তু আমাৰ নিচিনা বুদ্ধিমান মানুহৰ (আমি নিজকে বুদ্ধিমান বুলিয়েই ভাবিছোঁ) ব্যৱহাৰিক জীৱনত অন্তৰ্দৃষ্টি থকা উচিত। মই ভাবোঁ মোৰ অলপ অন্তৰ্দৃষ্টি হৈছে আৰু এতিয়া সুবিধামতে সেইখিনি প্ৰয়োগ কৰি চাম।

তোমাৰেই এন্‌

সোমবাৰ, ২৪ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

ঘটনা এটা হ'ল। অৱশ্যে ইয়াক ঘটনা বুলি কব নোৱাৰি; এক ধৰণৰ ফাট্‌ৰামি বুলিও কব পাৰি। যেতিয়া স্কুলত বা ঘৰত যৌন সমস্যা আলোচনা কৰা হৈছিল, হয় ৰহস্যজনক যেন লাগিছিল, নহয় বেয়া যেন লাগিছিল। এই বিষয়ে সদায় ফুচ্‌ফুচাই কোৱা-মেলা হৈছিল। কোনোবাই নুবুজিলে বুৰ্বক বুলি হাঁহা হৈছিল। মই এইবোৰ দেখি ভাবিছিলোঁ কিয় ইমান আমনি লগাকৈ ফুচ্‌-ফুচাই এইবোৰ কথা পাতিব লাগে। কিন্তু মোৰ কৰিব পৰা

একো নাছিল। এইবোৰ কথা জানিবলৈ হ'লে মোৰো ছোৱালী-বোৰক ফুচুলাই মেলি হে জানিব লাগিছিল। মই যেতিয়া অলপ ডনা হ'লোঁ সব কথা মাইডৰ আগত কৈ দিওঁছি। তেতিয়া মায়ে ক'লে, "এন্, তোমাক উপদেশ এটা দিওঁ শুনা। কোনো ল'ৰাৰ লগত কেতিয়াও এইবোৰ কথা নাপাতিবা। কোনোবা ল'ৰাই কিবা ক'লেও উত্তৰ নিদিবা।" মই ঘপৰাই ক'লোঁ, "নাই, নাপাতোঁ"।

আমি ইয়ালৈ অহাৰ পাচতেই দেউতাই মাজে মাজে এইবোৰ কথা কৈছিল। কিন্তু এনে ধৰণৰ কথা দেউতাতকৈ মাৰ মুখৰপৰা শুনা হ'লে বেছি ভাল পালোঁহেঁতেন। বাকী কথাখিনি মই কিতাপৰপৰা সংগ্ৰহ কৰিছিলোঁ, আৰু কিছু কথা-বতৰাৰপৰাও ধৰি লৈছিলোঁ। পিটাৰ ভান্‌ডান্ এইবোৰ কথাত স্কুলৰ আন ল'ৰাৰ দৰে ফুচ্‌ফুচাই পতা বিধৰ নহয়। কিন্তু সি কেইবাৰাৰো মোৰ লগত সেইবোৰ কথা পাতিবলৈ চেষ্টা কৰি নোৱাৰিলে। শ্ৰীমতী ভান্‌ডানে পিটাৰক এইবোৰ কথা নকয় আৰু তেওঁৰ মতে তেওঁ যিমানদূৰ জানে ভান্‌ডানেও এইবোৰ কথা পুতেকৰ লগত নাপাতে।

ঘটনাটো হ'ল—কালি মাৰ্গট, পিটাৰ আৰু মই আলুৰ বাকলি গুচাই আছিলোঁ। কেনেবাকৈ আমাৰ মেকুৰী মফিৰ কথা ওলাল। মই তেতিয়া ক'লোঁ—"মফি মতা নে মাইকী এই কথা আমি এতিয়াও নাজানোঁ।" পিটাৰে ক'লে, "কিয় ? সি বোন্দা মেকুৰী।" কথা শুনি মই হাঁহি হাঁহি ক'লোঁ, "বোন্দা মেকুৰীৰ পোৱালি হ'ব। কি মজাৰ!" মোৰ এনে উন্তট কথা শুনি পিটাৰ আৰু মাৰ্গট দুয়ো হাঁহিলে। দুমাহৰ আগতে কিন্তু পিটাৰেই কৈছিল—"মফিৰ কিজানি পোৱালি হ'ব; পেটটো ডাঙৰ হৈছে।" আচলতে শকত হোৱাৰ কাৰণ আছিল সি সদায় চুৰ কৰি মাংস খায়। পিটাৰে ক'লে, "তুমি যদি বিশ্বাস নকৰা, আহাঁ, মই তোমাক দেখুৱাই দিম।"

মোৰো চাবৰ খুব ইচ্ছা হ'ল। পিটাৰৰ লগে লগে গুদাম

ধৰলৈ গ'লোঁ। কিন্তু মক্কিক পোৱা নগ'ল। বহুত সময় বৈ যেতিয়া ঠাণ্ডাত হাত-ভৰি কঁপিবলৈ ধৰিলে, তেতিয়া উলটি আহিলোঁ। আবেলি যেতিয়া পিটাৰ তললৈ যোৱা গম পালোঁ, মযো লগে লগে তল পালোঁগৈ। তেতিয়া পিটাৰে মক্কিৰ লগত খেল লগাই আছিল।

মোক দেখি পিটাৰে ক'লে, "চাবানেকি? আহাঁ।" কথাষাৰ কৈয়ে কোনো পাতনি নোহোৱাকৈ সি মেকুৰীটো ধৰি চিৎ কৰি গুৰাই হাতোৰা কেইখন ধৰি মোক বুজাবলৈ ধৰিলে,—"এইয়া চোৱাঁ। এইটো পুৰুষ লিঙ্গ আৰু ওচৰতে কেইডালমান চুলি।" বুজোৱা শেষ কৰি মেকুৰীটো এৰি দিলে। যদি অন্য কোনো ল'ৰাই মোক এনেদৰে বুজালেহেঁতেন তেন্তে মই পাচদিনা তাৰ মুখলৈ চাব নোৱাৰিলোঁহেঁতেন। কিন্তু পিটাৰে ইমান সহজভাৱে দেখুৱালে যে মইয়ো একো লাজ নকৰাকৈ সহজভাৱে থাকিব পাৰিলোঁ। আমি দুয়ো বহি মেকুৰীটো লৈ খেলা কৰিলোঁ। গুদামঘৰপৰা ওলাই আহোঁতে মই পিটাৰক সুধিলোঁ "মোৰ যদি এইবোৰ কথা জানিবৰ মন যায়, কিতাপত বিচাৰি পঢ়োঁ। তুমি কি কোৱা?" পিটাৰে ক'লে, "কিয়? মই পোনে পোনে দেউতাক সোধোঁ; কাৰণ দেউতা মোতকৈ বেছি অভিজ্ঞ।" আমি ইতিমধ্যে ওচৰ পালোঁহি আৰু মইয়ো মনে মনে থাকিলোঁ।

ডাচ্চ্‌ লিখক ব্ৰেদেৰ'ই ( Bredero ) কোৱা "সকলো বস্তুৰে পৰিবৰ্ত্তন হ'ব পাৰে" এই কথাখিনি সঁচাকৈয়ে ঠিক। মই হয়তো কোনো ছোৱালীৰ লগতো এইবোৰ কথা ইমান সহজে আলোচনা কৰিব নোৱাৰিলোহেঁতেন। তথাপি গোটেই দিন মোৰ মনটো কিবা লাগি থাকিল। আলোচনাৰ কথা মনত পৰিলে মোৰ কিবা আচহুৱা যেন লাগিল। কিন্তু এটা কথা বুজিব পাৰিলোঁ যে পৃথিবীত এনে কিছুমান ডেকা মানুহ আছে যি কোনো সংকোচ নোহোৱাকৈ সহজভাৱে এইবোৰ কথা আলোচনা কৰিব পাৰে।

সঁচাকৈয়ে, পিটাৰে নিজৰ মাক-বাপেকক সেইবোৰ কথা সোধে নেকি? আৰু মোৰ লগত যেনেকৈ সহজভাৱে পাতে, তেনেকৈ পাতেনেকি?

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৭ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজিকালি মোৰ নিজৰ বংশাৱলী আৰু ৰাজপৰিয়ালৰ বংশানুক্ৰম অধ্যয়ন কৰাৰ ধাউতি বেছি হৈছে। এতিয়া মই এই সিদ্ধান্তত উপনীত হৈছোঁ যে এনেকুৱা ধৰণৰ পুৰণা বস্তুবোৰ পঢ়িলে নিছা বেছিহে হয়; কাৰণ পঢ়ি গৈ থাকিলে নতুন নতুন বস্তু ওলাই গৈ থাকে, যদিও মই যথেষ্ট পৰিশ্ৰম কৰি মোৰ পাঠ শিকিছোঁ। ৰেডিঅ'ৰ ইংৰাজী প্ৰগ্ৰেমবোৰ বুজিবপৰা হৈছোঁ। কেইবাটাও দেওবাৰৰ দিনত মই চিত্ৰতাৰকাসকলৰ সংগ্ৰহবোৰ চকু ফুৰাবলৈ বাদ দিয়া নাই।

সোমবাৰে ক্ৰেলাৰে যেতিয়া মোৰ কাৰণে "চিনেমা আৰু থিয়েটাৰ" (Cinema and Theatre) নামৰ পত্ৰিকাখন লৈ আহে, মোৰ খুব ভাল লাগে, যদিও ঘৰৰ কিছুমান বেছি হিচাবী মানুহে মোৰ এই ক্ষুদ্ৰ উপহাৰটো পইচাৰ অপচয় বুলি কয়। কিন্তু যেতিয়া মই এবছৰৰ পাচতো কোন কি কথাছবিত চিত্ৰতাৰকা আছে কৈ দিব পাৰোঁ তেতিয়া সকলোৱে তবধ মানে। এলি প্ৰায় ছুটিৰ দিনা ল'ৰাবন্ধুৰ লগত চিনেমা চাবলৈ যায়। পাচত ঘূৰি আহি তেওঁ মোক সপ্তাহটোৰ চিনেমাৰ নাম, চিত্ৰতাৰকাসকল আৰু সমালোচনা আদিৰ কথা কয়। লগে লগে মই সকলো মুখস্থ কৰি পেলাওঁ। কেইদিনমান আগতে মায়ে মোক কৈছিল, "তুমি ইয়াৰপৰা ওলাই চিনেমা চাব নালাগে; কাৰণ চিনেমাৰ সকলো কথা তোমাৰ মুখস্থ হৈ গৈছে।"

যদি কেতিয়াবা মই নতুন ধৰণেৰে মুৰ আঁচোৰো সকলোৱে এনেধৰণেৰে চায় যেন সুধি পেলাব মই কোন চিত্ৰতাৰকাক নকল কৰিছোঁ ; যদি মই এইটো নিজৰ ষ্টাইল বুলিও কওঁ তেওঁলোকে কিন্তু বিশ্বাস নকৰে, সেই কাৰণে মোৰ নতুন ধৰণেৰে মুৰ আঁচোৰা নহয়েই। ঘৰৰ মানুহৰ জোকোৱাৰ কোবত লৰালৰিকৈ বাথৰুমত গৈ আকৌ পুৰণা ধৰণৰ ঘৰ, বাগান, পাকঘৰ সবতে চলাবপৰা ষ্টাইলত মুৰ আঁচুৰি পেলাওঁ।

তোমাৰেই এন্

শুক্ৰবাৰ, ২৮ জানুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই আজি ৰাতিপুৱা ভাবিলোঁ যে তুমি হয়তো ভাবিছা একেবোৰ কথাকেনো কিমান গৰুৱে ঘাঁহ পাগুলাৰ দৰে পাগুলি থাকিব। এন্জনীয়ে কিবা নতুন কথা কব নোৱাৰেনে!

মই জানো যে একেধৰণৰ কথা শুনি তোমাৰ বৰ আমনি লাগিব। কিন্তু এবাৰ তুমি নিজকে মোৰ জাগাত ৰাখি ভাবি চোৱাঁ ইয়াত মোৰ কি হাৰাশাস্তি হৈছে। একেবোৰ কথাকে দিনৰ পিচত দিন শুনি মুখস্থ হৈ গৈছে। খোৱাৰ সময়ত ৰাজনীতি বা আহাৰ খোৱাৰ ওপৰত আলোচনা নহৈ অন্য বিষয়ত আলোচনা হবলগীয়া হ'লে শ্ৰীমতী ভানডান বা মায়ে ডেকাকালৰ পুৰণা সাধুবোৰকে চোবাবলৈ ধৰে; অথবা ডাছেলে ঘৈণীয়েকৰ দামী কাপোৰ-কানি, আলমাৰি, ৰেচ খেলৰ ঘোঁৰা, ফুটা হোৱা নাও, চাৰি বছৰতে সাঁতুৰিব পৰা ল'ৰা বা গাৰ বিষৰ কথা কয়। কিন্তু এইবোৰ কথা ইমানবাৰ শুনা হৈছে যে এজনে আৰম্ভ কৰি দিলে বাকী সাতজনে নিজে শেষ কৰি লব পাৰে। কথাবোৰ শুনি কোনেও আমোদ নাপায়। কেৱল কওঁতা জনে নিজৰ ৰসিকতাত নিজেই হাঁহে। ছুগৰাকী গৃহিণীৰ নিজা নিজা গাখীৰ

দিয়া মানুহ, মাংস দিয়া মানুহ, গেলামালৰ দোকানীৰ কথা শুনি শুনি আমাৰ মনৰ ভিতৰতে সেই মানুহবোৰ দাড়ি গোফ গজি বুঢ়া হৈ গৈছে। গতিকে ইয়াত ক'তো নতুনৰ নাই।

এই একেধৰণৰ কথাও সহ্য কৰিব পৰা গ'লহেঁতেন, যদি হেঙ্ক আৰু কোফিয়াচক অনুসৰণ কৰিবলৈ গৈ মাজে মাজে অতি কাল্পনিক উদ্ভট কিছুমান কথা সুমুৱাই নিদিলেহেঁতেন। কেতিয়াবা মোৰ শুধৰাই দিবৰ মন যায়। কিন্তু মোৰ নিচিনা সৰু ছোৱালী একনীৰ কাৰণে ডাঙৰৰ কথাত দোষ ধৰাটো অপৰাধ, লাগিলে যিমানেই নোহোৱা নোপজা কথা হওক।

কোফিয়াচ আৰু হেঙ্কে বেছিকৈ গুপুত আন্দোলন আৰু আমাৰ নিচিনাকৈ গোপনে থকা মানুহৰ কথা কয়। এইবোৰ কথা আমিও বেচ মনোযোগেৰে শুনো। কোনোবা ধৰা পৰাৰ কথা শুনিলে বেয়া লাগে; মুক্তি পোৱাৰ কথা শুনিলে আনন্দ লাগে। স্বাভাৱিক অৱস্থাত থাকোঁতে দেউতাৰ চটিৰ জোতাযোৰ জু-হালৰ ওচৰত থকাটোত যেনেকৈ অভ্যস্ত আছিলোঁ আত্মগোপনকাৰীসকলৰ কথা শুনি শুনি এতিয়া আমি তেনেদৰে অভ্যস্ত হ'লোঁ।

'মুক্ত নেদাৰলেণ্ড'ৰ নিচিনা কিছুমান সংস্থা আছে যিবোৰে লুকাই থকা মানুহৰ পৰিচয়-পত্ৰ জাল কৰি, লুকাবলৈ গোপনাবাস ঠিক কৰি দি, টকা-সিকাৰে সহায় কৰি নিজৰ জীৱন বিপন্ন কৰিও তেওঁলোকৰ জীৱন ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে। আমাক সহায় কৰা কিজনেই তাৰ জলন্ত প্ৰমাণ। তেওঁলোকৰ সহায়-সাৰথিৰ কাৰণেই আমি বিপদ-সাগৰৰপৰা এদিন পাৰত উঠিম বুলি আশা কৰিছোঁ। আমাক সহায় কৰিবলৈ গৈ তেওঁলোকেও নিজৰ কাৰণে কম বিপদ চপাই অনা নাই। কিন্তু তথাপিও তেওঁলোকৰ মুখৰপৰা আমনি পোৱা বা অন্য অভিযোগৰ এটা শব্দও শুনিবলৈ পোৱা নাযায়।

তেওঁলোক সদায় আমাৰ ওচৰলৈ আহে। যাৰ লগত যেনে কথা পতাৰ দৰকাৰ তেনে ধৰণেৰে কথা পাতে। তেওঁলোকৰ মুখত সদায় হাঁহি লাগিয়েই থাকে। জন্মদিন আৰু বেহু ছুটিৰ দিনত ফুল আৰু অন্য উপহাৰ আনিবলৈ নাপাহৰে; তেওঁলোকৰ এইবোৰ কথা আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। অন্য ঠাইত অন্য মানুহে জাৰ্মানৰ বিৰুদ্ধে যুঁজি বীৰত্ব দেখুৱাব পাৰে। কিন্তু আমাৰ ৰক্ষাকৰ্তাসকলে এনেধৰণৰ মৰম-স্নেহ, হাঁহি-মাতেৰে আমাক উৎসাহিত কৰি কম সাহসৰ কাম কৰা নাই।

মাজে মাজে অদ্ভুত অদ্ভুত খবৰবোৰ শুনিবলৈ পোৱা যায়। ধৰা, কেইদিনমানৰ আগতে কোকিয়াচে কৈছিল যে জেলদাৰলেণ্ডৰ ( Gelderland ) ফুটবল খেলা এখনত এফালৰ দলটোত আত্মগোপনকাৰীসকল আৰু আন দলটোত পুলিচৰ মানুহ আছিল। হিলভাৰচামত ( Hilversum ) বোৰ্ডে নতুন ৰেচন-কাৰ্ড দিয়া হৈছে। আত্মগোপনকাৰীসকলেও যাতে ৰেচন কাৰ্ড পাব পাৰে তাৰ কাৰণে কৰ্মচাৰীসকলে গোপনে তেওঁলোকৰ অফিচৰ সক টেবুলৰপৰা দৰকাৰী কাগজ-পত্ৰ সংগ্ৰহ কৰিবলৈ নিৰ্দেশ দিছিল। কিন্তু এই সকলোবোৰ কাম সাৱধানে কৰা হৈছিল যাতে জাৰ্মানৰ কাণত নপৰে।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ৩ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আক্ৰমণৰ আতঙ্ক দেশজুৰি বিয়পি পৰিছে। আক্ৰমণৰ সম্ভাৱনাত যি ধৰণৰ প্ৰস্তুতি চলিছে তাৰ পৰিণাম তুমি ইয়াত থকা হ'লে মোৰ দৰেই অনুভৱ কৰিলাহেঁতেন। কোনে জানে ইমানবোৰ প্ৰস্তুতিৰ হয়তো কোনো দৰকাৰেই নহ'ব।

বাতৰি কাকতত আক্ৰমণ সম্বন্ধে নানান খবৰবোৰে মানুহক পগলা কৰি তুলিছে। কিছুমান বাতৰি কাকতৰ মতে বুটিছে হলেও আক্ৰমণ কৰাৰ লগে লগে জাৰ্মানসকলে প্ৰতিৰক্ষাৰ খাতিৰত দেশখন বানপানীৰে উটুৱাই দিব পাৰে। খবৰৰ লগতে কোন কোন ঠাইত পানী আহিব মেপেৰে সৈতে দেখুৱাই দিয়া আছে। এই মেপত আমষ্টাৰডামৰ কিছু অংশ চিহ্নিত জাগাত পৰিছে। গতিকে এতিয়া প্ৰশ্ন হ'ল—পানী আহিলে আমি কি কৰিম? ইয়াৰ সমাধানত আমাৰ গুপ্তগৃহৰ মানুহবোৰে কেনে ধৰণৰ কথা পাতে তাৰে নমুনা এটা চোৱাঁ—

"পানীৰ মাজত খোজকঢ়া বা চাইকেল চলোৱাৰ প্ৰশ্নই নুঠে, গতিকে পানীৰ মাজেদি যেনেতেনে বাট উলিয়াই যাব লাগিব।"

"নহয়, তেনেকৈ নচলিব। সবেই গা-ধোৱা পোছাক, টুপী আদি পিন্ধি সাঁতুৰি যাব লাগিব। তেতিয়া আমাক কোনেও ইহুদি বুলি ধৰিব নোৱাৰিব।"

"কিযে অসম্ভৱ কথা কোৱাঁ। পানীত সাঁতুৰিবলৈ যাওঁতে যদি মহিলাসকলক ভৰিত নিগনি এটাই কামোৰে, তেতিয়া কি দশা হ'ব?" (অঁ, ঠিকেই কৈছে; পিচে মতা মানুহে মাইকী মানুহতকৈ বেছিহে চিঞৰ-বাখৰ কৰে।)

"ঘৰটোৰ অৱস্থা যিহে শোচনীয়! আমি চাগৈ ওলাবলৈ নোৱাৰিম। পানী অহাৰ লগে লগে ঘৰটো ভাগি যাব।"

"এইবোৰ ফাট্‌ৰামি বাদ দিয়া। আমি এখন নাও যোগাৰ কৰিব লাগিব।"

"নাৱৰ কাৰণে কিয় চিন্তা কৰিব লাগে? আমি সকলোৱে এটিচত থকা কাঠৰ এটা এটা পেকিং বক্সত উঠি ভাত বন্ধা হেতাৰে বঠা মাৰি মাৰি যাব পাৰিম।"

"মই কিন্তু পেং বাই যাম; সক হৈ থাকোঁতে উঠাৰ অভ্যাস আছে।"

"হেঙ্ক ভানচেনটানৰ পেং বাবৰ দৰকাৰ নাই। তেওঁ যদি মৈণীয়েকক কান্ধত তুলি লয়, মৈণীয়েকৰ পেং বাই যোৱাৰ নিচিনা লাগিব ছাগৈ।"

ওপৰৰ কথা-বতৰাবোৰ শুনিয়েই গম পাবা আমাৰ ইয়াত কেনে ধৰণৰ আয়োজন চলিছে। অৱশ্যে এই কথা-বতৰাবোৰ বৰ হাঁহি উঠা; আচল সমস্যাটো ইমান হাঁহি উঠা নহয়। আৰু এটা কথা হ'ল, যদি জাৰ্মানসকলে আমষ্টাৰডামৰ সকলো মানুহক আঁতৰাই অন্য ঠাইলৈ নিয়ে, তেতিয়া হ'লে আমাৰ অৱস্থা কি হ'ব? আমাৰ কিছুমানৰ মত হ'ল—

"ছদ্মবেশ ধৰি চহৰ এৰি পলাব লাগিব।"

"যিয়েই নহওক লাগিলে, ইয়াতে থাকিব লাগিব। জাৰ্মানে গোটেই মানুহবোৰক একেবাৰে জাৰ্মানীলৈকে খেদি লৈ যাব পাৰে কিন্তু জাৰ্মানীত গৈ সকলো মৰিবগৈ।"

"ঠিকেই কথা। আমি ইয়াতে থাকিব লাগিব। ইয়াতকৈ নিৰাপদ জায়গা অন্য নাই। পাৰিলে কোফিয়াচৰ পৰিয়ালকো ইয়ালৈ আনি লব লাগিব। আমি অলপ খেৰ গোটাই লব পাৰিলে মজিয়াতে শুব পাৰিম। মিয়েপ আৰু কোফিয়াচক এতিয়াৰপৰা কম্বল জোগাৰ কৰিবলৈ কব লাগিব।"

"খোৱাবস্তু অলপমান বেচিকৈ গোটাব লাগিব। হেঙ্কক কৈ আৰু অলপমান বেছি মটৰ উৰহী গোটাব লাগিব। আমাৰ ইতিমধ্যে ৫০ টিন বেছি হোৱা পাচলি আছেই।"

"মা, আমাৰ খোৱাবস্তু কি কি আছে? চোৱাচোন।"

"১০ টিন মাছ, ৪০ টিন গাখীৰ, ১০ কিলো গুড়ি গাখীৰ, ৩ বটল তেল, ৪ বটল মাখন, ৪ টুকুৰা ডাঙৰ ডাঙৰ মাংস, কেইবা বটলো হাম্, বিলাহী, মধুৰী, দহ পাউণ্ড যৱধান, ৮ পাউণ্ড চাউল।"

"আমাৰ জমাখিনি বেয়া নহয়; কিন্তু প্ৰত্যেক সপ্তাহে যদি আলহীৰ কাৰণে জমাৰপৰা উলিয়াব লগা হয়, তেতিয়াহে মুজুৰিব।

কয়লা কাঠ, মমবাতি ঘৰত যথেষ্ট পৰিমাণে আছে। এতিয়া প্ৰত্যেকে পইচা থোৱা সৰু সৰু মোনা চিলাই লব লাগিব যাতে দৰকাৰ হ'লে কাপোৰৰ মাজতে লুকুৱাই কিছু টকা ৰাখিব পৰা যায়।"

"যদি পলাব লগীয়া হয় হাতেৰে ঢুকি পোৱা ঠাইতে প্ৰত্যেকৰ কাৰণে একোটাকৈ মোনাত লাগতীয়াল বস্তু ভৰাই থব লাগিব। কিন্তু পানী আৰু বিজুলী বাতি যদি নাইকিয়া হৈ যায়, ইমানবোৰ থোৱা বস্তু গোটাই কি হ'ব?"

"তেতিয়া আমি স্তোভত বান্ধিব লাগিব। পানী আনি নিজে গৰম কৰি বিশুদ্ধ কৰি খাব লাগিব। ডাঙৰ ডাঙৰ বটল কিছুমানত পানী ভৰাই থব লাগিব।" গোটেই দিনটো এইদৰে মই আক্ৰমণৰ কথা, ভোকত আতুৰ হোৱাৰ কথা, বোমা-বৰ্ষণ, জুই নুমুৱাব যন্ত্ৰ, বিষাক্ত গেচ, ইহুদী অত্যাচাৰ—এইবোৰ শুনি শুনি অতিষ্ঠ হৈ পৰিছোঁ। গুপ্তগৃহৰ মানুহবোৰে একধৰণৰ সতৰ্কবাণী শুনাই থৈছে। হেংক আৰু গুপ্তগৃহৰ ভদ্ৰলোকসকলৰ মাজত হোৱা কথা-বতৰাৰ উদাহৰণ শুনা—

গুপ্তগৃহৰ বাসিন্দা—যদি জাৰ্মানসকল পিছ হুহকিব লগা হয়, হলেণ্ডৰ জনসাধাৰণকো লগত লৈ যাব।

হেংক—অসম্ভৱ। ইমানবোৰ মানুহ নিবলৈ ৰেলগাড়ী ক'ত পাব?

গুপ্তগৃহৰ বাসিন্দা—অসামৰিক লোকক গাড়ীত উঠাই নিব বুলি ভাবিছা নে কি? খুব বেছি প্ৰয়োজন হ'লে গাধৰ পিঠিত তুলি নিব।

হেংক—মই বিশ্বাস কৰিব নোৱাৰোঁ। তোমালোকে সদায় আন্ধাৰ ফালটোৱেই দেখা, ইমানবোৰ অসামৰিক লোকক লৈ গৈ জাৰ্মানসকলৰ কি লাভ হ'ব?

গুঃ বাঃ—কিয়, তুমি গোবেল্‌চৰ (Goebbels) কথা শুনা নাই? তেওঁ দেখোন নিজেই কৈছে—"আমি যদি পিচ হুহকিব

লগা হয় আমাৰ অধিকৃত সকলো দেশৰ ইহুদীবোৰ বন্ধ কৰি আহিম।"

হেন্স—সেইবোৰ মুখেৰে কোৱা কথাহে।

শুঃ বাঃ—জাৰ্মানসকলে কৰিব নোৱৰা কাম কিবা আছে নে কি? তেওঁলোকৰ ধাৰণা হ'ল—"আমাৰ যদি অধঃপতন হয়, আমাৰ হাতৰ মুঠিৰ সকলোৰে পতন হবই লাগিব।"

হেন্স—মই কোনোমতেই বিশ্বাস কৰিব নোৱাৰোঁ।

শুঃ বাঃ—বিপদ মূৰৰ ওপৰ নোপোৱালৈকে কোনেও বিশ্বাস নকৰে।

হেন্স—তোমালোকৰ অনুমানহে, সঁচা নহবও পাৰে।

শুঃ বাঃ—আমি আমাৰ বহুত অভিজ্ঞতাৰপৰা জানিব পাৰিছোঁ; এতিয়া ৰাচিয়াত কি হৈছে চোৱাচোন।

হেন্স—অকল ইহুদীৰ কথাই নকৰা। ৰাচিয়াত ঠিক কি হৈছে কোনেও কব নোৱাৰে। ইংৰাজ আৰু ৰাচিয়ানসকলে হয়তো প্ৰচাৰৰ কাৰণে বহুত কথা অতিৰঞ্জিত কৰিব পাৰে।

শুঃ বাঃ—তেনে কব নোৱাৰে। বৃটিছে সদায় সঁচা খবৰ দিয়ে। খবৰটো যদি অতিৰঞ্জিতো হয়, পোলেণ্ড আৰু ৰাচিয়াত হাজাৰ হাজাৰ শান্তিপ্ৰিয় নিৰপৰাধ মানুহক গেচত দি হত্যা কৰাৰ কথাটো তুমি অস্বীকাৰ কৰিব নোৱৰা।

মই আৰু বেছি উদাহৰণ তোমাক নিদিওঁ।

এইবোৰ কথা-বতৰাৰ উত্তেজনাই মোক আজিকালি বিচলিত কৰিব নোৱাৰে। এতিয়া জীয়াই থাকিবলৈ বা মৰিবলৈ একো নাই যেন লগা হ'ল। মই নহলেও পৃথিবীখন ঘূৰিয়েই থাকিব। যি হ'ব লগা আছে হবই; হকাবধা কৰি লাভ নাই।

মই ভাগ্যৰ ওপৰত নিৰ্ভৰ কৰি নিজৰ কামবোৰ কৰি যাম। আশাকৰোঁ ভগৱানৰ কৃপাত শেষত সকলো ভাল হ'ব।

তোমাৰেই এন্‌

শনিবাৰ, ১২ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

বেলিৰ পোহৰত চাৰিওকাষ জ্বল্‌মলাব ধৰিছে। আকাশৰ ৰং গভীৰ নীলা; মৃদু মধুৰ বতাহ বলিছে আৰু মই বহুত কিবাকিবি পাবৰ কাৰণে ব্যাকুল হৈছোঁ; মই কথা ক'ব বিচাৰোঁ, বন্ধু-বান্ধৱ বিচাৰোঁ, মুক্তি পাব বিচাৰোঁ, মই অকলে থাকিব বিচাৰোঁ; মোৰ অসম্ভৱ কান্দিবৰ মন গৈছে; মোৰ বুকু যেন ফাটি যাব খুজিছে মই যেন কান্দিব পাৰিলে ভাল পাম; কিন্তু কান্দিব পৰা নাই। মই অস্থিৰভাৱে এটা কোঠাৰপৰা অন্য এটা কোঠালৈ ঘূৰি ফুৰিছোঁ, খিড়িকীৰ ফাঁকত মুখ লৈ মুকলি বতাহ লৈছোঁ, মোৰ বুকুৰ ধপ্‌ধপনিটোৱে যেন কৈছে—"তুমি মোৰ কামনা, কোনো ইচ্ছাই পূৰণ কৰিব নোৱাৰা নেকি ?

মই জানো মোৰ মনত বসন্তৰ জোঁৱাৰ নামিছে। মোৰ শৰীৰ আৰু আত্মাত বসন্তৰ জাগৰণ অনুভৱ ক্‌ৰিছোঁ। মোৰ মনত সকলো ওলট্-পালট্ হৈ গৈছে। কোনোমতেই নিজকে স্থিৰ কৰিব পৰা নাই। মই কি পঢ়িম, কি কৰিম, একো বুজিব পৰা নাই। এটা কথা মাত্ৰ জানো যে মই কিবা এটা পাব বিচাৰোঁ।

তোমাৰেই এন্

দেওবাৰ, ১৩ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টি,

যোৱা শনিবাৰৰপৰা মোৰ ভিতৰত বহুত পৰিবৰ্তন হৈছে। মোৰ কামনা এতিয়াও কম নহয়। কিন্তু ঘটনা এটাই পোৱাৰ হেঁপাহটো কম কৰি দিছে।

আজি ৰাতিপুৱা মই লক্ষ্য কৰিলোঁ যে পিটাৰে মোৰ মুখলৈ একেবাহে চাই আছে আৰু এই চোৱাৰ ধৰণটো যেন অলপমান

বেলেগ ; কিন্তু মই ঠিক বুজাব নোৱাৰোঁ, এতিয়ালৈকে মোৰ ধাৰণা আছিল পিটাৰে মাৰ্গটক ভাল পায়। কিন্তু আজি মোৰ ধাৰণাটো বদলি হ'ল। মই তাৰ ফালে নেচাবলৈ খুব যত্ন কৰিলোঁ। যেতিয়াই মোৰ চকু তাৰ ওপৰত পৰিছিল তেতিয়াই দেখোঁ যে তাৰ চকু মোৰ ওপৰত আছে। যেতিয়া মোৰ চকু তাৰ চকুৰে চকুৰে পৰে, মই গোটেই গাতে এক ধৰণৰ অদ্ভুত শিহৰণ অনুভৱ কৰিলোঁ।

মই এতিয়া অকলে থাকিব বিচাৰোঁ। মই যে স্বাভাৱিক অৱস্থাত নাই দেউতাই সেইটো লক্ষ্য কৰিছে। কিন্তু দেউতাক মই সব কথা ক'ব নোৱাৰোঁ। এতিয়া মোৰ সবকে কৈ দিবৰ মন গৈছে—"মোক অকলে থাকিব দিয়া। কোনেও মোক বিৰক্ত নকৰিবা।" কোনে জানে এনেকুৱা এটা দিন আহিব, যেতিয়া মই বিচৰাতকৈ বেছি সময় অকলে থাকিব লগা হ'ব পাৰে।

তোমাৰেই এন্

সোমবাৰ, ১৪ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

দেওবাৰে ৰাতিপুৱা মোৰ আৰু দেউতাৰ বাহিৰে আটাইবিলাক জাৰ্মান সঙ্গীত শুনিবলৈ ৰেডিঅ'ৰ চাৰিওকাষে বহি আছিল। ডাছেলে ৰেডিঅ'টো পকাই-জকাই থকা দেখি পিটাৰ আৰু সবৰে খং উঠিছিল ; কিন্তু কোনেও একো নক'লে। আধাঘণ্টামান মনে মনে থাকি অসহ্য হৈ পিটাৰে সুধিলে, "ৰেডিঅ' পকোৱা বন্ধ নহ'ব নে কি ?" ডাছেলে তেওঁৰ স্বাভাৱিক উদ্ধত ভঙ্গীৰে ক'লে, "ঠিকেই আছে দেখোন।" পিটাৰৰ খুব খং উঠিল। মিঃ ভান্‌ডানে পিটাৰৰ পক্ষ ললে। অৱশেষত ডাছেলে ৰেডিঅ'ৰপৰা হাতখন আঁতৰাই নিলে।

কাৰণটো তেনেই সাধাৰণ। কিন্তু পিটাৰে ইয়াকে বেচ গভীৰভাৱে লোৱা যেন লাগিল। মই আকৌ ঘটনাটোৰ বিষয়ে

একো নাজানিছিলোঁ। আজিহে এটিচৰ আলমাৰীত কিতাপ এটা বিচাৰি থাকোঁতে পিটাৰে আহি গোটেই ঘটনাটো বিবৰি কলে। মই ঘটনাটো মন দি শুনা দেখি পিটাৰে বেচ উৎসাহিত হৈ ক'বলৈ ধৰিলে, "মই সাধাৰণতে কাকো একো ক'ব নিবিচাৰোঁ। কাৰণ কিবা এটা ক'ব খুজিলেই মুখৰ ভাষা হেৰায় আৰু খোনাবলৈ ধৰোঁ আৰু ক'ব বিচৰাবোৰ নকৈ অন্য কৈ পেলাওঁ। কালিও ঠিক তেনেকুৱাই হ'ল। ক'ব খুজিছিলোঁ এটা কিন্তু খণ্ডৰ ভমকত কিবা এটা ওলালে। এইটোৱে মোৰ আটাইতকৈ বেয়া অভ্যাস। সক থাকোঁতে মোৰ কাৰবাৰ ওপৰত খং উঠিলে কথা কোৱাতকৈ আগতে হাতহে উঠিছিল। এক্ৰিয়াতো তেনে কৰিলে নচলিব। তোমাৰ কিন্তু কেতিয়াও মোৰ নিচিনা অৱস্থা নহয়। যি ক'ব বিচৰা কৈ দিব পাৰা, সেইকাৰণে তোমাৰ এই গুণটো মই প্ৰশংসা কৰোঁ।"

মই ক'লোঁ, "তুমি কিন্তু ভুল কৰিলা। মই আচলতে যি ক'ব বিচাৰোঁ ক'ব নোৱাৰোঁ; আকৌ প্ৰয়োজনতকৈ বেছিহে কৈ পেলাওঁ। এইটো আৰু বেয়া।"

নিজৰ কথাখিনি কৈ মোৰ মনে মনে হাঁহি উঠিল। কিন্তু মোৰ তাৰ কথা শুনাৰ আৰু হেপাহ হৈছিল। সেইকাৰণে ওচৰৰে চকী-খনত বহি আঠুৰ ওপৰত হাত থৈ খুব মনোযোগেৰে তাৰ মুখলৈ চাই কথাবোৰ শুনিবলৈ ধৰিলোঁ।

মোৰ কিন্তু এটা কথা ভাবি ভাল লাগিছে যে ঘৰত আন এজন মানুহ আছে, যাৰ খং উঠিলে মোৰ নিচিনা অৱস্থাই হয়। মোৰ আগত সকলো কথা বিশ্বাসেৰে খুলি কৈ পিটাৰে স্বস্তি অনুভৱ কৰিলে। পিটাৰে মোক এনেকৈ বিশ্বাস কৰি বন্ধুৰ নিচিনাকৈ সব কথা খুলি কোৱাত মোৰো আনন্দ লাগিল। মোৰ যেন এনে লাগিল আমাৰ মাজত মনৰ এটা সংযোগ ঘটিছে যি ধৰণৰ সংযোগ আগতে মোৰ ছোৱালী বন্ধুৰ লগতহে আছিল।

তোমাৰেই এন্

বুধবাৰ, ১৬ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি মাৰ্গটৰ জন্মদিন। পিটাৰ চাবে বাৰ বজাত উপহাৰবোৰ চাবলৈ আহিল আৰু বহুত সময় কথা পাতি বহি থাকিল, যিটো পিটাৰৰ স্বভাৱবিৰুদ্ধ কাম। আবেলি মই অলপমান কফি আৰু আলু আনিবলৈ পিটাৰৰ কোঠাৰ মাজেদি এটিচলৈ গ'লোঁ। মই যোৱাৰ লগে লগে পিটাৰে তাৰ কোঠাৰ কাগজ-পত্ৰবোৰ সামৰি বাস্তা উলিয়াই দিলে। এটিচলৈ যোৱা সৰু দুৱাৰখন বন্ধ কৰি থৈ যাম নে কি বুলি সোধাত সি বন্ধ কৰিবলৈ ক'লে আৰু আহিবৰ সময়ত টুকুৰিয়াবলৈ ক'লে। তাক ধন্যবাদ এটা দি ওপৰলৈ গৈ প্ৰায় দহমিনিটমান সময় লগাই সৰু সৰু আলু বাচিলোঁ। চাপৰি আলু বাচোঁতে মোৰ পিঠি বিষালে আৰু ঠাণ্ডাও লাগিল। গতিকে তললৈ নামি আহিলোঁ। আহোঁতে মোৰ টুকুৰিয়াবলৈ নহ'ল। দুৱাৰখন মেলি দিলোঁ। সি কিন্তু একো নক'লে। মোৰ ওচৰলৈ আহি মোৰ হাতৰপৰা আলুৰ খৰাহীটো ললে।

মই ক'লোঁ—বহুত সময় বিচাৰি বিচাৰি এইকেইটাহে সৰু আলু পালোঁ।

—ডাঙৰ পিপাটোত বিচাৰিছিলা জানো?

—অঁ, তাৰপৰাই আনিলোঁ।

ইতিমধ্যে মই নামি চিৰিৰ তল পালোঁহি। খৰাহীৰ আলু কেইটা চাই সি ক'লে, "বঢ়িয়া গোটাৰ পাৰিছা। কনগ্ৰেচুলেচন!" কথাষাৰ কৈয়ে সি মোৰ ফালে এনেদৰে চালে যে মোৰ মনটো আনন্দত নাচি উঠিল। সি যে মোক ভাল পোৱাবলৈ চেষ্টা কৰিছে মই বুজি পালোঁ; কাৰণ সি মুখেৰে কথাৰ ফুলজাৰি মাৰিব নোৱাৰে আৰু চকুৰেই ক'বলগীয়াখিনি কৈছে। মই যে তাক বুজিব পাৰিছোঁ

সেইকাৰণে মোৰ ভাল লাগিছে। তেতিয়াৰ তাৰ চকুৰ চাৱনি আৰু কথাবোৰ মনত পৰিলে এতিয়াও ভাল লাগে।

তললৈ যোৱাৰ লগে লগে মায়ে মোক খোৱাৰ কাৰণে আৰু আলু আনিবলৈ ক'লে। মই বং মনেৰে ওপৰলৈ গ'লোঁ। পিটাৰৰ কোঠালৈ আহি মই তাক আমনি দিয়াৰ কাৰণে বেয়া নাপাবলৈ ক'লোঁ। মই যেতিয়া আকৌ চিৰিত উঠিবলৈ যাওঁ, পিটাৰে মোক আগ ভেটি ক'লে, "মই আনি দিম।" মই ক'লোঁ, "এইবাৰ সক আলু বাচিব নালাগে। গতিকে নিজেই আনিব পাৰিম।" ঘূৰি আঁহোতে সি আকৌ সক ছুৱাৰখন খুলি দিলে আৰু থৰাহীটো মোৰ হাতৰপৰা ল'লে। তললৈ নামি মই তাক সুধিলোঁ, "তুমি এতিয়া কি কৰিছা?" সি ক'লে, "ফৰাচী ভাষা শিকিছোঁ"। মই তাৰ বহী চাব পাৰিম নে কি সুধিলোঁ। সি ক'লে, "পাৰিবা"। তেতিয়া তললৈ গৈ হাত ধুই পুনৰ তাৰ কোঠালৈ আহি তাৰ সন্মুখৰ ডিভান এখনত বহিলোঁহি।

আমাৰ কথা-বতৰা আৰম্ভ হ'ল। মই তাক কিছুমান ফৰাচী শব্দ বুজাই দিলোঁ। সি হেনো ইয়াৰপৰা ওলাই ডাচ্চ্ ইষ্ট ইণ্ডিজলৈ যাব আৰু তাত গৈ খেতি-বাতিত লাগিব। সি নিজৰ ঘৰৰ কথা ক'লে; চোৰাংবজাৰৰ কথা ক'লে আৰু লগতে ক'লে যে তাৰ এনে লাগে যেন পৃথিবীত তাৰ কোনো প্ৰয়োজন নাই। মই ক'লোঁ তাৰ খুব বেছি হীনমন্যতা আছে আৰু তাৰ নিজকে সক বুলি ভবা ভাবটো আঁতৰোৱা উচিত। সি ইহুদীৰ কথা ক'লে যে সি খ্ৰীষ্টান হোৱা হ'লে বেছি সুবিধা হ'লহেঁতেন। যুদ্ধৰ পাচত সি খ্ৰীষ্টান হৈও যাব পাৰে। মই তাক খ্ৰীষ্টধৰ্মত দীক্ষিত হ'ব বিচাৰোঁ নে কি বুলি সুধিলোঁ। সি উত্তৰ দিলে যুদ্ধৰ পাচত সি ইহুদীয়েই নে খৃষ্টানেই নে কোনে জানিব। তাৰ কথা শুনি মই মনত দুখ পালোঁ। তাৰ চৰিত্ৰত এনে সততাৰ অভাৱ দেখি মই মৰ্মাহত হ'লোঁ। বাকী সময়ত আমি দেউতাৰ বিষয়ে আৰু অন্যান্য

মানুহৰ চৰিত্ৰৰ বিষয়ে কথা পাতিলোঁ। প্ৰায় চাৰে চাৰিমান বজাত তাৰ কোঠাৰপৰা মই গুচি আহিলোঁ।

গধূলিও সি মোক কথা এটা ক'লে, শুনি মোৰ বৰ ভাল লাগিল। মই অভিনেত্ৰীৰ ছবি এখন তাক বহুত দিনৰ আগতে দিছিলোঁ। সেই ছবিখন তাৰ কোঠাৰ বেৰত প্ৰায় ডেৰ বছৰমান ওলমি আছে। ছবিখন সি খুব ভাল পায়। এই ছবিখনৰ কথা ওলোৱাত মই তাক আৰু কেইখনমান দিম বুলি ক'লোঁ। উত্তৰত সি ক'লে, "নালাগে, এইখনেই হ'ব। প্ৰত্যেক দিনাই চাই চাই ই মোৰ বন্ধুৰ নিচিনা হৈছে। ইয়াক মই আঁতৰাব নোৱাৰোঁ।"

এতিয়া মই বুজিছোঁ সি কিয় ইমান মৌচাক লৈ খেলি থাকে। আচলতে সি মৰম-চেনেহ বিচাৰে। সি কোৱা আৰু এটা কথা মই কবলৈ পাহৰিলোঁ। সি কৈছিল, "নিজৰ দুৰ্বলতাৰ বাহিৰে ভয় কি মই নাজানো। কিন্তু দুৰ্বলতাখিনিও লাহে লাহে মই জয় কৰিব পাৰিম বুলি ভাবিছোঁ।"

পিটাৰৰ বৰ বেছি হীনমন্যতা আছে। উদাহৰণস্বৰূপে সি নিজকে মূৰ্খ বুলি ভাবে আৰু বাকীবোৰক চালাক বুলি ভাবে। মই যদি কেতিয়াবা তাক ফৰাচী ভাষা শিকাই দিওঁ, সি শত-সহস্ৰবাৰ ধন্যবাদ দিব। কোনোবা এদিন মই কৈ দিম—"মনে মনে থাকা, তুমিও বহুত বিষয়ত ভাল। ইংৰাজী আৰু ভূগোল মোতকৈ বেছি জানা।"

তোমাৰেই এন্

শুক্ৰবাৰ, ১৮ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই যিমানবাৰ ওপৰলৈ যাওঁ, তাক দেখিম বুলি আশা কৰোঁ। এতিয়া মই যেন জীৱনৰ অৱলম্বন বিচাৰি পাইছোঁ। প্ৰত্যেক বস্তুকেই আজিকালি মোৰ ভাল লাগে।

মোৰ প্ৰিয়জন যে মোৰ ওচৰত আছে আৰু মাৰ্গটৰ বাহিৰে অইন কোনো প্ৰতিদ্বন্দ্বী নাই এই কথা ভাবি ভাল লাগে। মই প্ৰেমত পৰিছোঁ বুলি নাভাবিবা। কাৰণ মই প্ৰেমত পৰা নাই। তথাপিও মোৰ এনে লাগে যেন আমাৰ মাজত মধুৰ বন্ধুত্ব এটা গঢ়ি উঠিছে। অকণমান সুবিধা পালেই আজিকালি মই ওপৰলৈ দৌৰ মাৰোঁ। সিও আজিকালি কথা পাতিবলৈ বিচাৰি নাপাই মনে মনে বহি নাথাকে। মই কোঠাৰপৰা ওলাই অহালৈকে তাৰ কথা শেষেই নহয়।

মায়ে কিন্তু মই ওপৰলৈ যোৱাটো বৰ ভাল নাপায়; সেই কাৰণে লোকক আমনি দিবলৈ নাযাবি বুলি কয়। কিন্তু মাৰ মনৰ কথা যে মই বুজি পাইছোঁ মায়ে নাজানে নেকি? পিটাৰৰ কোঠালৈ যাওঁতে প্ৰত্যেক বাৰেই মায়ে বেলেগ ধৰণেৰে চায় আৰু তাৰপৰা ওলাই আহিলেই সদায় সোধে, "ইমান সময় ক'ত আছিলা?" কথাবাৰ শুনি খঙতে মোৰ গোটেই শৰীৰ জ্বলি উঠে।

তোমাৰেই এন্

শনিবাৰ, ১৯ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আকৌ শনিবাৰটো ঘূৰি আহিল। ৰাতিপুৱাটো শান্ত আছিল। ওপৰত অলপমান কাম কৰিলোঁ। কিন্তু এটা চুটি কথাৰ বাহিৰে তাৰ লগত একো কথাই পতা নহ'ল। আঢ়েমান বজাত যেতিয়া সকলো শুবলৈ বা পঢ়িবলৈ নিজৰ নিজৰ কোঠাত সোমালহি, মই কম্বলখন আৰু কাগজ-পত্ৰ লৈ তলৰ অফিচলৈ আহিলোঁ। কিন্তু তালৈ আহি মই একো পঢ়াশুনা কৰিব নোৱাৰিলোঁ, এক অজান বেদনাই মোৰ বুকুত খুন্দামাৰি ধৰিলে। মই হাতত মূৰ থৈ উচুপি উচুপি কান্দিবলৈ ধৰিলোঁ। মোৰ দুগালেদি চকুপানী বৈ গ'ল। এই সময়ত সি যদি মোক সান্ত্বনা দিবলৈ

আছিলহেঁতেন। চাৰিমান বজাত মই অফিচৰপৰা ওপৰলৈ আহিলোঁ। তাৰ পাচত আলু আনিবলৈ যাওঁতে তাক দেখা পাম বুলি বৰ আশা কৰিছিলোঁ। কিন্তু ইতিমধ্যে সি মেকুৰীটো লৈ গুদামঘৰ পালেগৈ, হঠাৎ মোৰ কব নোৱাৰাকৈ চকুপানী ওলাই গ'ল। সক আইনাখন হাতত লৈ মই লৰালৰিকৈ বাথৰুমলৈ গলোঁগৈ। তাত অলপমান বহি মুখ-চকু ধুই ওলাই আহিলোঁ। তথাপি মোৰ মনৰ হতাশা আঁতৰি নগ'ল।

মোৰ যেন লাগিল পিটাৰক মই ইমান সহজে পাব নোৱাৰোঁ। হয়তো পিটাৰে মোক ভালেই নাপায়। নিজৰ অন্তৰৰ কথা কবলৈ তাৰ হয়তো আন কাৰো প্ৰয়োজন নাই। তাৰ চকুত হয়তো মই অন্য দহজনী ছোৱালীৰ দৰেই সাধাৰণ। মই এতিয়া হয়তো আগৰ দৰে নিঃসঙ্গ বন্ধুহীন, পিটাৰহীন হৈ কটাব লাগিব। মোৰ এতিয়া আশা কৰিবলৈ, সান্ত্বনা পাবলৈ কোনো স্থল নাথাকিব। হায়, যদি মই তাৰ কান্ধত মূৰ থৈ মনৰ দুখৰ কথা কব পাৰিলোঁহেঁতেন, মনটোৱে বহুত সান্ত্বনা পালেহেঁতেন! হয়তো সি মোক পৰোৱাই নকৰে, মই হয়তো তাক লৈ মিছাতেই ইমানবোৰ জল্পনা-কল্পনা কৰিছোঁ। হায়, পিটাৰ তুমি যদি মোৰ অন্তৰৰ কথা জানিলাহেঁতেন! যদি পিটাৰে মোক ভাল নোপোৱাটোৱেই সত্য হয়, এই দুখ মোৰ কাৰণে অসহ্য হ'ব।

কিন্তু অলপ পাচতে মোৰ মনত নতুন আশাৰ বেঙনিয়ে দেখা দিলে যদিও গালেদি বৈ যোৱা চকুপানী দুধাৰ এতিয়াও শুকোৱা নাই।

তোমাৰেই এন্‌

বুধবাৰ, ২৩ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

বাহিৰৰ বতৰটো ভাল হৈছে। কালিৰপৰা মই যথেষ্ট স্থিৰতা লাভ কৰিছোঁ। আজিকালি প্ৰত্যেক দিনাই মই এটিচলৈ যাওঁ। তাত অলপ সময় পিটাৰক লগ পাই মনটো বহুত পাতল লাগে। এটিচৰ মোৰ প্ৰিয় ঠাইৰপৰা মই বাহিৰৰ নীলা আকাশৰ ফালে চাওঁ। ওচৰৰে পাত নথকা চেষ্টনাট গছজোপালৈ চাই থাকোঁ। এই গছজোপাত লাগি থকা বৰষুণৰ টোপালবোৰ পুৱাৰ ৰদ-জাকত ৰূপৰ দৰে ঝিলমিলাই উঠে। দূৰৈত সমুদ্ৰৰ চৰাইবোৰ যেন বতাহত ভাঁহি আছে।

'সি' ওচৰৰে কাঠ এডালত ধৰি থিয় হৈ বাহিৰলৈ চাই থাকে আৰু মইও ওচৰতে বহি বাহিৰৰ প্ৰকৃতিৰ অপৰূপ ৰূপ চাওঁ। এই মোহময় নীৰৱতাটো কথাপাতি ভাঙি দিবৰ মন নাযায়। এনেকৈ নীৰবে দুয়ো বহুত সময় বহি থাকোঁ। তাৰ পাচত খৰি ফালিবলৈ সি ওপৰলৈ যায়। মই তাৰ পাচে পাচে যাওঁ। সি প্ৰায় ১৫ মিনিটমান খৰি ফালে। মই ওচৰতে বহি থাকোঁ। সি নিজৰ শক্তি দেখুৱাবলৈ যথাসাধ্য চেষ্টা কৰে। লগে লগে মই খোলা খিড়িকীয়েদি বাহিৰলৈ চাওঁ। তাৰপৰা আমষ্টাৰডামৰ বহুতখিনি দেখা পোৱা যায়। ঘৰৰ চালৰ ওপৰেদি মই দূৰ দিগন্তৰ পাতল নীলা সীমাৰেখালৈ চাই পঠিয়াওঁ। এইবোৰ চাই চাই মই ভাবোঁ, "প্ৰকৃতিৰ এই মনোৰম ৰূপৰাশি, এই নীলা মেঘমুক্ত আকাশ, সুকযৰ ৰেঙনি—যেতিয়ালৈকে জীয়াই থাকিম, তেতিয়ালৈকে মই কেতিয়াও অসুখী হ'ব নোৱাৰোঁ।"

যিবোৰ মানুহ নিঃসঙ্গ, অসুখী আৰু ভয়াতুৰ, তেনেধৰণৰ মানুহে মনৰ সান্ত্বনা বিচাৰি বাহিৰলৈ ওলাই আহিব লাগিব, য'ত তেওঁলোকে প্ৰকৃতিৰ বুকুত স্বৰ্গ আৰু ভগবানৰ সান্নিধ্য উপলব্ধি কৰিব

পাবে। প্ৰকৃতিৰ বুকুলৈ ওলাই আহিলে মানুহে বুজিব পাৰিব যে মানুহৰ সুখ-শান্তিৰ কাৰণেই প্ৰকৃতিৰ এই বিনন্দীয়া ৰূপ। যেতিয়ালৈকে এই মহিমময়ী ৰূপ থাকিব, (মোৰ বিশ্বাস ই সদায়েই থাকিব) তেতিয়ালৈকে মানুহে যিকোনো দুখতেই শান্তি বিচাৰি পাব। মোৰ বিশ্বাস, একমাত্ৰ প্ৰকৃতিয়েই সকলো দুখতে শান্তিৰ অমিয়া ঢালিব পাৰে।

কোনে জানে মই হয়তো অতি সোনকালে এনে-এজন অন্তৰৰ বন্ধু পাম যি মোৰ দৰেই এই স্বৰ্গীয় আনন্দ উপলব্ধি কৰিব পাৰিব।

তোমাৰেই এন্

এটা চিন্তা:

আমি বহুত দিনৰপৰা বহুত বস্তুৰেই পোৱা নাই। মই অকল বাহিৰা বস্তুৰ অভাৱৰ কথাই কোৱা নাই; অন্তৰৰ অভাৱৰ কথাও কৈছোঁ। যেনে—মোৰ মনত স্বাধীনতাৰ অভাৱ, মুক্ত বায়ুৰ অভাৱ। কিন্তু এতিয়া মোৰ এনে লাগিছে এই অভাৱ পূৰণৰ বাবে আমাৰ বহুতো থল আছে। আজি ৰাতিপুৱা খিড়িকীৰ সন্মুখত থিয় হৈ চাই থাকোঁতে মই হঠাৎ অনুভৱ কৰিলোঁ যে মনৰ অভাৱ দূৰ কৰাৰ উপায়ো বহুত আছে।

যেতিয়া মই বাহিৰৰ প্ৰকৃতিৰ ৰূপত ভগৱানৰ স্বৰূপ উপলব্ধি কৰোঁ আৰু যেতিয়া পিটাৰ মোৰ ইমান ওচৰতে আছে, তেতিয়া মই সঁচাকৈয়ে সুখী হওঁ। টকা-পইচা, ধন-সম্পদ হেৰাব পাৰে; কিন্তু অন্তৰৰ আনন্দ কেতিয়াও হেৰাই নাযায়। হয়তো খন্তেকৰ কাৰণে ঢাক খাই ম্লান হ'ব পাৰে; কিন্তু জীয়াই থাকোঁমানে ই তোমাৰ লগতে থাকিব। যেতিয়ালৈকে তুমি নিৰ্ভয় মনেৰে আকাশৰ পিনে চাব পাৰা, যেতিয়ালৈকে তোমাৰ অন্তৰৰ নিৰ্মলতা থাকে, তেতিয়ালৈকে তোমাৰ সুখ কোনেও হৰণ কৰিব নোৱাৰে।

দেওবাৰ, ২৭ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজিকালি ৰাতিপুৱাৰপৰা ৰাতিলৈকে মই পিটাৰৰ কথা ভাবি থাকোঁ। শোওঁতেও তাৰ প্ৰতিমূৰ্ত্তি মোৰ চকুৰ আগত ভাঁহি থাকে। সপোনতে তাকেই লগ পাওঁ আৰু সাৰ পায়ো সি মোক চাই থকা যেনেই লাগে।

মোৰ এনে ধাৰণা হৈছে যে পিটাৰ আৰু মোৰ স্বভাৱ যদিও বেলেগ্ৰ বেলেগ, তথাপি ক'ৰবাত যেন কিবা এটাত মিল আছে। তাৰ কাৰণ কওঁ শুনা—আমি দুয়ো প্ৰকৃত মাকৰ অভাৱ অনুভৱ কৰোঁ; তাৰ মাকৰ মৰমত গভীৰতা নাই, আড়ম্বৰেই বেছি; পিটাৰৰ মনৰ খবৰ নাৰাখে। মোৰ মায়ে মোৰ বিষয়ে চিন্তা কৰে; কিন্তু মোৰ অন্তৰ অনুভূতিবে বুজিব নোৱাৰে, অৰ্থাৎ মাকৰ আচল গুণৰ অভাৱ।

পিটাৰ আৰু মই দুয়ো অন্তৰ্দ্বন্দ্বত জৰ্জৰিত। আমি এতিয়াও নিজৰ বিষয়ে অনিশ্চিত। দুয়ো অভিমানী আৰু কঠোৰ ব্যৱহাৰ অকণো সহ্য কৰিব নোৱাৰোঁ; দুয়োৰে সমস্যা একেটাই। আমি দুয়ো নিজৰ নিজৰ দুখ গোপনে ৰাখোঁ। মই নিজৰ দুখ গোপনে ৰাখিবলৈ গৈ চিঞৰ-বাখৰ, হুলস্থুল কৰি সকলোকে অতিষ্ঠ কৰোঁ। পিটাৰে কিন্তু, অকলে ঘৰৰ এচুকত বহি থাকে; কাৰো লগত কথা নকয়, নিজে নিজে দিবাস্বপ্ন দেখে। এনেকৈ সি নিজৰ ভাব গোপনে ৰাখে।

কিন্তু এনে ধৰণেৰে দুয়ো কেনেকৈ ওচৰ চাপিব পাৰিম? মোৰ সাধাৰণ বুদ্ধিয়ে কিমান দিনলৈকে অন্তৰৰ অদম্য কামনা দমাই ৰাখিব পাৰে, নিজেই ক'ব নোৱাৰোঁ।

তোমাৰেই এন্

সোমবাৰ, ২৮ ফেব্ৰুৱাৰী, ১৯৪৪ চন

মৰমৰ কিট্টী,

পিটাৰৰ চিন্তা এটা দুঃস্বপ্নৰ নিচিনা হৈছে। দিনে-ৰাতিয়ে পিটাৰৰ চিন্তাই মোক খুলি খুলি খাইছে। সকলো সময়তে মই তাক চকুৰ আগত দেখোঁ; কিন্তু তাক ওচৰত পাব নোৱাৰোঁ। মোৰ দুখ নিৰাশা কাকো দেখুৱাব নোৱাৰোঁ। মনত যিমানেই দুখ নাথাকক মুখত হাঁহি থাকিবই লাগিব।

মোৰ মনত পিটাৰ ৱোছেল আৰু পিটাৰ ভানডান্ মিলি এজন পিটাৰৰ ৰূপ লৈছে। এই প্ৰিয় পিটাৰক পাবলৈ মই ব্যাকুল হৈ গৈছোঁ।

মোৰ আজিকালি মা-দেউতা কাকো ভাল নালাগে। মাৰ্গটক আৰু বেছি আমনি লাগে। কাৰণ তাই মোক সদায় হাঁহি-মাতি থকাটোৱেই বিচাৰে। এতিয়া মোৰ একমাত্ৰ ইচ্ছা—অকলে অকলে শান্তিত থকা।

আজি পিটাৰ এটিচত মোৰ ওচৰলৈ নাহিল। সি ওপৰচাংলৈ ( loft ) গৈ কাঠৰ মিস্ত্ৰী কাম কৰিবলৈ ধৰিলে। প্ৰত্যেক শব্দত মই ভয়তে জঠৰ হৈ গৈছিলোঁ আৰু লগে লগে বেছি অশান্তি অনুভৱ কৰিছিলোঁ। দূৰত ক'ৰবাত "শৰীৰ পবিত্ৰ, মন পবিত্ৰ" এই গানটো বাজি আছিল। মই জানো মই খুব অনুভূতিশীল; মই জানো মই নিৰ্বোধ আৰু মৰসাহসী। ভগৱান, মোক ৰক্ষা কৰা।

তোমাৰেই এন্

বুধবাৰ, ১ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

এটা নতুন চুৰিৰ ঘটনাই মোৰ ব্যক্তিগত কথাবোৰ তল পেলাই দিলে। চোৰৰ উৎপাতটো মোৰ এতিয়া অসহ্য লগা

হৈছে। কিন্তু একো উপায় নাই, চোৰে কোলেও এও কোম্পানীত বাৰে বাৰে পদাৰ্পণ কৰি আমোদ পোৱা হৈছে। এই চুৰি কিন্তু ১৯৪৩ চনৰ চুৰিতকৈ বেছি জটিল ধৰণৰ।

যোৱাৰাতি মিঃ ভান্‌ডান যথাৰীতি ক্ৰেলাৰৰ অফিচলৈ গৈ অফিচৰ দুৱাৰখন একেবাৰে মেলখাই থকা অৱস্থাত দেখা পালে। তেওঁ আচৰিত হৈ ভিতৰলৈ সোমাই গ'ল আৰু দেখিলে যে ওচৰতে সক ভাৰ্ককমৰ দুৱাবো খোলা আৰু অফিচৰ কাগজপত্ৰবোৰ যেনি তেনি পৰি আছে। ততালিকে তেওঁ ভাবিলে হয়তো চোৰ সোমাইছে। তথাপি তেওঁ কথাটো সঁচা হয় নে নহয় তাকে বুজ লবলৈ তললৈ নামি গৈ প্ৰধান দুৱাৰখন চালেহি। দেখিলে প্ৰধান দুৱাৰখন বন্ধ হৈ আছে। তেতিয়া তেওঁৰ ধাৰণা হ'ল পিটাৰ আৰু এলিয়ে হয়তো গধূলি বস্তু-বাহানিবোৰ ভালকৈ ঠিক নকৰিলে। তাৰ পাচত আকৌ আহি ক্ৰেলাৰৰ কোঠাত সোমাই বহি নিজৰ কাম-কাজ কৰি অলপ সময়ৰ পাচত লাইট মুমুৰাই আকৌ ওপৰলৈ উঠি আহিল।

আজি পুৱাই পিটাৰ আহি দুৱাৰত টুকুৰিয়াবলৈ ধৰিলে। দুৱাৰ খুলি, কি হৈছে বুলি সোধাত, তেওঁ যি খবৰ দিলে সেই খবৰ মুঠেই আনন্দদায়ক নহয়। তেওঁ ক'লে যে প্ৰধান দুৱাৰ মেল খাই আছে আৰু ক্ৰেলাৰৰ আলমাৰীৰপৰা প্ৰজেক্টৰ আৰু নতুন পৰ্টফলিঅ' বেগটো নাইকিয়া হৈছে। পিটাৰক ততালিকে গৈ দৰ্জাখন বন্ধ কৰি আহিবলৈ কোৱা হ'ল। তেতিয়াহে ভান্‌ডানে তেওঁৰ আগদিনাৰ অভিজ্ঞতাৰ কথা আমাক ক'লে; তেওঁৰ কথা শুনি আমি সকলোৱে চিন্তা কৰিবলৈ ধৰিলোঁ। আমি ভাবিলোঁ হয়তো চোৰৰ হাতত এটা বেলেগ জাল চাবি আছিল। সেইটোৰ সহায়েৰে সি ভিতৰলৈ সোমাইছিল; নহ'লে তলা নভঙাকৈ নাথাকে। সি হয়তো মিঃ ভান্‌ডানক দেখি ক'ৰবাত লুকাইছিল; ভান্‌ডানে ওলোৱাৰ লগে লগে চুৰি কৰা বস্তুবোৰ গোটাই পলাই

গ'ল। লৰালৰিৰ কোবত তুৱাৰখন লগাবলৈ পাহৰিলে। এতিয়া প্ৰশ্ন হ'ল আমাৰ চাবিনো কাৰ হাতত থাকিব পাৰে? চোৰটো গুদামঘৰত কিয় সোমোৱা নাই? নতুবা গুদামঘৰৰ মানুহ চুৰ কৰিবলৈ আহিছিল নে কি? সি হয়তো মিঃ ভান্‌ডানকো দেখিলে। সি এতিয়া আমাক পুলিচৰ হাতত ধৰা পেলোৱাই দিব নেকি? গোটেই কথাবোৰ বৰ জটিল হৈ পৰিল। এই চোৰটোৱে যে আকৌ চুৰ কৰিবলৈ নাহিব তাৰ কোনো নিশ্চয়তা নাই। এইটোও হ'ব পাৰে যে মস্ত ঘৰটোৰ ভিতৰত এজন মানুহ অকলে অকলে ঘূৰি ফুৰা দেখি ভয়ত চোৰ পলাই পত্ৰং দিলে।

তোমাৰেই এন্

বৃহস্পতিবাৰ. ২ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

মাৰ্গট আৰু মই দুয়ো আজি এটিচলৈ গৈছিলোঁ। কিন্তু আমি দুয়ো একেলগে থাকিলে যিমান ভাল লাগিব বুলি ভাবিছিলোঁ সিমান ভাল নালাগিল, যদিও মাৰ্গট আৰু মোৰ অনুভূতিবোৰ প্ৰায় একেই।

ধোৱা-পখলা কৰি থাকোঁতে এলিয়ে মা আৰু শ্ৰীমতী ভান্‌ডানক ক'লে যে মাজে মাজে তেওঁৰ মনটো বৰ বেয়া লাগে; চাৰিওফালৰ পৰা নিৰাশাই আগুৰি ধৰা যেন লাগে। এলিৰ দুখত সমবেদনা জনাই মায়ে কি ক'লে জানা? "মনটো বেয়া লাগিলে তুমি আনৰ দুখৰ কথা ভাবিবা। তেতিয়া নিজৰ দুখ পাতলিব।" কি আচৰিত যুক্তি! নিজৰেই যেতিয়া দুখ থাকিব, আনৰ দুখৰ কথা ভাবি কি লাভ? মই এই কথা কবলৈহে পালোঁ, মায়ে ধমকি এটা দি ক'লে, "তই মনে মনে থাক"।

ইয়াত থকা ডাঙৰ মানুহবোৰ সব মূৰ্খ নহয় নে বাৰু? সকলোৰে মনৰ ভাব কেনেকৈ একে হ'ব? পিটাৰ, মাৰ্গট, এলি, মোৰ—

সকলোৰে চিন্তাধাৰা বেলেগ। তথাপিও প্ৰকৃত এগৰাকী মা বা বন্ধুৱে আমাৰ মনৰ দুখ পাতলাবলৈ বহুতখিনি কৰিব পাৰে। কিন্তু আমাৰ ইয়াৰ মাকহঁতৰ একোকেই বুজি নাপায়। শ্ৰীমতী ভান্‌ডানে বুজিলেও মোৰ মায়ে যে একেবাৰেই নুবুজে। বেচেৰী এলিৰ মনৰ দুখ পাতলাবলৈ মই নিজৰ অভিজ্ঞতাৰপৰা কিছু কথা কম বুলি ভাবিছিলোঁ। কিন্তু কথা বিষম দেখি দেউতাই মোক আইনকালে আঁতৰাই নিলে।

ডাঙৰ মানুহ সকলোবোৰ নিৰ্বোধ। তেওঁলোকৰ ধাৰণা—সৰু ল'ৰা-ছোৱালীবোৰৰ নিজা মতামত থাকিবই নোৱাৰে; থাকিলেও প্ৰকাশ কৰাৰ অধিকাৰ নাই। মুখখন বন্ধ কৰিব পাৰি; কিন্তু চিন্তা কৰিবলৈতো বন্ধ কৰিব নোৱাৰি। আমাৰ ইয়াত থকা 'সৰ্বজ্ঞানী' গোটেই কেইটা মূৰ্খতকৈ আমাৰ চিন্তাধাৰা বহুত বেছি আগবঢ়া, তেওঁলোকে সপোনতো হয়তো আমাৰ নিচিনাকৈ ভাবিব নোৱাৰে।

আজিকালি মই শ্ৰীমতী ভান্‌ডানৰ লগত বেছি কথা পতা দেখি মা হিংসাত দেই-পুৰি মৰিছে।

আজি আবেলি পিটাৰক মই লগ ধৰি ৪৫ মিনিটমান কথা পাতিলোঁ। পিটাৰৰ মনৰ কথা উলিয়াবলৈ বহুত সময় লাগিল। অৱশেষত সি মোক তাৰ মাক-বাপেকৰ কাজিয়া-পেচালৰ কথা ক'লে। মাক-বাপেকে ৰাজনীতি, চিগাৰেটৰ নিচিনা সাধাৰণ সাধাৰণ কথাত কাজিয়া কৰাটো সি মুঠেই ভাল নাপায়। পিটাৰ বৰ লাজকুৰীয়া।

মৰো তাক মোৰ মা-দেউতাৰ কথা ক'লোঁ। দেউতাৰ কথা কওঁতে সি ক'লে, "তোমাৰ দেউতা খুব ভাল মানুহ।"। তাৰ পাচত আমি 'ওপৰ'ৰ আৰু 'তল'ৰ মানুহবোৰৰ কথা পাতিলোঁ। আমি তাৰ মাক-দেউতাকক সকলো সময়তে ভাল নাপাওঁ বুলি কোৱাত সি অলপমান আচৰিত হ'ল। তেতিয়া মই তাক ক'লোঁ,

"পিটাৰ, তুমি জানা, মই সদায় সঁচা কথা কওঁ; ভাওৰবো যদি কিবা দোষ থাকে, সেইবোৰো নোকোৱাকৈ নাথাকোঁ।" অন্ত কথাবোৰৰ মাজতে পিটাৰক এই কথাও কলোঁ যে তাৰ অৱস্থাটো, সি মুখ খুলি নকলেও, মই বুজি পাওঁ। আৰু তাক যিকোনো প্ৰকাৰে সহায় কৰিবলৈ মই প্ৰস্তুত আছোঁ। মোৰ কথা শুনি সি ক'লে, "তোমাৰ সহায় মই সদায় আগ্ৰহেৰে গ্ৰহণ কৰিম।"

মই তেতিয়া তাক ক'লোঁ, "তুমি আমাৰ দেউতাক মনৰ সকলো কথা খুলি ক'ব পাৰা। তুমি কোৱা কথাবোৰ দেউতাই আন কাকো নকয় বুলি মই কথা দিব পাৰোঁ।"

"সঁচাকৈয়ে তোমাৰ দেউতা ভাওৰ হ'লেও বন্ধুৰ নিচিনা।"

"তুমি আমাৰ দেউতাক খুব ভাল পোৱা, নহয়?" পিটাৰে মূৰ ছুপিয়ালে।

মই ক'লোঁ, "দেউতায়ো তোমাক খুব ভাল পায়।"

কথাষাৰ শুনি সি মোৰ চকুলৈ চালে। তাৰ চকুৰে-মুখে আনন্দৰ ভাব ফুটি উঠিল। অলপ বেলা পিছি সি মোক সুধিলে, "সঁচাকৈয়ে?"

"সঁচাকৈয়ে। তুমি মোৰ দেউতাক নিজৰ দেউতাৰ নিচিনাই ভাবি ল'ব পাৰা।"

পিটাৰো বৰ ভাল ল'ৰা। দেউতাৰ নিচিনাই ভাল।

তোমাৰেই এন্‌

শুক্ৰবাৰ, ৩ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি গধূলি 'চাবাথ'ৰ (Sabbath) প্ৰদীপ শিখালৈ চাই মোৰ মনটো শান্তি আৰু আনন্দেৰে ভৰি উঠিল। প্ৰদীপৰ শিখাটোত যেন ওমা (Oma) দেৱীৰ উপস্থিতি অনুভৱ কৰিলোঁ, যি ওমা দেৱীয়ে মোক আশ্ৰয় দিছে, ৰক্ষা কৰিছে আৰু মনত শান্তি আৰু আনন্দৰ অমিয়া ঢালিছে।

কিন্তু মোৰ মনৰ চিন্তাধাৰা, সুখ-শান্তি নিয়ন্ত্ৰণ কৰা আৰু একজন মানুহ আছে, সেইজন হ'ল পিটাৰ। আজি মই আলু আনিবলৈ যাওঁতে চিৰিটোত উঠিব খুজিছিলোঁহে মাথোন, সি মোক সুধিলে—"দুপৰীয়া আহাৰৰ পাচত তুমি কি কৰিছিলা? একেবাৰে দেখোন দেখা নাই।" তাৰ কথা শুনি মই চিৰিতে বহি কথা পাতিবলৈ লাগি গ'লোঁ। কথা পাতি ৫-১০ মিনিট মানতহে উঠি আহিলোঁ আৰু আলু তেতিয়াহে পাকঘৰ পালেহি।

পিটাৰে আকৌ তাৰ মা-দেউতাৰ কথা কোৱা নাই। আমি অকল কিতাপৰ কথা আৰু আগৰ দিনৰ কথা পাতিলোঁ। ল'ৰাটোৰ চকুত যে কি এক মধুৰ উষ্ণতা আছে মই তোমাক বুজাব নোৱাৰোঁ। মই এতিয়া তাৰ প্ৰেমত পৰিছোঁ যেনেই লাগিছে। আজি গধূলি সিও ভালপোৱাৰ কথাই পাতিছিল। আলুৰ বাকলি গুচাই তাৰ কোঠালৈ গৈ ক'লোঁ যে বৰ গৰম লাগিছে। মই তাক ক'লোঁ, "জানা, মাৰ্গট আৰু মোক দেখিলে তাপমাত্ৰা কি কৈ দিব পৰা যায়। যদি ঠাণ্ডা হয় তেনেহ'লে আমাৰ দুয়োৰো মুখ শেতা পৰি থাকে আৰু গৰম হ'লে তিকৃতিকীয়া ৰঙা হয়।"

সি ঘপকৈকে ক'লে, "আৰু প্ৰেমত পৰিলে?"

"মই আকৌ প্ৰেমত পৰিবলৈ যাম কিয়?" অঁকৰাৰ নিচিনাকৈ মই উত্তৰ দিলোঁ।

সি ক'লে, "প্ৰেমত পৰাতনো দোষ কি?"

ঠিক সেই সময়ত আমাৰ খাবলৈ যাবৰ সময় হ'ল। গতিকে কথা ইয়াতে বন্ধ হ'ল।

পাচত মই ভাবিলোঁ—এই প্ৰশ্ন সুধি সি মোক কিবা বুজাব খুজিছিল নে কি? মোৰ উত্তৰ শুনি বেয়া পোৱা নাইতো? আজি ৰাতিপুৱা মই তাক সি বেয়া পাইছে নে কি বুলি সুধিয়েই পেলালোঁ। সি ক'লে, "নাই, বেয়া পাম কিয়? তোমাৰ কথা শুনি বৰ ভাল

লাগে।" সি লাজতে এনেকৈ কৈছে নে নাই কি কাৰণে কৈছে একো বুজিব নোৱাৰিলোঁ।

কিট্টী, মোৰ অৱস্থা এতিয়া প্ৰেমত পৰা মানুহৰ নিচিনা হৈছে'। অকল প্ৰিয়জনৰ কথাহে কবৰ মন যায়। পিটাৰ যে সঁচাকৈ বৰ মৰমলগা ল'ৰা। কেতিয়া মই পিটাৰক মোৰ মনৰ কথা ক'ব পাৰিম? অৱশ্যে পিটাৰে যদি মোক মৰমৰ বুলি ভাবে তেতিয়াহে ক'ব পাৰিম। মই নিজে নিজক চম্ভালিব পৰা হৈছোঁ, পিটাৰেও এই কথা ভালকৈ জানে। সি মনে মনে থাকি ভাল পায়; গতিকে মোলৈ তাৰ মৰম কিমানখিনি ধৰিব নোৱাৰি। যিয়েই নহওক, আমি যে দুয়ো ওচৰ চাপি আহিছোঁ তাত কোনো সন্দেহ নাই। হয়তো মই ভবাতকৈ বহুত আগেয়ে সেই সময় আহি পাব যেতিয়া দুয়ো দুয়োৰো আগত মনৰ কথা খুলি ক'ব পাৰিম। দিনে দুবাৰকৈ আমি বুজাবুজিৰ দৃষ্টি-বিনিময় কৰোঁ।

পিটাৰ যে কেনেকৈ সুখী হ'ব পাৰে তাকে দিনে-ৰাতিয়ে ভাবি মই অস্থিৰ হৈ পৰিছোঁ। মোৰ ধাৰণা সি হয়তো তেনেকৈয়ে ভাবে।

তোমাৰেই এন্

শনিবাৰ, ৪ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি বহুত দিনৰ মূৰত এইটো এটা শনিবাৰ যিটো আগৰ-বোৰৰ দৰে আমনিলগা বিৰক্তিকৰ নহয় আৰু ইয়াৰ মূলতে হ'ল পিটাৰ।

আজি ৰাতিপুৱা মোৰ এপ্ৰণটো মেলিবলৈ এটিচলৈ গৈছিলোঁ। দেউতাই মোক ফৰাচী ভাষাত কথাপতাৰ অভ্যাস কৰিবলৈ ক'লে। মই ততালিকে মান্তি হ'লোঁ। ফৰাচী ভাষাত কথাপাতি পিটাৰক অলপমান বুজাই দিলোঁ। তাৰ পাচত আমি অলপমান ইংৰাজী পঢ়া অভ্যাস কৰিলোঁ। দেউতাই ডিকেন্সৰ কিতাপৰপৰা

অলপমান ডাঙৰকৈ পঢ়ি শুনালে। সেই সময়ত পিটাৰ মোৰ নিচেই ওচৰত থকা কাৰণে মোৰ নিজৰে সপ্তম স্বৰ্গত থকাৰ নিচিনা লাগিছিল।

১১ বজাত মই শুলৈ আহিলোঁ। আকৌ চাৰে এঘাৰ বজাত তাক মোৰ কাষেৰে চিৰিত বহি থকা দেখা পালোঁ। এক বজালৈকে তাতে বহি বহি গল্প কৰিলোঁ। আজিকালি খোৱাৰ পাছত সুবিধা পালেই ওচৰত কোনো নাথাকিলে সি অন্য মানুহে নুশুনাকৈ কয়, "এন্ এতিয়াৰ কাৰণে আহোঁ। অলপ পাছত লগ পাম"।

তাৰ কথা শুনি মোৰ যে ইমান ভাল লাগে। সঁচাকৈয়ে সি বাৰু মোৰ প্ৰেমত পৰিব খুজিছে নে কি? যিয়েই নহওক, তাৰ লগত কথা পাতি মোৰ খুব ভাল লাগে।

মই গৈ পিটাৰৰ লগত কথা পতাত শ্ৰীমতী ভান্‌ডানে ভালেই পায়। আজি কিন্তু মোক জোকাবলৈকে ক'লে, "অকলে অকলে দুয়ো তাত বহি কি কৰা? তোমালোকক অকলে এৰি দিব পাৰোঁ জানো?"

মইও একে সুৰতে প্ৰতিবাদ কৰি ক'লোঁ—"নিশ্চয় পাৰে, আপোনাৰ কথাত মই কিন্তু অপমান পাইছোঁ।"

আজিকালি মই ৰাতিপুৱাৰপৰা গধূলিলৈকে কি উপায়েৰে পিটাৰক লগ পোৱা যায় সেই চিন্তাতে থাকোঁ।

তোমাৰেই এন্

সোমবাৰ, ৬ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই পিটাৰৰ মুখ দেখিলেই বুজিব পাৰোঁ যে পিটাৰেও মোৰ নিচিনাকৈ চিন্তা কৰি আছে। কালি গধূলি শ্ৰীমতী ভান্‌ডানে পিটাৰক ডাঙৰ ভাবুক বুলি জোকাওঁতে মোৰ ৰং বেছি খং উঠিছিল। পিটাৰ বেচেৰাও লাজত বঙা-চিঙা পৰি গ'ল।

এই মানুহবোৰে কিয় বাক নিজৰ মুখ বন্ধ কৰি ৰাখিব নোৱাৰে?

পিটাৰ যে কিমান বেছি অকলশৰীয়া! অথচ মই একোৱেই কৰিব নোৱাৰোঁ। এই কথা ভাবি কিমান বেয়া লাগে তুমি কল্পনাই কৰিব নোৱাৰা। মই নিজকে তাৰ ঠাইত ৰাখি তাৰ অৱস্থাটো কেনে হ'ব পাৰে অনুমান কৰিব পাৰোঁ। বেচেৰা পিটাৰ, তাৰ খুব বেছি মৰমৰ দৰকাৰ।

এদিন সি মোক কৈছিল তাক কাৰো মৰম নালাগে, কোনো বন্ধুৰ দৰকাৰ নাই। এই কথাবোৰ বৰ কঠুৱা যেন লাগিছিল। কিন্তু সি ভুল কৰিছে। এইবোৰ তাৰ মনৰ কথা নহয়, অভিমানৰ কথাহে।

সি সদায় অকলে থাকিবলৈ বিচাৰে। সকলো কথাতে উদাসীনতা দেখুৱাব খোজে। কিন্তু এই সকলোবোৰ তাৰ আচল স্বৰূপটো লুকুৱাবলৈ কৰা অভিনয় মাথোন। সি কিমানদিন এনেকৈ অভিনয় কৰি নিজকে লুকুৱাব পাৰিব! এদিন নহয় এদিন তাৰ সকলোবোৰ প্ৰচেষ্টা ব্যৰ্থ হৈ আচল স্বৰূপটো ওলাই পৰিব। পিটাৰে যদি মোক মনৰ কথা খুলি ক'লেহেঁতেন! আমি দুয়োমিলি দুজনৰে মনৰ নিঃসঙ্গতা দূৰ কৰিব পাৰিলোঁহেঁতেন। মই মনত বহুত কথাই ভাবোঁ; কিন্তু মুখেৰে একো নকওঁ। তাক লগ পোৱাতেই আনন্দ; তাৰ লগত থকা সময়খিনিত যদি বাহিৰৰ প্ৰকৃতি ৰৌদ্ৰোজ্জ্বল হয়, তেতিয়া আনন্দত মন-প্ৰাণ নাচি উঠে।

যোৱাকালি মই বাথৰুমত মূৰ ধুই আছিলোঁ। ওচৰৰ কোঠা-টোত পিটাৰ বহি আছে বুলি গম পাই মই বৰ উত্তেজিত হৈছিলোঁ। কিন্তু মোৰ উত্তেজনাটো প্ৰকাশ কৰিবলৈ একো উপায় নাছিল। ভিতৰৰ অনুভূতি মোৰ যিমানেই বেছি হয়, বাহিৰৰ হুলস্থুল সিমানেই বাঢ়ি যায়।

এই নীৰৱতা কোনে প্ৰথমতে ভাঙিব? ভানডানৰ যে ছোৱালী এজনী নাথাকি ল'ৰা এটা আছে সেই কথা ভাবি মোৰ ভাল লাগে!

ছোৱালী থকা হ'লে পিটাৰৰ মন জয় কৰিবলৈ যি আনন্দৰ শিহৰণ অনুভৱ কৰিছোঁ, সেইয়া নহ'লহেঁতেন।

তোমাৰেই এন্

পুনঃ—তোমাক সঁচাকৈয়ে ক'বলৈ গলে মোৰ আজিকালি এনে লাগে পিটাৰক এবাৰ লগ পোৱাৰ পাছত আকৌ তেওঁক লগ পাবলৈকে মই যেন জীয়াই আছোঁ। মই সকলো সময়তে আশা কৰোঁ সিও যেন মোৰ কাৰণে প্ৰতীক্ষা কৰি আছে আৰু সংকোচেৰে মোৰ ওচৰলৈ আহিব। প্ৰত্যেক সময়তে মইও প্ৰতীক্ষা কৰি থাকোঁ। সিও হয়তো মোৰ নিচিনাকৈ বহুত কথাই কব বিচাৰে। পিটাৰে হয়তো ভাবিবই নোৱাৰে যে তাৰ এই দ্বিধা-জড়িত অভদ্ৰ স্বভাৱটোৱেই মোক বেছি আকৰ্ষণ কৰে।

তোমাৰেই এন্

মঙ্গলবাৰ, ৭ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

১৯৪২ চনৰ কথা ভাবিলে মোৰ এতিয়া অবাস্তৱ যেন লাগে। সেই সময়ৰ স্বৰ্গীয় আনন্দ উপলব্ধি কৰা এন্ আৰু গুপ্তগৃহৰ চাৰিবেৰৰ মাজত বাস্তৱ অভিজ্ঞতা অৰ্জন কৰা এনৰ মাজত আকাশ-পাতাল পাৰ্থক্য আছে। সেই দিনবোৰক স্বৰ্গীয় বুলি কৈছোঁ; কাৰণ তেতিয়া মোৰ একোৰে অভাৱ নাছিল। মোৰ বয়সৰ ২০।২৫ জন ল'ৰাবন্ধুৱে মোক সকলো সময়তে আৱৰি ৰাখিছিল। শিক্ষক-শিক্ষয়িত্ৰীবো মৰমৰ পাত্ৰী আছিলোঁ। মা-দেউতাৰতো চকুৰ মণি আছিলোঁৱেই, হাত ভৰা মিঠাই, খৰচ কৰিবলৈ জেপ-ভৰ্তি পইচা— ইয়াতকৈ আৰু কি লাগিছে?

তুমি হয়তো ভাবিব পাৰা যে মোৰ তেনে কি গুণ আছে যে সকলোৱে ইমান বেছি মৰম চেনেহ কৰিছিল। পিটাৰে মোক

'আকৰ্ষণীয়' বুলি ক'লেও দৰাচলতে মোৰ একো আকৰ্ষণীয়তা নাছিল। সকলো চাৰ-বাইদেউৱে মোৰ চট্‌ফটীয়া স্বভাৱ, হাঁহি-মুখ, অনুসন্ধিৎসু মন আৰু যিকোনো প্ৰশ্নৰে টপৰাই উত্তৰ দিব পৰা স্বভাৱটো ভাল পাইছিল। তাৰ বাহিৰেও মই হয়তো বচকী, মন মুহিব পৰা, স্ফুৰ্তিবাজ আছিলোঁ। সেই বুলি মোৰ যে দুই এটা গুণো নাছিল এনে নহয়। মই খুব পৰিশ্ৰমী, সৎ আৰু সৰল স্বভাৱৰ আছিলোঁ। মই কাৰো বস্তুত হাত দিয়াৰ কথা ভাবিবই নোৱাৰিছিলোঁ, নিজৰ হাতত থকা মিঠাই আদি বস্তুও মুক্তহস্তে সবকে বিলাইছিলোঁ। কাকো ঠগা নাছিলোঁ; ইমান এটা আনন্দৰ পৰিবেশত মোৰ স্বভাৱটো অলপমান আসৈ পোৱা বিধৰ হোৱাটো একো অস্বাভাৱিক নহয়।

এইয়া কিন্তু একপ্ৰকাৰ ভালেই হ'ল। সেই মধুৰ সুখ আৰু আনন্দৰ উচ্চ শিখৰৰপৰা এদিন হঠাৎ খহি পৰি কঠোৰ বাস্তৱৰ সন্মুখীন হবলগীয়া হ'ল। নতুন অৱস্থাটোৰ লগত খাপ খুৱাই লবলৈ মোৰ প্ৰায় এবছৰমান লাগিল। স্কুলত মই ৰাণীৰ নিচিনা আছিলোঁ। এদল ল'ৰা-ছোৱালীয়ে মোক সদায় ঘেৰি ৰাখিছিল। কেনেকৈ সিহঁতক নতুন ৰসলগা কথা কৈ হঁহুৱাব পাৰিম সেই কথাকে চিন্তা কৰিছিলোঁ। কোনোদিনে মন বেয়া নালাগিছিল। কিন্তু সেই আগৰ এনৰ লগত বৰ্তমান এনৰ তুলনা কৰিলে আগৰজনী গাত কথা নলগা টটাটিঙা যেন লাগে। পিটাৰে এদিন মোক কৈছিল, "তোমাক আগতে যেতিয়াই দেখোঁ গোটেই ছোৱালীজাক আৰু কেইটামান ল'ৰাই তোমাক বেৰি আছে আৰু তুমি হাঁহি-মাতি কিবা কথা কৈ আছা। দলটোৰ যেন তুমিয়েই প্ৰাণকেন্দ্ৰ।" পিটাৰে মিছা কোৱা নাছিল।

কিন্তু সেই ছোৱালীজনীৰ এতিয়া কি বাকী আছে? অৱশ্যে দুখ কৰিবলৈ একো নাই। এতিয়াও মই হাঁহিবলৈ পাহৰা নাই আৰু এতিয়াও কথাৰ মুখত টপৰাই কথা ক'বপৰা গুণটো আছে।

মানুহক সমালোচনা কৰাতো পাচ পৰি থকা নাই। ইচ্ছা কৰিলে এতিয়াও আগৰদৰে ৰচকী, ৰাংঢালী হ'ব পাৰোঁ। কিন্তু সেইবুলি মই যে আগৰ জীৱনটো এতিয়া ঘূৰাই পাব বিচাৰোঁ তেনে নহয়। সেই জীৱনটো এতিয়া পালেও দুই এদিন বা এসপ্তাহৰ মূৰতে আমনি লাগিব। মোৰ এতিয়া আগৰ নিচিনা পাচে পাচে লাগি ফুৰা ল'ৰা-ছোৱালীৰ দল দৰকাৰ নাই। মোৰ গুণ বুজিব পৰা দুই-এজন আচল বন্ধুহে পাব বিচাৰোঁ।

এতিয়া মোৰ চাৰিওফালে থকা দলটো আগতকৈ হয়তো সৰু হ'ব। কিন্তু সেই কেইজনেই যদি অন্তৰৰ বন্ধু হ'ব পাৰে সেইয়াই মোৰ কাৰণে যথেষ্ট।

ইমান আনন্দ স্ফূৰ্তিৰ মাজতো সেই সময়ত মই সম্পূৰ্ণ সুখী নাছিলোঁ। মই প্ৰায়ে নিঃসঙ্গ অনুভৱ কৰিছিলোঁ। কিন্তু অনবৰত হুলস্থূলৰ মাজত থকা কাৰণে ভাবিবলৈ মই বেছি সময় নাপাই-ছিলোঁ। জানিয়েই হওক বা নাজানিয়েই হওক, হাঁহি-তামচাৰ কথাকৈ মই মনৰ নিঃসঙ্গতা আঁতৰাবলৈ চেষ্টা কৰিছিলোঁ। এতিয়া মই মোৰ জীৱনৰ আৰু ভৱিষ্যতৰ বিষয়ে গভীৰভাৱে চিন্তা কৰিবলৈ সফল হৈছোঁ। মোৰ জীৱনৰ এক অধ্যায় শেষ হ'ল। হাঁহি-তামচাৰ সেই স্কুলীয়া দিনবোৰ আৰু ঘূৰি নাহে। সেই দিনবোৰ আৰু ঘূৰাই পাবলৈও নিবিচাৰোঁ। তেতিয়াতকৈ মই এতিয়া বহু বেছি অভিজ্ঞ হ'লোঁ। এতিয়া আৰু আগৰ সেই চঞ্চল পৰিবেশৰ লগত বৰ্ত্তমান মনৰ গভীৰতাৰে নিজক খাপ খুৱাব নোৱাৰোঁ।

এই নতুন বছৰৰ আগৰ মোৰ জীৱনটো বিশ্লেষণ কৰি চাই মোৰ নিজৰে আচৰিত লাগে। ঘৰৰ সেই আনন্দমুখৰ পৰিবেশ, ১৯৪২ চনত গুপ্তগৃহলৈ আগমন, সকলোফালৰপৰা অভাৱনীয় পৰিবৰ্ত্তন, দন্-কাজিয়া—এই সকলোবোৰ আচহুৱা যেন লাগে। প্ৰথমতে জীৱনটো কি হ'ল মই একো বুজিবই পৰা নাছিলোঁ। এনেকুৱা পৰিবেশত নিজকে স্থিৰ ৰাখিবলৈ অলাগতিয়াল কথাত দন্-কাজিয়া কৰিছিলোঁ।

১৯৪৩ চনৰ প্ৰথম ভাগতে মই মোৰ দোষ-ত্ৰুটীবোৰ ধৰা পেলাবলৈ ধৰিলোঁ। তেতিয়াৰপৰা মোৰ মনৰ আৰু এটা অশান্তি বাঢ়িল। নিঃসঙ্গ হৈ কান্দি-কাটিয়েই দিনবোৰ কটাই দিলোঁ। দিনৰ সময়ত মনৰ কথা পাহৰি নিজকে ফাঁকি দিবলৈ অদৰ্কাৰী কথাবোৰ'কৈ ফুৰিছিলোঁ ; দেউতাৰ কাষে কাষে লাগি ফুৰিছিলোঁ। কিন্তু দেউতাকো মই ভবা দৰে নাপালোঁ। গতিকে অকলে অকলে কাৰো সহায় সহানুভূতি নোহোৱাকৈ নিজকে পৰিবৰ্তন কৰিব লগীয়া হ'ল। সকলোৰে গালি-গালাজ শুনি মই ইমান হতাশ হৈছিলোঁ যে সেই পৰিস্থিতিৰপৰা হাত সাৰিবলৈ নিজৰ স্বভাৱ পৰিবৰ্তন কৰাৰ বাহিৰে মোৰ অন্য উপায় নাছিল।

বছৰটোৰ পাচৰ ছমাহত ময়ো ডাঙৰ হ'লোঁ। সকলোৱে মোক ডাঙৰৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে আৰু অৱস্থাৰো অলপমান উন্নতি হ'ল। ময়ো চিন্তা কৰিবলৈ শিকিলোঁ। গল্প আদি লিখিবলৈ আৰম্ভ কৰিলোঁ আৰু ভাবিলোঁ যে মোক লৈ ৰবৰৰ বলৰ দৰে খুচিমতে খেলাৰ অধিকাৰ কাৰো নাই। মই নিজৰ ইচ্ছামতে নিজৰ স্বভাৱ পৰিবৰ্তন কৰিবলৈ ধৰিলোঁ। কিন্তু এটা কথা উপলব্ধি কৰি মনত বৰ আঘাত পাওঁ যে দেউতাকো সব কথাকে মই খুলি কব নোৱাৰোঁ। মই এতিয়া নিজৰ বাহিৰে আন কাকো বিশ্বাস কৰিব নোৱাৰা হ'লোঁ।

নতুন বছৰৰ আৰম্ভনিতে মোৰ জীৱনলৈ ডাঙৰ পৰিবৰ্তন এটা আনিলে—সেই সপোনটোৱে। সপোনটো দেখাৰ পাচতে মই মোৰ মনৰ কামনা বুজি পালোঁ। এই কামনাটো ছোৱালী-বন্ধু পোৱাৰ কামনা নহয়—ল'ৰা-বন্ধু পোৱাৰ কামনাহে। লাহে লাহে মই মোৰ অন্তৰৰ সৌন্দৰ্য দেখা পালোঁ আৰু গম পালোঁ যে মোৰ মনটো দিনে দিনে অন্তৰ্মুখী হৈ গৈ আছে। বাহিৰত আনন্দ স্ফুৰ্তিৰ আৱৰণটো নিজৰ আচল স্বৰূপ ঢকাৰ এক উপায় মাথোন।

আজিকালি গধূলি বিচনাত পৰি প্ৰাৰ্থনাৰ শেষত ভগৱানৰ উদ্দেশ্যে কওঁ যে ঈশ্বৰে যি কৰে ভাললৈকে কৰে। সকলো সুন্দৰ, আনন্দ আৰু মৰমৰ কাৰণে ভগবানক শত-সহস্ৰবাৰ ধন্যবাদ জনাওঁ। মই লুকাবলৈ অহাৰ কাৰণেহে মোৰ মৰমৰ পিটাৰক লগ পাব পাৰিছোঁ। যদিও পিটাৰ আৰু মোৰ মৰম কলি অৱস্থাতে আছে আৰু যদিও আমি ইয়াত স্পষ্টকৈ নাম ক'ব বা দূৰ কৰা হোৱা নাই, তথাপিও আশা কৰোঁ যে এই মৰমখিনিয়ে ভবিষ্যতে সুন্দৰৰ ৰূপ লৈ আমাৰ জীৱনলৈ সুখ আনন্দৰ ধাৰা বোৱাই আনিব।

মই তেতিয়া দুখৰ কথা ভাবিব নোৱাৰোঁ; কেউফালে সৌন্দৰ্যৰ মহিমময়ী ৰূপহে দেখা পাওঁ। এইখিনিতে মা আৰু মোৰ পাৰ্থক্য। মাৰ মতে—"কাৰোবাৰ দুখ লাগিলে পৃথিবীত দুখত আৰু বেছি আতুৰ হোৱা অন্য মানুহৰ কথা ভাবিব লাগে"; কিন্তু মোৰ মতে—"মুক্ত আকাশৰ তলত ওলাই প্ৰকৃতিৰ সৌন্দৰ্য উপভোগ কৰিব লাগে। এতিয়াও পৃথিবীত যি সৌন্দৰ্য বাকী আছে সেইখিনি চাব জানিলে পুনৰ সুখী হ'বা।"

মাৰ ধাৰণাটো যে কেনেকৈ সঁচা হ'ব পাৰে মই ভাবিব নোৱাৰোঁ। নিজৰেই অন্তৰ যেতিয়া দুখেৰে ভৰি থাকে, তেনেস্থলত কেনেকৈ আনৰ দুখৰ কথা ভাবিব? তেনে কৰিবলৈ গ'লে মানুহে একোৰে পাৰাপাৰ বিচাৰি পাব নোৱাৰিব। কিন্তু তাৰ পৰিবৰ্তে প্ৰকৃতিৰ মাজত থকা, নিজৰ মনত থকা সৌন্দৰ্য যদি বিচাৰি পোৱা যায় তেনেহলে হয়তো নিজকেই স্থিৰ ৰাখিব পৰা যাব। যিজন মানুহ নিজে সুখী তেওঁহে আনৰ মাজতো সুখ বিলাব পাৰিব। যাৰ আত্মবিশ্বাস আৰু সাহস আছে তেওঁ শত-সহস্ৰ দুখ-বেদনাৰ মাজতো হেৰাই নাযায়।

তোমাৰেই এন্

দেওবাৰ, ১২ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজিকালি অলপ বেছি সময় একে ঠাইতে বহি থাকিব নোৱাৰা হৈছোঁ। মই অনবৰতে ওপৰৰপৰা তললৈ আৰু তলৰপৰা ওপৰলৈ উঠা-নমা কৰি থাকোঁ। পিটাৰৰ লগত কথাপাতি থাকিব পাৰিলে ভাল পাওঁ; কিন্তু সি আমনি পায় বুলি ভয় লাগে। সি লাহে লাহে নিজৰ কথা, মাক-দেউতাকৰ কথা, তাৰ আগৰ জীৱনৰ কথা অলপ অলপকৈ ক'ব ধৰিছে। কিন্তু ইমানতো মই সন্তুষ্ট হ'ব পৰা নাই; আৰু বেছি তাৰ বিষয়ে জানিব বিচাৰোঁ। পিটাৰ আৰু মোৰ পৰস্পৰৰ প্ৰতি ধাৰণা বদলি হৈ গ'ল। আগতে সি মোক সহ্য কৰিব নোৱাৰিছিল; ময়ো তাক পাত্তা নিদিছিলোঁ। কিন্তু এতিয়া দুয়ো দুয়োৰো লগ ভাল পাওঁ। অৱশ্যে সেই বুলি আমি যে খুব অন্তৰঙ্গ বন্ধু হৈ পৰিছো তেনে নহয়। মই ভাবোঁ আমাৰ সম্বন্ধটো আৰু বেছি নিবিড় হোৱা হ'লে দুয়োৰো সময়খিনি আৰু ভালকৈ কাটিলেহেঁতেন। কিন্তু এইবোৰ কথা ভাবি মই আৰু মন বেয়া নকৰোঁ। মই তেওঁৰ বিষয়ে যিমান জানিছোঁ সেয়ে এতিয়াৰ কাৰণে যথেষ্ট।

শনিবাৰে আবেলি এটাৰ পাচত এটাকৈ বেয়া খবৰবোৰ পাই মূৰটো ঘূৰাবলৈ ধৰিলে। গৈ ডিভানতে পৰি দিলোঁ। নানান ধৰণৰ চিন্তাৰপৰা হাত সাৰিবলৈ প্ৰায় ৪ বজালৈ শুই থাকিলোঁ। তাৰ পাচত উঠি বহা-কোঠালৈ যোৱাত মা-দেউতাই বাৰে বাৰে অসময়ত শোৱাৰ কাৰণ সুধিবলৈ ধৰিলে। তেতিয়া মূৰ বিষাইছিল বুলি ক'লোঁ। কথাটো একেবাৰে মিছা নহয়; বিষ হৈছিল, কিন্তু মনৰ ভিতৰত।

সাধাৰণ মানুহবোৰে বা মোৰ বয়সৰ ছোৱালীবোৰে হয়তো ভাবিব পাৰে যে মই মোৰ নিজৰ দুখ-বেদনা লৈ বৰ বেছি হা-

হুমুনিয়াহ কাঢ়িছোঁ।। হয়, কথাটো মিছা নহয়। কিন্তু এই হুমুনিয়াহবোৰ অকল তোমাৰ আগতহে প্ৰকাশ কৰোঁ। বাকী সময়ত হাঁহি-মাতি, ৰং-তামচা কৰি নিজৰ মনোবল অটুট ৰাখোঁ।

মাৰ্গটে মোক খুব মৰম কৰে আৰু তেওঁক মই মোৰ মনৰ কথা সকলো খুলি কোৱাটো বাঞ্ছা কৰে। কিন্তু মই ক'ব নোৱাৰোঁ। তাই যদিও খুবেই ভাল, তথাপি কোনো কথা সহজভাৱে লৈ আলোচনা কৰিব পৰা ক্ষমতা তেওঁৰ নাই। প্ৰত্যেক কথা গভীৰভাৱে লৈ তেওঁ হয়তো ভাবিবলৈ বহিব—"এই ছোৱালী-জনীৰ কথাবোৰ সঁচাই নে, নাই মোৰ লগত ঠাট্টাহে কৰিছে।" তাৰ পাচত হয়তো মোক খুব নিৰীক্ষণ কৰিবলৈ ধৰিব। মোক কোনোবাই এনেকৈ অনবৰত চকুৰ আগত নিৰীক্ষণ কৰি থকাটো সহিবলৈ টান পাওঁ।

মই কেতিয়া মোৰ চিন্তাৰ পাকৰপৰা মুক্তি পাই মনৰ শান্তি ঘূৰাই পাব পাৰোঁ তাৰ কাৰণে বাট চাই আছোঁ।

তোমাৰেই এন্

মঙ্গলবাৰ, ১৪ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি আমাৰ খোৱাৰ কি ব্যৱস্থা হৈছে শুনিলে তুমি হয়তো আমোদ পাবা যদিও আমাৰ কাৰণে অকণো আমোদজনক নহয়। তলত কামকৰা মানুহজনীয়ে কাম কৰিছে। মই বৰ্তমান ভান্ডানৰ টেবুলতে বহি আছোঁ। হাতত এখন চেণ্ট সনা ৰুমাল লৈ নাকটো সোপাদি আছোঁ। (এই চেণ্টটো ইয়ালৈ অহাৰ আগতে কিনা হৈছিল।) তুমি হয়তো এনেকৈ ক'লে একো বুজিব নোৱাৰা। প্ৰথমৰপৰা কওঁ শুনা।

আমি যিবোৰ মানুহৰপৰা খোৱাবস্তুৰ কুপন লৈছিলোঁ, সেই মানুহকেইজন ধৰা পৰিল। এতিয়া আমাৰ হাতত মাত্ৰ পাঁচটা

যেচন কাৰ্ডছে আছে। চৰ্বিজাতীয় বস্তু একো নাই। মিয়েপ আৰু কোফিয়াচৰ অসুখ। গতিকে এলি বৰ ব্যস্ত ; বজাৰ কৰিবলৈ সময় পোৱা নাই। সেই কাৰণে আমাৰ ইয়াৰ পৰিবেশটো বৰ নিৰাশাজনক হৈ পৰিছে। খোৱাবস্তুৰ অৱস্থাও একে হৈছে। অহাকালি আমাৰ হাতত এচিকটাও ঘিউ মাখন বাকী নাথাকিব। এতিয়াপৰা ভজা আলু খোৱাবো মুদা মৰিল। তাৰ পৰিবৰ্তে পৰিজকে খাব লাগিব। শ্ৰীমতী ভান্‌ডানৰ মতে আমি একপ্ৰকাৰ উপবাসতেই আছোঁ। আমি বজাৰৰপৰা খাটি গাখীৰ অলপমানো কিনি আনিছোঁ। আজি আমাৰ ত্বপৰীয়াৰ আহাৰ হ'ল সাঁচি থোৱা শাকৰ জোল। এবছৰৰ পুৰণা শাক যে ইমান বেয়া গোন্ধাব পাৰে ধাৰণাই নাছিল। এই গোন্ধৰপৰা হাত সাৰিবলৈকে নাকত ৰুমালৰ সোপা দিছোঁ। কোঠাৰ ভিতৰত গেলা কণী, গেলা বগৰী, খোৱা বস্তু সংৰক্ষণ কৰিবলৈ দিয়া দৰবৰ গোন্ধৰ সংমিশ্ৰণত এটা উৎকট গোন্ধ ওলাইছে। এইবোৰ বস্তুকেই খাব লাগিব বুলি ভাবিলে বমি আহিব খোজে।

তাৰ বাহিৰেও আলুবোৰ গেলি পচি গৈছে। দুই বাল্টি আলু ইতিমধ্যে জুইত দিব লগা হ'ল। আলু গেলা কথা লৈ আমি নানান ঠাট্টা-মস্কৰা কৰোঁ—আলুৰ বসন্ত ওলাইছে বা কেন্সাৰ হৈছে বুলি কওঁ। যুদ্ধৰ চতুৰ্থ বছৰলৈকে এইদৰে লুকাই থকাটো ধেমালি কথা নহয়। যদি এই সকলোবোৰৰ অন্ত পৰিলেহেঁতেন!

সঁচাকৈ খোৱাত মোৰ বৰ বেছি চিকা-চন্দা নাই। পৰিবেশটো অলপ আনন্দজনক হ'লেই বহুতখিনি ভাল লাগিলেহেঁতেন। কিন্তু ইয়াৰ ক্লান্তিকৰ অৱস্থাত মানুহবোৰ দিনে দিনে বেছি খিঙখিঙীয়া হৈ গৈছে।

বৰ্ত্তমান অৱস্থাত ইয়াৰ পাঁচজন বয়সস্থ মানুহৰ মতামত কেনে তলত অলপমান দিলোঁ।

শ্ৰীমতী ভান্‌ডান্—"পাকঘৰৰ ৰাণী হৈ কটোৱা দিনবোৰ কাহানিবাই উকলিল। তথাপি একো নকৰাকৈ থাকিব নোৱাৰোঁ, আকৌ পাকঘৰলৈকে যাওঁ। কিন্তু ঘিউ-তেল নোহোৱাকৈ কি ৰন্ধা-বঢ়া কৰিব পাৰিম? পাকঘৰৰ গেলা গোন্ধবোৰত গাটোৱেই বেয়া লাগি যায়। ইমান কষ্ট কৰি ৰান্ধি-বাঢ়িও কাৰোপৰা ভাল মাত এষাৰ নাপাওঁ। সকলো কথাতে দোষ যেন মোৰহে। ইফালে যুদ্ধৰ অৱস্থাত অকণো ভাল নহয়। শেষত হয়তো জাৰ্মানসকলৰহে জয় হ'ব। তেতিয়া খাবলৈ নাপায়েই মৰিব লগা হ'ব। এইবোৰ কথা ভাবিলে মোৰ মগজ ঠিক নাথাকে আৰু যাকে আগত পাওঁ; তাকে গালি পাৰোঁ।"

মিঃ ভান্‌ডান্—"অন্য একো নহ'লেও, খাবলৈ নাপালেও মোক চিগাৰেট লাগিবই। চিগাৰেটৰ পাচতহে ৰাজনৈতিক অৱস্থা বা কাৰ্লিৰ (Kerli; শ্ৰীমতী ভান্‌ডান) মেজাজ! যিয়েই নহওক, মোৰ পৰিবাৰ বৰ ভাল।"

কিন্তু যদি চিগাৰেট খাবলৈ নাপায়, তেন্তে তেওঁৰ মুখৰপৰা বেলেগ মাত শুনা যায়—"অসহ্য হৈ গৈছে, এনেকৈ আৰু জীয়াই থাকিব নোৱাৰি। মাংস অলপমান খাবলৈ নাপালে নচলে। এই মানুহজনীৰ যে কি হ'ল! একেবাৰে গজমূৰ্খ।" তাৰ পাচতেই কাজিয়া আৰম্ভ হয়।

শ্ৰীমতী ফ্ৰাঙ্ক—"খোৱাবস্তু নহ'লেও হয়। কিন্তু এতিয়া ইমান ভোক লাগিছে যে ৰাইৰ কটি এটুকুৰা পালেও হয়। মই শ্ৰীমতী ভান্‌ডান হোৱা হ'লে কোনোবা দিনাই ভান্‌ডানৰ চিগাৰেট খোৱাটো এৰুৱালোঁহেঁতেন। কিন্তু এতিয়া মোৰ চিগাৰেট এটা নহ'লে নহয়। কিয়নো মোৰ স্নায়ুবোৰে একেবাৰে কাম নকৰা হৈছে। বৃটিছবোৰ বহুতো ভুল কৰিছে। তথাপি মোৰ ধাৰণা, তেওঁলোকে যুদ্ধত আগবাঢ়িয়েই আছে। ভাগ্যে আমি পোলেণ্ডত নাই। এতিয়া কাৰবাৰ লগত দুই চাৰিটা কথা পাতিলেই ভাল লাগিব।"

মিঃ ফ্ৰাঙ্ক—"সকলো ঠিক আছে। মোক আৰু একো নালাগে। হাতত বহুত সময় আছে। সকলো কথা সহজভাৱে লবলৈ চেষ্টা কৰা। খাবৰ সময়ত মোক মোৰ ভাগৰ আলু দিলেই যথেষ্ট হ'ব। মই আৰু একো নিবিচাৰোঁ। মোৰ ভাগৰ অলপমান খোৱাবস্তু এলিৰ কাৰণে থৈ দিয়া। ৰাজনৈতিক অৱস্থা খুব বেছি আশাজনক; ময়ো খুব বেছি আশাবাদী।"

মিঃ ডাছেল—"মোৰ আজি কামবোৰ শেষ কৰিবই লাগিব। ৰাজনৈতিক অৱস্থা খুব ভাল। আমি ধৰা পৰাৰ কোনো সম্ভাৱনাই নাই।"

তোমাৰেই এন্

বুধবাৰ, ১৫ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

হায়, এই নিৰানন্দময় পৰিবেশৰপৰা এক মুহূৰ্তও মুক্তি পাবৰ একো উপায় নাই। আজি গোটেই দিনটো বিপদৰ সম্ভাৱনাৰ কথাই শুনি আছোঁ। প্ৰত্যেকৰ মুখৰে সেই একেটা কথাই —"যদি এনেকুৱা পৰিস্থিতি হয় কি হ'ব? যদি অমুকৰ অসুখ হয় বা অমুক ক'ৰবালৈ গুচি যায়, আমাৰ অৱস্থা পানীত হাঁহ নচৰা হ'ব" —ইত্যাদি, ইত্যাদি। এই সকলো বিপদ আশঙ্কাৰ বৰ্তমান কাৰণ হ'ল ক্ৰেলাৰক মাটি কাটিবৰ কাৰণে মাতি পঠোৱা হৈছে। এলিয়ে নাকেৰে সোঁতসোঁতাই আছে; অসুখ ভাল হোৱা নাই। হয়তো কাইলৈও অফিচলৈ আহিব নোৱাৰিব। মিয়েপৰ ইনফ্লুয়েঞ্জা এতিয়াও ভালকৈ ভাল হোৱা নাই। কোফিয়াচৰ ৰক্তক্ষৰণ ইমান বেছি হ'ল যে মাজে মাজে তেওঁ অজ্ঞান হৈ গৈছে। কি যে ভাগ্যৰ চক্ৰান্ত!

গুদাম ঘৰৰ কৰ্মচাৰীবোৰ কাইলৈ ছুটি পাইছে। এলিয়েও ঘৰত থাকিব পাৰিব। আমিও দুৱাৰ বন্ধ কৰি নিগনিৰ দৰে সাৱধানে নকৰাকৈ ঘূৰাফিৰা কৰিব লাগিব, যাতে ওচৰৰ মানুহে একো গম

নাপায়। একমান বজাত হেঙ্ক আমাৰ খবৰ কৰিবলৈ আহিল, আহিয়েই তেওঁ বহিৰ্জগতৰ বহুত ঘটনা কবলৈ ধৰিলে। তেওঁৰ কথাবোৰ শুনিবলৈ আমাৰ বহাৰ ধৰণটো দেখিলে তোমাৰ হাঁহি উঠিলেহেঁতেন। ঠিক যেন বুঢ়ী আইতাৰ সাধু শুনিবলৈ বেৰি কুৰি থকা ল'ৰা-ছোৱালীৰ ছবিৰ নিচিনা। তেওঁ আমাৰ বস্তুৰপৰা আৰম্ভ কৰি মিয়েপক ডাক্তৰক দেখুওৱালৈকে সকলো বিষয়ে ক'লে। ডাক্তৰৰ কথা ক'বলৈ যাওঁতে, তেওঁ ক'লে—"অ'ই। ডাক্তৰৰ কথা আৰু নক'বা। আজি ৰাতিপুৱা মই ডাক্তৰ এজনক ফোন কৰিলোঁ। টেলিফোনটো ডাক্তৰৰ সহকাৰী এজনে ধৰিলে, মই তেওঁক ইনফ্লুয়েঞ্জাৰ কাৰণে দৰবৰ 'প্ৰেচ্ক্ৰিপচন' এখন দিবলৈ কলোঁ। উত্তৰত তেওঁ ৮ বজাৰপৰা ৯ বজালৈ যিকোনো সময়তে প্ৰেচ্ক্ৰিপচন লৈ যাব পাৰে বুলি ক'লে। যদি বেমাৰটো বেছি হয়, তেনেহ'লে ডাক্তৰে নিজে টেলিফোনতে বেমাৰীৰ চিকিৎসা আৰম্ভ কৰি কয়—'আপোনাৰ জিভা উলিয়াই হাঁ কৰক। বুজিছোঁ, ডিঙি ফুলিছে। মই 'প্ৰেচ্ক্ৰিপচন' এখন লিখি দিছোঁ। দোকানৰপৰা দৰৱ লৈ যাব। ভাল বাৰু, থ'লোঁ।' এইয়া হ'ল ডাক্তৰৰ চিকিৎসা! টেলিফোনতে ব্যৱসায় চলাইছে।"

মই কিন্তু ডাক্তৰক দোষ নিদিওঁ। মানুহ হে, হাত দুখনেৰে কিমান কাম কৰিব? দিনে দিনে বেমাৰীৰ সংখ্যা ইমান বাঢ়ি গৈছে যে কেইজনমান ডাক্তৰে কোনোমতে বেমাৰী চাব নোৱাৰে। তথাপিও হেঙ্কে যেতিয়া ডাক্তৰৰ লগত টেলিফোনত হোৱা কথা-বতৰাবোৰ ক'লে, আমি নাহাঁহি নোৱাৰিলোঁ। আজিকালি ডাক্তৰৰ বেটিং ৰুমটোৰ অৱস্থা কি হ'ব পাৰে মই ইয়াৰপৰাই আন্দাজ কৰিব পাৰিছোঁ, হয়তো বেমাৰীৰ লাইনত থিয় হৈ থকা সাধাৰণ অসুখৰ মানুহবোৰক দেখিয়েই অন্য মানুহবোৰে ক'ব—"যোৱাঁ, যোৱাঁ। লাইনৰ পাচলৈ যোৱাঁ। তোমাতকৈ বেছি টান নৰিয়াৰ মানুহ আছে। তেওঁলোকক আগত দেখুৱাবলৈ দিয়া।"

তোমাৰেই এন্

বৃহস্পতিবাৰ, ১৫ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

বতৰটো বৰ সুন্দৰ, অবৰ্ণনীয়। এতিয়া মই এটিচলৈ যাম।

পিটাৰতকৈ কিয় মই বেছি অস্থিৰ হৈছোঁ, তাৰ কাৰণ এতিয়াহে বুজিব পাৰিছোঁ। তাৰ নিজাকৈ এটা থকা কোঠা আছে, য'ত ইচ্ছানুযায়ী শুব, থাকিব আৰু মনৰ আনন্দত নানান ধৰণৰ সপোন দেখিব পাৰে। মই কিন্তু আমাৰ দুজনৰ ভাগ থকা কোঠাটোত বেছি সময় থাকিব নোৱাৰোঁ। সেই কাৰণে মই এটা কোঠাৰপৰা ওলাই আন এটা কোঠালৈ ঘূৰি ফুৰোঁ। মোৰ তাৰ নিচিনাকৈ নিজা এটুকুৰা ঠাই নাই। সেই কাৰণে মই প্ৰায়ে এটিচলৈ গুচি যাওঁগৈ। এটিচত গৈ, আৰু তোমাৰ লগত মই নিজক বিচাৰি পাওঁ। কিন্তু সেইবুলি মই নোপোৱাৰ বেদনাত চট্‌ফটাই থকা নাই; বৰঞ্চ নিজকে সাহসী কৰিবলৈ চেষ্টা কৰিছোঁ। সেই কাৰণে কোনো মানুহে বাহিৰৰপৰা মোৰ ভিতৰৰ মনোভাব বুজিব নোৱাৰে। কিন্তু দিনে দিনে মা-দেউতা আৰু বাইদেউৰ প্ৰতি মোৰ ব্যৱহাৰ প্ৰাণহীন হৈ গৈছে। মই নিজৰ ভিতৰতে বেছি আবদ্ধ হৈ থাকোঁ। কাৰো লগত বেছি কথা নকওঁ। মোৰ মনত যে অনবৰত কামনা বিবেচনাৰ মাজত এটা অন্তৰ্দ্বন্দ্ব চলিছে সেইকথা কাকো জানিবলৈ নিদিওঁ। এতিয়ালৈকে বিবেচনাই জয়ী হৈ আছে। কিন্তু কামনাৰ শক্তিও প্ৰবল। কেতিয়াবা মোৰ ভয় লাগে—হয়তো কামনাই জয়ী হ'ব। কেতিয়াবা আকৌ মনে মনে বাঞ্ছাও কৰোঁ, কামনাৰে যেন জয় হয়।

এনেকৈ পিটাৰক লগ নোপোৱাকৈ থাকিব লগীয়া কথাটো অতি অসহনীয় কথা। কিন্তু এইটোও ঠিক যে সি প্ৰথমে আগবাঢ়িব লাগিব; কাৰণ সি ল'ৰা। মোৰ যে তাক কবলৈ কিমানবোৰ কথা আছে! তাক লৈ কত সপোন ৰচিছোঁ! সদায়

ভাবোঁ আজি হয়তো সি মোৰ ওচৰলৈ আহি মনৰ কথা ক'ব। কিন্তু নাই, একো পৰিবৰ্তন নোহোৱাকৈ দিনবোৰ পাৰ হৈ যায়। কিট্টী, তুমি হয়তো ভাবিছা, এন্ বৰ পাগল ছোৱালী। কিন্তু মই এনে অস্বাভাৱিক জীৱন যাপন কৰি কেনেকৈ স্বাভাৱিক হ'ব পাৰিম?

ভাগ্যে মোৰ মনৰ কথা খুলি কবলৈ তোমাৰ নিচিনা এগৰাকী বান্ধৱী পাইছোঁ! নহ'লে হয়তো মই নিঃশেষ হৈ গ'লোঁহেঁতেন। পিটাৰে এইবোৰ কথা ভাবে নে নাভাবে জানো! তোমাৰ আগত কোৱা কথাবোৰ এদিন তাৰ আগতো ক'ব পাৰিম বুলি আশা কৰিছোঁ। সি হয়তো মোৰ মাজৰ ভিতৰফালৰ বেলেগ ছোৱালীজনী দেখা পাইছে, নহ'লে সি মোৰ বাহিৰৰ চট্‌ফটীয়া ছোৱালীজনী নিশ্চয় ভাল পাব নোৱাৰে। ইমান শান্ত নিৰীহ ল'ৰা এটাই মোৰ নিচিনা হুলস্থুলীয়া ছোৱালী এজনীক ভাল পাব নোৱাৰে। মোৰ বাহিৰৰ আৱৰণ ভেদ কৰি ভিতৰৰ ছোৱালীজনী চাব পৰা সিয়েই প্ৰথম আৰু একমাত্ৰ ব্যক্তি হ'ব নোৱাৰিব জানো? মোৰ মনৰ ভিতৰত সোমাবলৈ তাৰ খুব বেছি সময় লাগিব নে কি? "ভালপোৱা সহানুভূতিৰপৰা ওপজে" বুলি এষাৰ কথা আছে। মোৰ ক্ষেত্ৰতো তেনে হৈছে নেকি? মই পিটাৰক যে ভাল পাওঁ, তাৰ কাৰণ হ'ল পিটাৰৰ কাৰণে মোৰ দুখ লাগে, যেনেকৈ মোৰ নিজৰ কাৰণে দুখ লাগে। মইয়ে ক'ব পৰা নাই কেনেকৈ আমাৰ মৰম প্ৰকাশ হ'ব। কাৰণ সি মোতকৈও বেছি লাজকুৰীয়া। মই যদি তালৈ লিখিব পাৰিলোঁহেঁতেন, তেতিয়া বুজিব পাৰিলোঁহেঁতেন, সি মোৰ মনৰ কথাবোৰ বুজিব পাৰিছে নে নাই। মনৰ কথা ভাষাৰে প্ৰকাশ কৰাত যে কিমান বেছি কষ্টকৰ, অথচ এইদৰে থকাটোও মোৰ অসহ্য লাগিছে।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৭ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

মিঃ ক্ৰেলাৰক আদালতে মাটি কাটিবলৈ যোৱাৰপৰা অব্যাহতি দিলে বুলি শুনি গুপ্তগৃহৰ সকলোৱে মুখলৈ পানী আহিছে। এলিবো পানীলগা অলপমান ভাল হৈছে। গতিকে পৰিস্থিতি আকৌ স্বাভাৱিক অৱস্থালৈ আহিল। অকল মাৰ্গ'ট আৰু মইয়ে মা-দেউতাৰ মৰমৰ অত্যাচাৰত বিৰক্ত হৈছোঁ। মই কোৱা কথাখিনি ভুল নুবুজিবা। মোৰ মাৰ লগত ভাল নহয় বুলি তুমি জানা। মাৰ্গটে মা-দেউতাক যিমানখিনি ভাল পায় মই অকল দেউতাক সিমানখিনি ভাল পাওঁ। কিন্তু যেতিয়া আমাৰ নিচিনা বয়স হয় কিছুমান কথাত স্বাধীন হ'বৰ মন যায়; নিজৰ ইচ্ছামতে নিজৰ কাম কৰিবৰ মন যায়। কিন্তু ইয়াত নিজৰ ইচ্ছামতে একো কৰাৰ উপায় নাই। যদি মই ওপৰলৈ যাওঁ কি কৰিবলৈ যাওঁ ক'ব লাগিব। খাবৰ সময়ত নিমক অকণমানো অনুমতি নোহোৱাকৈ খাব নোৱাৰোঁ। প্ৰত্যেকদিনা গধূলি ৮ বাজি যোৱাৰ লগে লগে মায়ে ক'বলৈ ধৰে—"তোৰ কাপোৰ বদলি কৰাৰ সময় হৈছে, যা।" প্ৰত্যেক কিতাপ চাই-চিতিহে পঢ়িবলৈ দিয়া হয়। যদিও মা-দেউতাৰ শাসন খুব কঠোৰ নহয় আৰু প্ৰায় সকলোবোৰ কিতাপেই মোক পঢ়িবলৈ দিয়া হয়, তথাপি দিনে-ৰাতিয়ে—এইটো নকৰিবি সেইটো নকৰিবি—শুনি শুনি আমনি লাগিছে।

মোৰ বিষয়ে আৰু এটা কথাই মাইঁতক অসুখী কৰি তুলিছে। সেইটো হ'ল, আজিকালি মই যেতিয়াই তেতিয়াই চুমা খাবলৈ ভাল নাপাওঁ আৰু মোকো অনবৰত 'সোণজনী, মাজনী' বুলি মাতি থাকিলে অসহ্য লাগে। আচলতে মই এই সকলোবোৰৰপৰা কেইদিনমানৰ কাৰণে অব্যাহতি পাব বিচাৰোঁ। যোৱাকালি মাৰ্গটেও কৈছিল, "কেতিয়াবা মূৰত হাত থ'লে বা চুমুনিয়াহ এটা

পেলালে যেনেকৈ কি হৈছে বুলি জাউৰীয়ে জাউৰীয়ে প্ৰশ্নৰ সম্মুখীন হ'বলগীয়া হয়, সঁচাকৈয়ে বৰ বিৰক্তিজনক।"

ঘৰৰ মানুহৰ লগত থকা বিশ্বাস আৰু মৰমৰ সম্পৰ্কটো ইমান বেছি শিথিল হৈ গৈছে। এই কথা উপলব্ধি কৰি আমি দুয়ো আচৰিত হওঁ। এই সকলোবোৰৰ কাৰণ হ'ল, যে সকলোৱে আমাক এতিয়াও সৰু ছোৱালী বুলি ভাবে। কিন্তু বাস্তৱতে আমি আমাৰ বয়সৰ অন্য ছোৱালীতকৈ বহুত আগতে ডাঙৰ হৈছোঁ।

এতিয়া মোৰ বয়স মাত্ৰ ১৪ বছৰ। কিন্তু মই কি বিচাৰোঁ, কোনটো ভুল, কোনটো সত্য বিচাৰ কৰিব পৰা হৈছোঁ। মোৰ নিজৰ মতামত, ধাৰণা আৰু আদৰ্শ আছে। যদিও মোৰ বয়সৰ ছোৱালীৰ মুখত আচৰিত যেন শুনি, তথাপি মই নিজৰ মাজত স্বাধীন ব্যক্তিত্ব উপলব্ধি কৰোঁ। মই মা'তকৈ বেছি ভালকৈ আলোচনা কৰিব পাৰোঁ। মাৰ নিচিনা বদ্ধমূল ধাৰণা মোৰ নাই। সেই কাৰণে বহুত ক্ষেত্ৰত মা'তকৈ মই নিজকে উচ্চ বুদ্ধিসম্পন্না বুলি ভাবোঁ। যদি কাৰোবাক ভাল পাবলৈ হয়, তেনেহলে সেই মানুহৰ প্ৰতি শ্ৰদ্ধা-ভক্তি থাকিব লাগিব। মাৰ ওপৰত শ্ৰদ্ধা-ভক্তি হেৰুৱাই পেলাইছোঁ বাবেই হয়তো মই তেওঁক ভাল পাব পৰা নাই। এতিয়া পিটাৰক পালেই মোৰ অভাৱ পূৰণ হ'ব। পিটাৰক বহুতো দৃষ্টিকোণৰপৰা মই শ্ৰদ্ধা কৰোঁ। সি সঁচাকৈয়ে বৰ ভাল ল'ৰা।

তোমাৰেই এন্

দেওবাৰ, ১৯ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

কালিৰ দিনটো মোৰ কাৰণে এটা স্মৰণীয় দিন। মই পিটাৰৰ লগত সকলো কথা প্ৰাণ খুলি পাতি পেলাম বুলি মনস্থ কৰিলোঁ। খোৱা টেবুলত তাৰ কাণে কাণে ফুচফুচাই ক'লোঁ—"পিটাৰ তুমি

আজি চৰ্টহেণ্ড শিকিবা নেকি ?” পিটাৰে ক’লে—“নিশিকোঁ”। মই ক’লোঁ—“তেনেহ’লে তোমাৰ লগত মোৰ কথা আছে দেই।” সি ৰাজী হ’ল। খাই-বৈ বাচন-বৰ্তন ধুই ভাৰ্ডাৰৰ কোঠাৰ খিড়িকীৰ মুখত অকণমান সময় ৰৈ পিটাৰৰ ওচৰ পালোঁহি। সি খোলা খিড়িকীৰ বাওঁফালে থিয় হৈ আছিল। মই গৈ তাৰ সোঁফালে থিয় হৈ কথা আৰম্ভ কৰিলোঁ। খোলা খিড়িকীৰ দাঁতিত আধা পোহৰ আধা আন্ধাৰত উজ্জ্বল পোহৰতকৈ কথা পাতিবলৈ বেছি সুবিধাজনক। পিটাৰে হয়তো সেই পৰিবেশ ভাল পাইছে।

আমি ইমান বেছি বেলেগ বেলেগ ধৰণৰ কথা পাতিলোঁ যে সব কথা তোমাক কোৱা সম্ভৱপৰ নহয়। কথা পাতি কিন্তু খুব ভাল লাগিছিল। গুপ্তগৃহত এই সন্ধ্যাটো মোৰ কাৰণে আটাইতকৈ মধুৰ সন্ধ্যা। আমাৰ কথা-বতৰাৰ বিষয়ে তোমাক চুটিকৈ অলপ কওঁ শুনা। প্ৰথমতে আমি ইয়াত হোৱা কাজিয়া-পেচাল আৰু এই বিষয়ত দুয়োৰো মতামত আলোচনা কৰিলোঁ। তাৰ পাচত আমাৰ মা-দেউতাৰপৰা আমি কিমান বেছি আঁতৰি আহিলোঁ সেই বিষয়ে কথা পাতিলোঁ। মই পিটাৰক মা-দেউতা, মাৰ্গট আৰু নিজৰ সম্পৰ্কে বহুতো কথা ক’লোঁ।

মাজতে সি এবাৰ সুধিলে—“তুমি হয়তো শুবলৈ যোৱাৰ আগতে সকলোকে এবাৰকৈ চুমা খোৱা, নহয় জানো।”

“অকল এবাৰকৈ কিয়? কেইবাবাৰো খাওঁ। কিয়, তুমি নোখোৱা নেকি?”

“নাই, মই তেনেকৈ চুমা খাই পোৱাই নাই।”

“জন্মদিনতো নোখোৱা নেকি?”

“জন্মদিনত অৱশ্যে খাওঁ।”

তাৰ পাচত আমি নিজৰ নিজৰ সমস্যাৰ কথা আলোচনা কৰিলোঁ। যেনে—আমি মা-দেউতাক মনৰ কথা খুলি ক’ব

নোৱাৰোঁ, কেনেকৈ মই অকলে অকলে বিচনাত কান্দো আৰু সি খং উঠিলে ওপৰ চাওত গৈ শপত খাই, দপ্‌দপাই। কেনেকৈ মাৰ্গ ট আৰু মই দুয়ো দুয়োকো বুজি পাইছোঁ, অথচ মনৰ কথা খুলি ক'ব পৰা নাই—ইত্যাদি বহুত ধৰণৰ কথা পাতিলোঁ। কিন্তু এইবোৰ কথা পাতি গম পালোঁ যে পিটাৰক মই যি ধৰণেৰে কল্পনা কৰিছিলোঁ, সি তেনেকুৱাই।

তাৰ পাছত আমি ১৯৪২ চনৰ কথাও পাতিলোঁ—সেই সময়ত আমি কিমান বেলেগ আছিলোঁ আৰু আমি দুয়ো দুয়োকো সহ্য কৰিব নোৱাৰিছিলোঁ। সি ভাবিছিল মই খুব কথকী, উদণ্ড স্বভাৱৰ ছোৱালী। মই ভাবিছিলোঁ তাৰ লগত কথা পাতি মই সময় নষ্ট কৰিব নোৱাৰোঁ। সি মোৰ লগত কিয় ঠাট্টা মস্কৰা নকৰিছিল বুজিব পৰা নাছিলোঁ। কিন্তু এতিয়া কাৰণটো গম পাইছোঁ। সি নিজকে আমাৰপৰা কিয় ইমান আঁতৰাই ৰাখিছিল তাকো ক'লে। মই ক'লোঁ যে মোৰ হুলস্থূল আৰু তাৰ নীৰৱতাৰ মাজত বৰ বেছি পাৰ্থক্য নাছিল। মইয়ো নিৰ্জনতা ভাল পাইছিলোঁ। কিন্তু ডায়েৰীখনৰ বাহিৰে নিজৰ একো নথকাৰ কাৰণে হুলস্থূল কৰি ঘূৰি ফুৰিছিলোঁ। সি আমি গুপ্তগৃহত থকা কাৰণে কিমান ভাল লাগিছে ক'লে। ময়ো ক'লোঁ যে সি আছে কাৰণেই মোৰ ভাল লাগিছে। তাৰ মনৰ দুখ বুজি পোৱাৰ পাচত মই ক'লোঁ যে মই তাক যিকোনো প্ৰকাৰে সহায় কৰিম। তেতিয়া সি ক'লে— "তুমি মোক সদায় সহায় কৰিয়েই আছা।" মই আচৰিত হৈ সুধিলোঁ—"কেনেকৈ ?" সি ক'লে,—"তোমাৰ সেই হাঁহিভৰা মাত-কথাৰে।" তাৰ সেই কথাটো শুনি মোৰ খুব ভাল লাগিল। সি মোক বান্ধৱী হিচাবে ভাল পাইছে। তাৰ কথা শুনি মই বুজিব পাৰিলোঁ সি মোক সঁচাকৈয়ে ভাল পাইছে—ইয়াতো বান্ধৱী হিচাবেই। এই ভালপোৱাটোৱেই এতিয়া মোৰ কাৰণে—মোৰ যে কিমান ভাল লাগিছে বুজাব নোৱাৰোঁ।

কিট্টী, আজি মোৰ লিখাৰ ধৰণটো বৰ উচ্চ নহ'ল বাবে ক্ষমা কৰিবা। মূৰত যি আহিছে এফালৰপৰা ত্তাকে লিখি গৈ আছোঁ। মোৰ এতিয়া ভাবি ভাল লাগিছে যে পিটাৰ আৰু মোৰ দুয়োৰে একেটা গোপন কথা আছে। সি যেতিয়া তাৰ হাঁহিভৰা চকু-যুৰিৰে মোলৈ চাই থাকে, মোৰ অন্তৰত আনন্দৰ ঢৌ খেলি যায়। এই আনন্দময় মুহূৰ্ত বহুবাৰ আমাৰ জীৱনলৈ আহিব বুলি মই আশা কৰিলোঁ।

তোমাৰেই কৃতজ্ঞ, সুখী এন্

সোমবাৰ, ২০ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আজি ৰাতিপুৱা পিটাৰে মই আকৌ কোনোবা এটা গধূলি তাৰ ওচৰলৈ যাব পাৰিম নে কি বুলি সুধিলে। মই গ'লে সি যে অকণো আমনি নাপায়—এই কথাও ক'লে; কাৰণ, তাৰ কোঠাত এজনৰ কাৰণে যদি ঠাই আছে তেন্তে দুজনৰ কাৰণেও ঠাইৰ অভাৱ নহয়। মই সদায় আহিলে তলৰ মানুহবোৰে ভাল নাপায় বুলি তাক ক'লোঁ। তেতিয়া সি ক'লে—"তুমি সেইবোৰ লৈ মগজ গৰম কৰিব নালাগে।" মই ক'লোঁ যে কোনোবা এটা শনিবাৰৰ গধূলি তাৰ ওচৰলৈ যাম। কিন্তু তাৰ আগতে যদি জোন ওলায়, তেন্তে সি যেন মোক খবৰ দিয়ে। সি ক'লে,—"ঠিক আছে। তেতিয়া আমি তললৈ গৈ জোন চাম।"

ইতিমধ্যে মোৰ আনন্দত অলপমান বিষাদৰ ছাঁ পৰিছে। বহুত দিনৰপৰা মই ভাবি আহিছিলোঁ যে মাৰ্গটেও হয়তো পিটাৰক ভাল পায়। কিন্তু কিমান ভাল পায় নাজানিছিলোঁ। মই প্ৰত্যেকবাৰ পিটাৰৰ ওচৰলৈ যাওঁতে হয়তো তাইৰ মনত আঘাত দিছিলোঁ। কিন্তু আটাইতকৈ আচৰিত কথা হ'ল তাই মনৰ ভাব কেতিয়াও প্ৰকাশ নকৰে। মই হোৱা হ'লে হিংসাত দেই পুৰি

মৰিলোঁহেঁতেন। মাত্ৰ এদিন তাই কৈছিল যে মই তাইক সহানুভূতি দেখুৱাব নালাগে। মই তেতিয়া কৈছিলোঁ, "পিটাৰৰ লগত তোমাৰ লগ ভাঙি মই বৰ দুঃখিত"। তাই বৰ তিক্ত সুৰত ক'লে, "মই এনে কথাত অভ্যস্ত"। মই এই বিষয়ে পিটাৰক কবলৈ সাহ কৰা নাই। মোৰ এতিয়া তাৰ লগত আৰু বহুত বেলেগ কথা পাতিবলৈ আছে।

কালি গধূলি মই মাৰপৰা অলপ বকনি শুনিলোঁ। মোৰ সেইখিনি প্ৰাপ্যও; কাৰণ দিনে দিনে মাৰ প্ৰতি উদাসীন ভাব হৈছিল। মাৰ লগত সদ্ভাব স্থাপন কৰিবলৈ মই যথাসাধ্য চেষ্টা কৰিব লাগিব। মোৰ প্ৰতি দেউতাৰ ব্যৱহাৰো আজিকালি বহুত বদলি হৈ গ'ল। আজিকালি মোক সৰু ছোৱালীৰ দৰে ব্যৱহাৰ নকৰে। ফলত দেউতাৰ ব্যৱহাৰো একেবাৰে শীতল হৈছে। দেখা যঁক, শেষত কি হয়! যিয়েই নহওক, এতিয়া মই পিটাৰক লৈয়ে ব্যস্ত। তাক চাই থাকিবলৈ পালে মোক আৰু একো নালাগে।

মাৰ্গটৰ সাধুতাৰ প্ৰমাণ স্বৰূপে আজি মই তাইৰপৰা এই চিঠিখন পালোঁ।

২০ মাৰ্চ, ১৯৪৪ চন

"মৰমৰ এন্

কালি মই তোমাক হিংসা নকৰোঁ বুলি কোৱা কথাৰ আধাহে সঁচা, আচলতে মই তোমাক বা পিটাৰ কাকো হিংসা নকৰোঁ। কিন্তু এইভাবি দুখ লাগে যে মই আজিলৈকে মনৰ কথা খুলি কবলৈ কোনো লগ নাপালোঁ। ভবিষ্যতেও যে সোনকালে তেনে কোনো মানুহ লগ পাম—আশা নাই। কিন্তু সেইবুলি তুমি পোৱাত মই হিংসা নকৰোঁ। অন্য মানুহৰ কাৰণে সাধাৰণ হৈ থকা কথাও আমাৰ কাৰণে দুষ্প্ৰাপ্য।

তাৰোপৰি পিটাৰৰ লগত বন্ধু হোৱা হ'লেও তাক মই মনৰ কথা খুলি ক'ব নোৱাৰিলোঁহেঁতেন। মনৰ কথা ক'বলৈ মই এনে এজন মানুহ বিচাৰোঁ যিজনে অলপ কথাতে মোৰ মনৰ ভাব বুজিব পাৰে। তেনে এজন মানুহ মোতকৈ বেছি জ্ঞানী আৰু বুদ্ধিমান হ'ব লাগে। কিন্তু পিটাৰ তেনে নহয়। মই আন্দাজ কৰিছোঁ তোমাৰ আৰু পিটাৰৰ মনৰ মিল হৈছে।

"তুমি মোক মোৰ প্ৰাপ্যৰপৰা বঞ্চিত কৰা নাই। মোৰ কথা ভাবি মনত অকণো বেজাৰ নকৰিবা। আনন্দমনেৰে পিটাৰৰ সান্নিধ্য উপভোগ কৰা।"

মই চিঠিখনৰ উত্তৰ এইবুলি দিলোঁ।

"মৰমৰ মাৰ্গট,

তোমাৰ চিঠিখন পাই খুবেই ভাল লাগিল। কিন্তু তুমি যে অকলশৰীয়া এই কথা ভাবি পিটাৰৰ লগত থাকিও মই শান্তি নাপাওঁ।

"বৰ্তমান পিটাৰ আৰু মোৰ মাজত তুমি ভবাৰ সমান অন্তৰঙ্গতা হোৱা নাই। কিন্তু মুনিচুনি বেলিকা খোলা খিড়িকীৰ কাষত বৈ যিমানবোৰ কথা ক'বপৰা যায়, উজ্জ্বল পোহৰত সেইখিনি কথা ক'ব নোৱাৰি; যেনেকৈ মনৰ ভাব ঢোলপিটি শুনোৱাতকৈ কাণে কাণে কোৱাটোহে বেছি সহজ। পিটাৰৰ প্ৰতি তোমাৰ হয়তো বায়েকৰ নিচিনা মৰম আছে। গতিকে তুমিও তাক সহায় কৰিব পাৰা। অৱশ্যে বিশ্বাস বোলা বস্তুটো দুই ফালৰপৰা আহিব লাগিব। দেউতা আৰু মোৰ সম্বন্ধটো বিশ্বাসৰ অভাৱতেই আগৰ নিচিনাকৈ থাকিব নোৱাৰিলে।

"এই বিষয়ে আমি আৰু কথা নাপাতোঁ। কিন্তু যদি কিবা জানিব খোজা মোলৈ লিখিবা; এইবোৰ কথা মুখেৰে কোৱাতকৈ লিখি প্ৰকাশ কৰিবলৈ বেছি সহজ। মই তোমাক কিমান শ্ৰদ্ধা কৰোঁ তুমি নাজানা। তোমাৰ আৰু দেউতাৰ মাজত থকা কিছুমান

মহৎ গুণ মই পাবলৈ ইচ্ছা কৰোঁ। সেউতা আৰু তোমাৰ মাজত মই একো পাৰ্থক্য বিচাৰি নাপাওঁ।

তোমাৰেই এন্"

বুধবাৰ, ২২ মাৰ্চ, ১৯৪৪ চন।

মৰমৰ কিট্টী,

যোৱা কালি গধূলি এই চিঠিখন মাৰ্গটৰপৰা পালোঁ।

"মৰমৰ এন্,

যোৱাকালি তোমাৰ চিঠিখন পাই যেতিয়া জানিলোঁ যে তুমি পিটাৰৰ ওচৰত থাকিলেও মোৰ কথা ভাবি অশান্তি পোৱা, তেতিয়া মোৰ মনটো বৰ দুখ লাগিল। সঁচাকৈ কৈছোঁ মোৰ কথা ভাবিবলৈ তোমাৰ কোনো কাৰণ নাই। অন্তৰৰ অন্তঃকোণত মই অনুভৱ কৰোঁ যে মোক অন্তৰ খুলি ক'বলৈ কোনো এজন মানুহৰ দৰকাৰ। কিন্তু সেইজন কেতিয়াও পিটাৰ হ'ব নোৱাৰে, তুমি কোৱাৰ দৰে পিটাৰক মই সৰু ভাইৰ নিচিনাকৈ মৰম কৰোঁ। সেই কাৰণে তুমি মোৰ কথা নাভাবিবা। তুমি মনৰ সঙ্গী বিচাৰি পাইছা যেতিয়া জীৱন উপভোগ কৰা।"

ইতিমধ্যে ইয়াৰ পৰিস্থিতি বৰ সুন্দৰ হৈছে। মোৰ এনে লাগে যেন আমাৰ এই গুপ্তগৃহত প্ৰকৃত প্ৰেমৰ ভেটি স্থাপন হ'ব ধৰিছে। মই যে বিয়াৰ কথা ভাবিছোঁ তেনে নাভাবিবা। ডাঙৰ হ'লে সি কেনে ধৰণৰ ল'ৰা হ'ব ক'ব নোৱাৰোঁ। ভৱিষ্যতে এই প্ৰেম বিয়াত পৰিণত হ'বলৈ যিমানখিনি প্ৰেমৰ প্ৰয়োজন, সিমান প্ৰেম থাকিব নে নাই নাজানো। মাত্ৰ এইটো জানোঁ, পিটাৰে মোক ভাল পায়, কিন্তু কিমান ভাল পায় তাকো নাজানোঁ। সি মোৰ মাজত প্ৰকৃত বন্ধু বিচাৰিছে নে তাক মই ছোৱালী হিচাবে আকৰ্ষণ কৰিছোঁ নাইবা মোৰ প্ৰতি তাৰ মৰম মাত্ৰ ভনীয়েকৰ নিচিনাহে —একো ভালকৈ বুজিবপৰা নাই।

যেতিয়া সি মোক কৈছিল যে মই তাৰ মাক-দেউতাকৰ কাজিয়াৰ সময়ত তাক বহুতো সহায় কৰিছোঁ, তেতিয়া মোৰ খুব ভাল লাগি ভাবিছিলোঁ সি মোক বন্ধু হিচাপে ভাবে। কালি মই তাক ঠাট্টা কৰি সুধিলোঁ—যদি মোৰ নিচিনা এক ডজন এন্ তাৰ ওচৰলৈ আহে, তেন্তে সি কি কৰিব? সি ক'লে—"যদি আটাই কেইজনী তোমাৰ নিচিনা হয়, কথাটো বেয়া নহয়।" সি যে মোক দেখিলেই ভাল পায় গম পাওঁ। কাৰণ মই তাৰ ওচৰলৈ গ'লে সি বৰ আদৰ যত্ন কৰে। এই কেইদিন সি বৰ মনপুতি ফৰাচী ভাষা শিকিছে। ৰাতিও চাৰে দহবজালৈকে পঢ়ি থাকে। যেতিয়া যোৱা শনিবাৰৰ কথা এটা এটাকৈ মনত পেলাওঁ, তেতিয়া মোৰ মনৰ সকলো অসন্তোষ আঁতৰি যায়।

সি যে দেখিবলৈ বৰ বেছি ভাল। সি হাঁহিলেও বা ভাবত বিভোৰ হৈ বহি থাকিলেও অসম্ভৱ ভাল দেখায়। সি মোৰ অতি মৰমৰ, অতি প্ৰিয় পিটাৰ। যেতিয়া এই ছুন্দুৰীয়া এনৰ মাজত গহীন গম্ভীৰ এনক আৱিষ্কাৰ কৰিলে, তেতিয়া হয়তো সি খুবেই আচৰিত হ'ল। মোৰ ভিতৰৰ কল্পনাবিলাসী ভাবুক এন্ আৰু শান্তিপ্ৰিয় পিটাৰৰ মাজত কোনো পাৰ্থক্য নাই।

তোমাৰেই এন্

মাৰ্গটৰ চিঠিৰ উত্তৰ—

"মৰমৰ মাৰ্গট,

মোৰ মতে এতিয়া আমাৰ কৰ্তব্য হৈছে ভৱিষ্যতে কি হয় ধৈৰ্যৰে চাই থকা। পিটাৰ আৰু মোৰ সম্পৰ্কটো আগৰ নিচিনাই থাকিব নে নাই বেলেগ হ'ব এই সিদ্ধান্তত আজি অতি সোনকালে উপনীত হ'ম। ঠিক কি হ'ব মই নিজেও ক'ব নোৱাৰোঁ। কিন্তু ভবাবো বৰ বেছি প্ৰয়োজন নেদেখোঁ। এটা কথা ঠিক যে যদি পিটাৰ আৰু মই দুজনেই বন্ধু হিচাপে থাকিবলৈ ঠিক কৰোঁ,

জেনেহ'লে মই তাক এই কথাটো জানিবলৈ দিম যে তুমিও তাক খুব মৰম কৰা আৰু আৱশ্যক হ'লে সকলোধৰণৰ সাহায্য দিবলৈ প্ৰস্তুত আছা। পিটাৰে তোমাৰ বিষয়ে কি ভাবে নাজানো, কিন্তু এই কথা মই তাক সুধিম।

"মই ভাবোঁ কথাটো বেয়া নহয়। তুমিও এটিচত আমাৰ লগত যি:কোনো সময়তে থাকিব পাৰা। তুমি আহিলে আমি কোনো ব্যাঘাত নাপাওঁ। কাৰণ আমাৰ দুয়োৰো মাজত এক মৌন চুক্তি হৈ গৈছে যে সন্ধিয়া আন্ধাৰ নমাৰ পাচত পৰস্পৰৰ মনৰ কথা ক'ম।

মনোবল অটুট ৰাখিবা, যেনেকৈ মই ৰাখিছোঁ। অৱশ্যে এই কথা সহজ নহয়। তুমি ভবাতকৈ বহুত আগতে হয়তো তোমাৰ সুখৰ দিন আহিব পাৰে।

তোমাৰেই এন্।"

বৃহস্পতিবাৰ, ২৩ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

বৰ্ত্তমান পৰিস্থিতি প্ৰায় স্বাভাৱিক, আমাৰ কুপন দিয়া মানুহো জেলৰপৰা ওলাই আহিল। মিয়েপো কালিৰপৰা আহিবলৈ ললে। এলিব অলপ অলপ কাহ আছে যদিও যথেষ্ট ভাল পাইছে। কোফিয়াচ কিন্তু বেচ কেইদিন ঘৰত থাকিব লাগিব।

যোৱাকালি ইয়াৰ ওচৰতে এটা বিমান দুৰ্ঘটনা হ'ল। বিমানখন স্কুল এখনৰ ওপৰতে পৰিছিল। সেই সময়ত স্কুলত ল'ৰা-ছোৱালী নাছিল; কিন্তু ঘৰটোত অলপ জুই লাগিল। ফলস্বৰূপে দুজন মানুহ মৰিল। আৰোহী কেইজন পেৰাচুটেৰে জপিয়াই নামোতে জাৰ্মানসকলে তেওঁলোকক গুলীয়াই মাৰি পেলালে। এনেকুৱা কাপুৰুষালি দেখি আমষ্টাৰডামৰ মানুহবিলাক জাৰ্মান-সকলৰ প্ৰতি খঙত আৰু ঘৃণাত জলি-পকি উঠিছে। আমি

মহিলাসকল ভয়তে পেপুৱা লাগিলোঁ। মোৰতো গুলীৰ শব্দ শুনিলেই গা কঁপি উঠে।

মই আজিকালি প্ৰায়ে গধূলি ওচৰলৈ গৈ বিশুদ্ধ বায়ু সেৱন কৰোঁ। পিটাৰৰ ওচৰতে চকি এখনত বহি বাহিৰলৈ চাই থাকিবলৈ বৰ ভাল লাগে।

মই পিটাৰৰ কোঠালৈ যোৱা দেখিলে ডাছেল আৰু ভানডানে 'এনৰ দ্বিতীয় ঘৰ' বুলি মন্তব্য কৰে, কেতিয়াবা আকৌ এইবুলি কয়, "মুনিচুনি বেলিকা এহাল ডেকা-গাভৰু একেলগে থকাটো ভাল জানো?" পিটাৰে কিন্তু এই সকলো কথাৰ উত্তৰ বেচ বুদ্ধিৰে দিয়ে। এই বিষয়ত দেখিছোঁ মাৰো কৌতুহল দিনে দিনে বেছি হৈছে। "পিটাৰৰ লগত ইমান কি কথা পাত?" বুলি মোক মাজে মাজে সোধে। পিটাৰৰ মতে এই সকলোবোৰ ডাঙৰবোৰৰ হিংসাৰ বাহিৰে অন্য একো নহয়। আমি তেওঁলোকৰ কথাত বৰ বেছি গুৰুত্ব নিদিওঁ বাবে তেওঁলোকৰ বেছি খং উঠে। পিটাৰে কেতিয়াবা বেছি সাহস দেখুৱাবলৈ গৈ তললৈ মোক মাতিবলৈ যায়। কিন্তু বেচেৰা লাজত ইমান ৰঙা পৰে যে মুখৰ মাত এষাৰো উলিয়াব নোৱাৰে। মই কিন্তু লাজো নকৰোঁ, অলপ ৰঙাও নপৰোঁ। এনেকৈ লাজত পৰি যোৱাটো সঁচাকৈয়ে বৰ অস্বস্তিকৰ। দেউতায়ো মোক মইমতালি আৰু অহঙ্কাৰী স্বভাৱৰ বুলি কয়। সঁচাকৈয়ে মোৰ স্বভাৱটো অহঙ্কাৰীয়েই নে কি! মোৰ ৰূপৰ প্ৰশংসা কোনেও বেছিকৈ কৰা শুনা নাই; অকল স্কুলত থাকোতে—ল'ৰা এটাই, হাঁহিলে মোক ধুনীয়া দেখি বুলি কৈছিল। কালি পিটাৰে মোৰ ৰূপৰ প্ৰশংসা কৰিলে। প্ৰসঙ্গটো কেনেকৈ ওলালে কওঁ শুনা......।

পিটাৰে সদায় মোক কয়—"এবাৰ হাঁহাচোন এন্।" এনেকৈ সদায় হাঁহিবলৈ কোৱা দেখি মই অলপ অবাক হ'লোঁ আৰু সুধিলোঁ—"মই কিয় এনেয়ে হাঁহিম বাৰু?" পিটাৰে ক'লে—

"তুমি হাঁহিলে মোৰ ভাল লাগে। তুমি হাঁহিলে যে গালত টোল পৰে। কেনেকৈ পৰে বাৰু?"

"এইটো মোৰ জন্মৰপৰাই আছে। থুতৰিতো এটা আছে। এইটোৱে মোৰ একমাত্ৰ সৌন্দৰ্য।"

"কিয় তেনেকৈ কৈছা? তোমাৰ সবেই ভাল লাগে।"

"মই ধুনীয়া নহওঁ বুলি ভালকৈ জানোঁ। কোনোদিনা ধুনীয়া নাছিলোঁ আৰু নহ'মও।"

"মই তোমাৰ কথা মানিব নোৱাৰোঁ। মোৰ মতে তুমি মৰম লগা ধুনীয়া ছোৱালী।"

"নাই, নহয়। মিছা কৈছা।"

"মই কৈছোঁ যেতিয়া সঁচা বুলি ধৰা।"

ময়ো তেতিয়া তাৰ ৰূপৰ প্ৰশংসা কৰিলোঁ।

আমাৰ নতুন বন্ধুত্বৰ কাৰণে চাৰিওফালৰপৰা নানানটো কথা শুনিবলগীয়া হয়। আমি কিন্তু মাহঁতৰ এনেকুৱা সৰু-সুৰা ঠেক কথালৈ কাণ নিদিওঁ। মই কেতিয়াবা ভাবোঁ, মাহঁতো এসময়ত দেখোন ডেকা আছিল। তেওঁলোকনো সেই সময়ত কি বেলেগ আছিল? তেওঁলোকৰ কাৰবাৰবোৰ কিন্তু ঠিক ওলোটা। আমি যেতিয়া গভীৰভাৱে কিবা কথা কওঁ, তেওঁলোকে হাঁহি উৰাই দিয়ে আৰু আমি যদি ঠাট্টা কৰোঁ, তাকে গভীৰভাৱে লয়।

তোমাৰেই এন্

সোমবাৰ, ২৭ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আমাৰ গুপ্তগৃহৰ আলোচনাৰ আটাইতকৈ ডাঙৰ অধ্যায় হ'ল —ৰাজনীতি। মই বিষয়টো বৰ ভাল নাপাওঁ কাৰণে প্ৰায়ে বাদ দিওঁ। আজিৰ চিঠি গোটেইখন কিন্তু ৰাজনীতিৰ ওপৰতে হ'ব। বৰ্ত্তমান পৰিস্থিতিত ৰাজনীতিটোৱেই আলোচনাৰ মুখ্য বিষয়বস্তু

হোৱাটো স্বাভাৱিক আৰু বেলেগ বেলেগ মানুহৰ বেলেগ বেলেগ হোৱাটোও একো আচৰিত নহয়। কিন্তু ৰাজনীতি আলোচনা লৈ দন্ কৰাটো মোৰ বৰ অদ্ভুত লাগে। ৰাজনীতি লৈ নানান জল্পনা-কল্পনা কৰক, হাঁহক, গালি-গালাজ কৰক, মোৰ আপত্তি নাই; কিন্তু দন্-কাজিয়া কৰিনো কি লাভ হ'ব? ৰাজনীতিততো আমাৰ হাত নাই।

বাহিৰৰপৰা অহা মানুহ হেন্ক, মিয়েপ, ক্ৰেলাৰ আদিয়ে বহুতো মিছা খবৰ লৈ আহে। আমাৰ ৰেডিঅ'ই কিন্তু আজিলৈকে মিছা খবৰ দিয়া নাই। গুপ্তগৃহৰ ৰাজনৈতিক ভাবধাৰা প্ৰায় একেধৰণৰ; আক্ৰমণ, বিমান যুদ্ধ আদি বিষয়ত যেতিয়া তৰ্ক হয়, আশাবাদী-সকলৰপৰা "যুদ্ধ খুব ভালদৰে আগবাঢ়িছে" বুলি শুনা যায় আৰু নিৰাশাবাদীসকলৰপৰা "অসম্ভৱ! যুদ্ধই একো কৰিব পৰা নাই" ইত্যাদি কথা শুনা যায়। তাৰ মাজত কিছুমান আকৌ বাস্তৱবাদী আছে যিবিলাকে নিজৰ মতামত প্ৰকাশ কৰি কোনোদিনা ভাগৰি নপৰে; কিন্তু প্ৰত্যেকেই ভাবে নিজৰটোৱেই ঠিক। তাৰ মাজত কোনোবা ভদ্ৰমহিলাই তেওঁৰ গিৰীয়েকৰ বৃটিছৰ প্ৰতি থকা অগাধ বিশ্বাসক লৈ বিদ্ৰূপ কৰে আৰু কোনো ভদ্ৰলোকে হয়তো তেওঁ ভালপোৱা জাতিটোৰ শক্তিক ঘৈণীয়েকে বিদ্ৰূপ কৰা দেখি খঙত ধৈৰ্য হেৰুৱায়। মানুহবোৰে এই কথাবোৰ অনবৰত পাতি কোনোদিনে আমনি নাপায়। ৰাজনীতিৰ কথা ওলালেই বা কোনোবাই কিবা মন্তব্য দিলেই তেওঁলোক জপিয়াই পৰে যেনিবা পিঠিত কোনোবাই বেজিৰে খুচিহে দিলে।

যুদ্ধৰ বাতৰি দিবৰ কাৰণে ইংৰাজী বি. বি. চি., জাৰ্মান বাতৰিৰ বাহিৰেও, "বিশেষ বিমান যুদ্ধৰ খবৰ" দিয়া হয়। একালৰপৰা চাবলৈ গ'লে আয়োজনটো সাংঘাটিক ধৰণৰ, আনফালৰপৰা চাবলৈ গ'লে নিৰাশাজনক; জাৰ্মানে যেনেকৈ মিছা কথাৰ প্ৰচাৰ চলাইছে বৃটিছেও তেনেকৈ যুদ্ধ চলাইছে। আমাৰ ৰেডিঅ'টোও ৰাতিপুৱাৰ

পৰা ৰাতি ১১ মান বজালৈকে একেৰাহে বাজিয়েই থাকে। ডাঙৰ মানুহবোৰৰ বাতৰি শুনাৰ ধৈৰ্যও অসীম দেখিছোঁ। দিনে এবাৰ বা দুবাৰ বাতৰি ললেই হৈ যায়। কিন্তু তেওঁলোকে গোটেই দিনটো ৰেডিঅ'ৰ ওচৰতে বহি থাকে। মগজে ধৰিব পৰাৰো এটা সীমা আছে। সেই বিষয়ে কাৰো খবৰ-খাতি নাই। খোৱা আৰু বিচনাত পৰাৰ বাহিৰে অন্য সময়ত ৰেডিঅ'ৰ চাৰিওকাষে বহি অকল ৰাজনীতিৰ আলোচনা। মোৰ যে এইবোৰ দেখি শুনি ইমান আমনি লাগে। এদিনৰ খবৰ শুনি অৱশ্যে মই বৰ বেছি ভাল পাইছিলোঁ, সেইটো হৈছে আমাৰ মৰমৰ চাৰ্চিলে দিয়া বক্তৃতা।

দেওবাৰে ৰাতি ন'বজাত টেবুলৰ ওপৰত চাহদানীটো লৈ আমি ৰেডিঅ'ৰ চাৰিওকাষে বহিছিলোঁ। ৰেডিঅ'ৰ ওচৰত বহিছিল ডাচেল, তেওঁৰ বাওঁফালে ভান্‌ডান্, ওচৰতে পিটাৰ। মাৰ পাচফালে শ্ৰীমতী ভান্‌ডান্। তাৰ পাচত দেউতা আৰু দেউতাৰ কাষত মাৰ্গট আৰু মই লগালগিকৈ বহিছিলোঁ আৰু আমাৰ দুয়োৰো কোলাত মৌচী টোপনিয়াই আছিল। মায়ে ৰাতি পিন্ধা টিলা কাপোৰ পিন্ধিছিল; শ্ৰীমতী ভান্‌ডান্ বিমানৰ শব্দ শুনি কঁপি আছিল; দেউতাই চাহ খাই আছিল; মাৰ্গটে চুলিবোৰ ভাজ দিবলৈ পিন্ মাৰি বহিছিল; মই চুটি ঠেক ৰাতি পিন্ধা কাপোৰ পিন্ধি বহিছিলোঁ।

গোটেই পৰিবেশটো শান্ত আৰু নিবিড় আছিল। কিন্তু মই মনে মনে বক্তৃতা শুনাৰ পাচৰ অৱস্থাটো ভাবি ভয় খাইছিলোঁ। সঁচাকৈয়ে বক্তৃতা শেষ নৌ হওঁতেই তেওঁলোকৰ তৰ্কাতৰ্কি আৰম্ভ হলেই। এই তৰ্কাতৰ্কিয়েই চলি থাকিব যেতিয়ালৈকে দন্ নালাগে।

তোমাৰেই এন্

মঙ্গলবাৰ, ২৮ মাৰ্চ, ১৯৪৪ চন

অতি মৰমৰ কিট্টী,

ৰাজনীতিৰ বিষয়ে বহুত কথা লিখিব পাৰোঁ; কিন্তু মোৰ অন্য কথা লিখিবলৈ আছে। প্ৰথম কথা হ'ল মায়ে মোক পিটাৰৰ ওচৰলৈ যাবলৈ একপ্ৰকাৰ মানা কৰিছে। তেওঁৰ মতে মই তালৈ গ'লে শ্ৰীমতী ভান্‌ডানৰ খং উঠে। দ্বিতীয়তে, পিটাৰে মাৰ্গটিকো আমাৰ লগলৈ মাতিলে। কিয় মাতিছে বুজিব পৰা নাই। তৃতীয়তে, "শ্ৰীমতী ভান্‌ডান্‌ৰ খং উঠে বুলিয়েই মই ওপৰলৈ যোৱাটো উচিত নহ'ব বুলি ভাবে নেকি?"—এই কথা দেউতাক সুধিলোঁ। দেউতাৰ মতে ওপৰলৈ যোৱাটো বন্ধ কৰাৰ সেইটো একো কাৰণ নহয়। মাৰ খং উঠিছে, হিংসাও লাগিছে হয়তো। দেউতাই কিন্তু আমাৰ মিল হোৱা কাৰণে ভালেই পাইছে, মাৰ্গটে পিটাৰক বেচ ভাল পায়; কিন্তু তেওঁৰ মতে "দুজনত লগ, তিনিজনত দল।"

মাৰ মতে পিটাৰ মোৰ প্ৰেমত পৰিছে। সেয়াকে যেন হয়। তেতিয়া আমি দুয়ো দুয়োকো ভালকৈ বুজি পাম। মাৰ মতে পিটাৰে হেনো মোৰ মুখলৈ চাই থাকে। যদি সি মুখলৈ বা গালৰ টোল কেইটালৈ চাই থাকে মইনো বাৰু কি কৰিম?

মোৰ অৱস্থাটো বৰ জটিল হৈছে। মায়ে মোক দেখিব নোৱাৰে, ময়ো মাক দেখিব নোৱাৰোঁ; দেউতাই আকৌ নেদেখাৰ ভাও ধৰি বহি থাকে। মায়ে সঁচাকৈ মোক ভাল পায়। সেই কাৰণে মোৰ ব্যৱহাৰত দুখ পাইছে। মই দুখ পোৱা নাই; মোৰ মতে মায়ে মোক নুবুজে। মই কিন্তু কাৰো কথাতেই পিটাৰক এৰি দিব নোৱাৰোঁ। মই তাক ইমান ভাল পাওঁ! আমাৰ দুয়োৰো মাজত হয়তো এটা মধুৰ সম্বন্ধ গঢ়ি উঠিছে। তাতেইবা ভাওৰবোৰ নাক সুমুওৱাৰ দৰকাৰ কি?

ভাগ্যে মোৰ মনৰ ভাৱ মই গোপনে ৰাখিব পাৰোঁ। সেই কাৰণে মোৰ মন যে তাৰ কাৰণে ব্যাকুল কোনেও নুবুজে। সি

বাৰু মুখ খুলি কথা নক'ব নেকি? সপোনত যেনেকৈ সেই পিটাৰৰ গালৰ স্পর্শ পাইছিলোঁ, সেইদৰে এই পিটাৰৰ স্পর্শ নাপাম নেকি? এই পিটাৰ আৰু মোৰ সপোনত 'দেখা পিটাৰ একেজনেই। আমি দুজন যে ওচৰা-ওচৰিকৈ বহিয়েই ইমান ভাল পাওঁ! ঘৰৰ মানুহবোৰে কিয় বুজিব নোৱাৰে? কিহৰ কাৰণে আমি দুজনৰ সান্নিধ্য বিচাৰি ব্যাকুল হৈছোঁ কোনেও নুবুজে। কেতিয়াকৈ আমাৰ সকলো বাধা-বিঘিনি আঁতৰিব? আমি এই বাধা-বিঘিনি অতিক্ৰম কৰিবই লাগিব। তেতিয়াহে আমি সুন্দৰ পৰিণতি পাব পাৰিম।

সি যেতিয়া হাতত মূৰ থৈ চকু মুদি শুই থাকে তাক সৰু ল'ৰাৰ নিচিনা লাগে; সি যেতিয়া মৌচাক লৈ খেলা কৰে, তেতিয়া বৰ মৰম লাগে; যেতিয়া সি আলুৰ বস্তা কান্ধত কঢ়িয়াই লৈ যায়, তাক শক্তিশালী যেন লাগে; যেতিয়া সি আন্ধাৰত চোৰ বিচাৰি যায় বা আকাশৰ বিমান যুদ্ধ চায়, তেতিয়া তাক সাহসী যেন লাগে আৰু সি যেতিয়া লাজত বিব্ৰত হৈ বেঙাৰ দৰে চাই থাকে তেতিয়া সেইজনেই মোৰ মৰমৰ পিটাৰ হৈ পৰে। মোক সি কিবা বুজালে মোৰ খুব ভাল লাগে। সি মোতকৈ সকলো বিষয়তে শ্ৰেষ্ঠ হোৱাটোৱেই মই বাঞ্ছা কৰোঁ।

আমাৰ দুয়োৰো মাকবিলাকে কি কৈছে নকৈছে তালৈ কাণসাৰ দিবলৈ কি আছে? হায়, যদি সি মন খুলি কথা ক'লেহেঁতেন!

তোমাৰেই এন্

বুধবাৰ, ২৯ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

বলকেষ্টাইন (Bolkestein) নামে এজন মন্ত্ৰীয়ে লণ্ডনৰপৰা এদিন ডাচ্চ্ ভাষাত অনাতাঁৰ ভাষণ দি ক'লে যে যুদ্ধৰ সময়ত লিখা ডায়েৰী আৰু চিঠিবোৰ সংগ্ৰহ কৰা হ'ব। তেতিয়াহ'লে

মোৰ ডায়েৰীখনো সংগ্ৰহ কৰিবলৈ হেতো-ওপৰা লাগিব। ভাবি চোৱাঁ, দহবছৰৰ পাচত যদি আমাৰ 'গুপ্তগৃহ'ৰ বোমাৰুৰ কাহিনী প্ৰকাশ পায়, তেন্তে কিমান ভাল লাগিব! অকল নামাকৰণ দেখিয়েই মানুহে প্ৰথমে ৰহস্য উপন্যাস বুলি ভুল কৰিব। কিন্তু সঁচাকৈয়ে দহ বছৰৰ পাচত ইহুদীসকলে যুদ্ধৰ সময়ত কি খাইছিল, কি কথা-বতৰা পাতিছিল, কেনেকৈ আছিল— এইবোৰ কথা পৃথিবীৰ আন মানুহবোৰে জানি আচৰিত হ'ব। যদিও মই তোমাক ইয়াৰ বিষয়ে যথেষ্ট কৈছোঁ, তথাপি তুমিও আমাৰ ইয়াৰ খুব কম কথাই জানা।

বিমান যুদ্ধ দেখিলে মাইকী মানুহবোৰে অতিপাত ভয় খায়। সেই সিদিনা দেওবাৰে ৩৪০ খন বৃটিছ বিমানে লাখ লাখ কিলো ওজনৰ বোমা পেলাওঁতে ঘৰবোৰ বতাহত ঘাঁহ কঁপাদি কঁপি উঠিছিল। কোনে জানে কত সংক্ৰামক বেমাৰ চাৰিওফালে বিয়পি পৰিছে। তুমি এইবোৰ কথা একো নাজানা। মই যদি সকলো কথা বহলাই লিখিবলৈ হয়, তেন্তে গোটেই দিনটো লিখিয়েই থাকিব লাগিব। শাক-পাচলি বা অন্য যিকোনো বস্তুৰ কাৰণে মানুহে দীঘল লাইনত শাৰী পাতিব লাগিব। ডাক্তৰবোৰ বেমাৰী চাবলৈ গাড়ীৰপৰা নামি যাব নোৱাৰে। গাড়ী এৰি অলপ আঁতৰিলেই বস্তু চুৰ হৈ যাব, চুৰি-ডকাইতিৰ প্ৰকোপ বেছি হৈছে। ভাবিলে আচৰিত লাগে, হঠাৎ মানুহবোৰ কেনেকৈ ইমান চোৰ হ'ল। আঠ, ন বছৰীয়া ল'ৰা-ছোৱালীয়ে দুৱাৰ-খিড়িকী ভাঙি হাতৰ ওচৰত যি পাই তাকে চুৰ কৰি লৈ যায়। মানুহে পাঁচ মিনিটৰ কাৰণে যদি ঘৰ এৰি ক'ৰবালৈ যায়, তেন্তে ঘৰৰ বস্তু নাইকিয়া হয়। প্ৰত্যেক দিনা খবৰ কাগজত হেৰোৱা বস্তু—টাইপৰাইটাৰ, কম্বল, ঘড়ী আদি ঘূৰাই দিয়াৰ কাৰণে পুৰস্কাৰ ঘোষণা কৰা থাকে। ৰাস্তাৰ ইলেকট্ৰিক ঘড়ীবোৰ, টেলিফোনৰ তাঁৰবোৰ ভাঙি-ছিঙি লৈ যায়।

মানুহৰ নৈতিক অধঃপতন নহ'বই বা কিয় ? সপ্তাহৰ কাৰণে যিবা বেচন পাই দুদিনতে শেষ হৈ যায়। মানুহবোৰে জাৰ্মানীত গৈ যুদ্ধ কৰিব লগা হৈছে। ল'ৰা-ছোৱালীবোৰ খাবলৈ নাপাই হাড়-ছাল ওলাইছে। প্ৰত্যেকৰে গাত পুৰণা কাপোৰ, পুৰণা জোতাই দেখা পাবা। জোতাত নতুন তলুৱা খুৱাবলৈ ৭-৫০ ফ্ল'ৰিণ লাগে। তাকো কোনো মুচিয়ে পুৰণা জোতা মেৰামত কৰিবলৈ মান্তি নহয় ; মেৰামতৰ কাৰণে ললেও চাৰিমাহেও শেষ নহয়। হয়তো ইতিমধ্যে জোতাযোৰেই অদৃশ্য হয়।

-ইমানবোৰ নিৰানন্দময় খবৰৰ মাজতো একমাত্ৰ ভাল কথা হ'ল—মানুহৰ দুখ-দুৰ্গতি বঢ়াৰ লগে লগে শাসকৰ বিৰুদ্ধে প্ৰতিবাদও প্ৰবল হৈ উঠিছে আৰু কুটাৰঘাতমূলক কামো দিনে দিনে বেছি হৈছে। সকলো স্তৰৰ মানুহে—খাদ্য বিভাগৰে হওক বা পুলিচ বিভাগৰে হওক, জাৰ্মানৰ বিৰুদ্ধে কাম কৰি গৈছে। মাত্ৰ কিছু সংখ্যক মানুহেহে জাৰ্মানৰ হৈ কাম কৰিছে।

তোমাৰেই এন্‌

শুক্ৰবাৰ, ৩১ মাৰ্চ, ১৯৪৪ চন

মৰমৰ কিট্টী,

এতিয়াও যথেষ্ট ঠাণ্ডা আছে। মানুহৰ ঘৰত এমাহৰপৰা কয়লা নাই। অৱস্থাটো ভাবি চোৱাঁ। ৰুচ সীমান্তৰ পৰিস্থিতিয়ে মানুহক খুব আশাবাদী কৰিছে। মই তোমালৈ ৰাজনীতিৰ বিষয়ে বিশেষ একো নিলিখোঁ। কিন্তু এতিয়া ৰুচসকল কোনখিনি পালেহি, কওঁ শুনা। কোনো কোনো ঠাইত তেওঁলোক পোলেণ্ডৰ সীমান্তও পাইছেহি ; কোনো ঠাইত আকৌ প্ৰুথ ( Pruth ) পাইছেহি ; ৰুবৰাত ৰুচসকল ওডেচাৰ ( Odessa ) ওচৰো পাইছেহি। প্ৰত্যেকদিনা আমি ষ্টেলিনে দিয়া বিশেষ ঘোষণা শুনিবলৈ বৈ থাকোঁ।

প্ৰত্যেকটো বিজয়ৰ ঘোষণাৰ পাচত মস্কোত ইমান বেছি তোপধ্বনি হয় মোৰ যেন লাগে চহৰখন অনবৰত কঁপিয়েই থাকে। তেওঁলোকৰ আনন্দ প্ৰকাশৰ বেলেগ উপায় নায়ে নে, নাই যুদ্ধত জিকিছে বুলি দেখুৱাই ভাল পায়—মই একো ক'ব নোৱাৰোঁ। জাৰ্মান সৈন্যই হাঙ্গেৰী অৱৰোধ কৰাৰ খবৰ পাইছোঁ। এতিয়া তাত থকা লাখ লাখ ইহুদীসকলৰ অৱস্থা আমাৰ নিচিনা পানীত হাঁহ নচৰা হ'ব।

পিটাৰ আৰু মোক লৈ গুপ্তগৃহত হোৱা আলোচনাৰ অলপ শাম কাটিছে। আমাৰ দুয়োৰো বন্ধুত্ব বেছি হৈছে। বহুত সময় একেলগে থাকোঁ আৰু নানান কথা আলোচনা কৰোঁ, অন্য ল'ৰাৰ লগত কথা পতাৰদৰে তাৰ লগত কথা পাতোতে সংকোচ কৰিব লগীয়া নহয়। সিদিনা আমি তেজৰ বিষয়ে আলোচনা কৰিছিলোঁ. কথাৰ প্ৰসঙ্গত মাহেকীয়া ঋতুস্ৰাৱৰ কথাও পাতিলোঁ। তেতিয়া সি ক'লে, তিৰোতা মানুহবোৰে যথেষ্ট কষ্ট সহিব পাৰে। তাৰ তেনে কথাবোৰ শুনিলে হাঁহি উঠে। ইয়াত মোৰ জীৱনৰ যথেষ্ট উন্নতি হৈছে। ভগৱানে মোক অকলশৰীয়া কৰি এৰা নাই আৰু হয়তো অকলশৰীয়া কৰি নেৰিবও।

তোমাৰেই এন্

শনিবাৰ, ১ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

এতিয়াও সকলোখিনি সহজ হৈ পৰা নাই। মই কি ক'ব খুজিছোঁ তুমি হয়তো বুজিছা। মই চুমা এটা পাবলৈ ব্যাকুল হৈ পৰিছোঁ; কিন্তু এতিয়াও পোৱা নাই। মোক সি অকল বন্ধু বুলিয়েই ভাবে নেকি? ইয়াতকৈ বেছি একো নহয় নেকি?

তুমি জানা যে মোৰ নিজৰ মনৰ দুখ মনতে লুকুৱাই ৰখাৰ যথেষ্ট মানসিক শক্তি আছে। মই কেতিয়াও কাকো মোৰ দুখৰ

ভাগ দিব নিবিচাৰোঁ। আনকি নিজৰ মাৰ লগতো কেতিয়াও লাগি ফুৰা নাই। কিন্তু এতিয়া মোৰ এনে লাগিছে যেন তাৰ কান্ধত মূৰটো থৈ গোটেই জীৱনৰ বাকীছোৱা কটাই দিওঁ।

মই সপোনত পোৱা পিটাৰৰ গালৰ স্পৰ্শ কেতিয়াও পাহৰিব নোৱাৰোঁ। তাৰো মনত জানো এই ইচ্ছা নাজাগে? নাই, সি অতিমাত্ৰা লাজকুৰীয়া হোৱাৰ কাৰণে নিজৰ ভালপোৱা প্ৰকাশ কৰিব পৰা নাই নেকি? সি কিয় মুখেৰে কথা নকয়? কিয় সকলো সময়তে তাৰ ওচৰত থাকিবলৈ নকয়?

মই আৰু বেছি উতলা নহওঁ। ধৈৰ্যৰে, সাহসেৰে প্ৰতীক্ষা কৰিম। মই সদায় তাৰ কোঠালৈ যাওঁ। সি মোৰ কোঠালৈ নাহে। গতিকে এনে দেখায় যেন মইহে তাৰ পাচে পাচে লাগি ফুৰোঁ। কিন্তু মোৰ কোঠাত ঠাই নথকাৰ কাৰণে তাৰ কোঠালৈ যাওঁ। সি বুবুজিব নেকি? নিশ্চয় বুজিব। নুবুজিলে কেনেকৈ হ'ব?

তোমাৰেই এন্

সোমবাৰ, ৩ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

তোমালৈ আনকাল নিলিখা কথা অৰ্থাৎ খোৱাবস্তুৰ বিষয়ে আজি বহলাই লিখিম। গুপ্তগৃহত খাদ্য সমস্যাটো বৰ জটিল হৈ পৰিছে। অৱশ্যে এই সমস্যাটোৰে গুপ্তগৃহতেই নহয়, হলেণ্ড, ইউৰোপ আৰু অন্যান্য ঠাইতো দেখা দিছে।

যোৱা ২১ মাহত আমি নানান ধৰণৰ 'খাদ্য প্ৰণালী' প্ৰবৰ্তন কৰিছোঁ। 'খাদ্য প্ৰণালী' বুলিলে তুমি হয়তো বুজিব পাৰিছা। কেতিয়াবা কেতিয়াবা আমি অকল এটা বস্তু, মূলা খালে মূলা, শাক খালে শাক, বিলাহী খালে বিলাহী—তেনেকৈ দিনবোৰ কটাইছোঁ। একেটা বস্তুকে বাতিপুৱা, আবেলি, গধূলি একেবাহে

খাবলৈ আমনি লাগে। কিন্তু যেতিয়া ভোক লাগে, তেতিয়া নাখাই নোৱাৰোঁ। এতিয়া আমাৰ খাদ্য তালিকা অপূৰ্ব হৈছে। টাট্‌কা শাক-পাচলি একো পাবলৈ নাই। সপ্তাহটোত উবহী, মটৰ, আলু এদিন এদিনকৈ খাওঁ। ৰুটি পাবলৈ নাইকিয়া হোৱাৰ কাৰণে ৰুটিৰ বদ্‌লি আলু খাব লগা হৈছে। প্ৰত্যেক সাজতে উবহী আছে, আমনি লাগিছে। তথাপি এইবোৰ খায়েই আমি জীয়াই আছোঁ। এই .নিকৃষ্ট ধৰণৰ খোৱাবস্তুত আমি বেচ স্ফুৰ্তিৰে খাইছোঁ।

তোমাৰেই এন্

মঙ্গলবাৰ, ৪ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

কেইবা দিনৰেপৰা মই কি কৰিছোঁ, কিয় কৰিছোঁ, একো ক'ব নোৱাৰা হৈছোঁ। এক ধৰণৰ নিৰাশাই মোৰ মন আগুৰি ধৰিছে। যুদ্ধ যে শেষ হ'ব সেইটো সাধুৰ নিচিনাহে লাগে। যদি অহা চেপ্টেম্বৰ মাহত যুদ্ধ শেষ নহয়, মোৰ আৰু কোনোদিনা স্কুললৈ যোৱা ন'হব। কাৰণ মই দুবছৰ পিচ পৰি স্কুলত পঢ়িবলৈ ইচ্ছা নকৰোঁ।

যোৱা শনিবাৰলৈকে মোৰ দিনবোৰ বেচ আনন্দত পাৰ হৈ গৈছে। পিটাৰৰ কল্পনা আৰু সপোনে মোৰ মনটো ভৰাই ৰাখিছিল। কিন্তু এই শনিবাৰৰপৰা মোৰ নিজৰে কি হৈছে ক'ব নোৱাৰোঁ। পিটাৰৰ লগত কথা পাতোঁতে, হাঁহোঁতেও চকুপানী ওলায়। যেতিয়া মানুহৰ লগত থাকোঁ, হাঁহোঁ আৰু হুলস্থূল কৰোঁ; আকৌ অকলশৰীয়া হ'লে, কান্দোন ওলায়। কালি ৰাতি শুবলৈ যোৱাৰ আগতে শোৱাৰ পোছাক পিন্ধি মাটিত আঠুকাঢ়ি বহুত সময় মই প্ৰাৰ্থনা কৰিলোঁ। তাৰ পাচত হাতত মুখটো থৈ হুকহুকাই কান্দিব ধৰিলোঁ, ইমান চকুপানী ক'ত

লুকাই আছিল মই নিজে ক'ব নোৱাৰোঁ। মোৰ কান্দোনৰ শব্দ ওচৰৰ মানুহে শুনিব বুলি লৰালৰিকৈ নিজকে সংযত কৰিলোঁ, মনতে সাহস সঞ্চয় কৰি, নিজে নিজে ক'ব ধৰিলোঁ—"নাই, এনেকৈ নহ'ব, মই কেতিয়াও নিজৰ মনক এনেকৈ ভাঙিবলৈ নিদিওঁ।" এইবুলি বিচনাত শুই পৰিলোঁ; মই বিচনাত পৰোঁতে ৰাতি চাৰে দহ বাজিছিল।

এতিয়া মই মনৰ সাহস যথেষ্ট ঘূৰাই পাইছোঁ। যেনেকুৱা অৱস্থা হ'লেও মই মোৰ পঢ়াশুনাৰ কাম কৰিব লাগিব। মোৰ সপোন হ'ল ভৱিষ্যতে সাংবাদিক হোৱা; তাৰ কাৰণে নিজকে উপযুক্ত কৰিব লাগিব। মই জানো মোৰ লিখাৰ ক্ষমতা আছে। মই লিখা দুটামান গল্প বেছ ভালেই হৈছে। গুপ্তগৃহৰ বিষয়ে মই কৰা বৰ্ণনাও বেছ ৰসপূৰ্ণ। মই যে লিখিব পাৰোঁ—তাৰ প্ৰমাণ এই ডায়েৰীখনেও দিব।

'ইভাৰ সপোন' ( Eva's dream ) নামৰ মই লিখা গল্পটো এজনী ফুলকুঁৱৰীৰ কথা। অৱশ্যে ফুলকুঁৱৰীৰ দেশ ক'ত আৰু এই ভাবটো কেনেকৈ মোৰ মনলৈ আহিল, মই নিজেই ক'ব নোৱাৰোঁ। মই লিখিবলৈ আৰম্ভ কৰা সম্পূৰ্ণ উপন্যাস 'কেডীৰ জীৱন' ( Cady's Life )-ৰো কিছু অংশ বেছ ভাল হৈছে। আনৰ দোষ যেনেকৈ মোৰ চকুত সাৰি যাব নোৱাৰে, নিজৰো মই তেনেকৈ সমালোচনা কৰোঁ। সেইকাৰণে কোনটো ভাল, কোনটো বেয়া মই ক'ব পাৰোঁ। নিজৰ মনত কল্পনা কৰা চৰিত্ৰ এটা ভাষাত প্ৰকাশ কৰোঁতে কিমান আনন্দ, নিলিখা মানুহে সহজে বুজিব নোৱাৰে। মনৰ ভাব প্ৰকাশ কৰাতেই আনন্দ; এইবোৰ কোনো কাগজ-পত্ৰত কিতাপৰ আকাৰত ওলাইছে বা নাই ওলোৱা, তাৰ লগত এই আনন্দৰ তুলনা কৰিব নোৱাৰি।

মই মোৰ নিজৰ জীৱন বেলেগ ধৰণেৰে গঢ় দিব বিচাৰোঁ। মা বা শ্ৰীমতী ভান্ডানৰ নিচিনা গিৰীয়েক আৰু ল'ৰা-ছোৱালী

লৈ সাধাৰণ তিৰোতা মানুহৰ জীৱন এটা মই কল্পনাই কৰিব নোৱাৰোঁ।

মই মৃত্যুৰ পাচতো জীয়াই থাকিব বিচাৰোঁ, মই এনেকুৱা কাম কৰিব বিচাৰোঁ যিটোৰ কাৰণে মোক মানুহে মনত ৰাখিব। ভগৱানে মোক লিখাৰ ক্ষমতা দিছে। তাৰ বাবে সহস্ৰ ধন্যবাদ। এই ক্ষমতাটোকে মই বিকাশ কৰি মোৰ মনৰ ভাৱধাৰা পৃথিৱীৰ মানুহৰ আগত দাঙি ধৰিম। মই যদি লিখিবলৈ বহোঁ, মনৰ সকলো দুখ-কষ্ট পাহৰি পেলাওঁ; মনত নতুনকৈ বল পাওঁ। কিন্তু প্ৰশ্ন হ'ল মই কি কোনো দিন মহান সৃষ্টি কৰিব পাৰিম? মই আশা কৰোঁ নিশ্চয় পাৰিম। কাৰণ যেতিয়া মই লিখিবলৈ বহোঁ, চিন্তাধাৰাবোৰ মনত জুকিয়াই লৈ প্ৰকাশ কৰিব পাৰোঁ।

'কেডীৰ জীৱন' নামৰ কিতাপখন মই বহুতদিন লিখিব পৰা নাই। যদিও প্ৰত্যেক চৰিত্ৰৰ ছবি মোৰ মনত আছে, কিবা এটা কাৰণত মই লিখিব পৰা নাই। মোৰ উপন্যাস এনে অসম্পূৰ্ণ অৱস্থাত থাকি নষ্ট হ'ব বুলি ভাবিলে ভয়ত মোৰ মনটো কঁপি উঠে। তেতিয়া নিজকে সান্ত্বনা দি কওঁ—জীৱনৰ ইমান কম অভিজ্ঞতা সহ মোৰ নিচিনা ১৪ বছৰীয়া ছোৱালী এজনীয়ে কেনেকৈ জীৱনলৈ লিখিব পাৰিম? সময়ত হয়তো নিশ্চয় পৰা যাব। এনেকৈ বাৰে বাৰে মনত সাহস গোটাই ভাবোঁ—মই লিখিকা হ'ব বিচাৰোঁ; এদিন হয়তো কৃতকাৰ্য হ'ম।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ৬ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই কি কৰি বেছি ভাল পাওঁ আৰু মোৰ 'হবি' কি তুমি জানিব বিচাৰিছা। মোৰ 'হবি' এটা দুটা নহয়, অসংখ্য; আচৰিত নহ'বা।

প্ৰথম হ'ল—লিখা। কিন্তু ইয়াক 'চখ' বা 'হবি' বুলি ক'ব নোৱাৰা।

দ্বিতীয়তে—বংশাৱলী গোটোৱা। মই ফৰাচী, জাৰ্মান, স্পেইন, ইংৰাজ, অষ্ট্ৰিয়ান, ৰাচিয়ান, নৰৱেজিয়ান আৰু ডাচ্চ্ ৰাজপৰিয়ালৰ বংশাৱলী গোটাবলৈ কম কিতাপ-পত্ৰ চলাথ কৰা নাই।

মোৰ তৃতীয় 'চখ' হ'ল বুৰঞ্জী পঢ়া। এই বিষয়ত দেউতাই মোক বহুতো কিতাপ কিনি দিছে। মোৰ এতিয়া একমাত্ৰ চিন্তা কেতিয়াকৈ ইয়াৰপৰা ওলাই লাইব্ৰেৰীত গৈ পঢ়িব পাৰোঁ।

চতুৰ্থ 'চখ' হ'ল—গ্ৰীক আৰু ৰোমৰ পৌৰাণিক কাহিনী পঢ়া। এই বিষয়ে মোৰ যথেষ্ট কিতাপ-পত্ৰ আছে।

অন্য 'চখ'বোৰ হ'ল—চিত্ৰ-তাৰকা আৰু ঘৰৰ মানুহৰ ছবি গোটোৱা, নতুন কিতাপ কিনা আৰু পঢ়া। শিল্পী, কবিসকলৰ বিষয়ে অধ্যয়ন কৰা। পাচত হয়তো সঙ্গীত চৰ্চাও কৰিম। এটা বস্তু মই আটাইতকৈ বেয়া পাওঁ, সেইটো হ'ল অঙ্ক; এল্জেব্ৰা, জ্যামিতি মুঠেই দেখিব নোৱাৰোঁ। বাকী সকলো ভাল পাওঁ। বুৰঞ্জী আটাইতকৈ ভাল পাওঁ।

তোমাৰেই এন্

মঙ্গলবাৰ, ১১ এপ্ৰিল ১৯৪৪ চন

মৰমৰ কিট্টী,

মোৰ মূৰটো এতিয়াও ভম্ভমাই আছে। ক'বপৰা লিখিবলৈ আৰম্ভ কৰিম বুজিব পৰা নাই। এইবাৰৰ ইষ্টাৰৰ শুক্ৰবাৰ আৰু শনিবাৰে আমি মন'পলি (Monopoly) খেলি দিন কটালোঁ। দেওবাৰে আবেলি চাৰে চাৰি বজাত পিটাৰক মোৰ কোঠালৈ মাতি আনিলোঁ। ৫ বাজি ১৫ মিনিট যাওঁতে আমি দুয়ো এটিচলৈ গ'লোঁ। এটিচত ৬ বজালৈকে থাকিলোঁ। ৬ বজাৰপৰা ৭ বাজি ১৫ মিনিটলৈকে ৰেডিঅ'ত মজাৰ্টৰ ধুনীয়া সঙ্গীত আছিছিল। মই

সঙ্গীতখিনি খুব উপভোগ কৰিলোঁ। সুমধুৰ সঙ্গীতৰ মূৰ্চ্ছনাই মোৰ অন্তৰত সদায় তোলপাৰ লগাই।

শনিবাৰে গধূলি পিটাৰ আৰু মই এটিচলৈ বহিবলৈ যাওঁতে অলপ আৰাম কৰিবৰ বাবে ছুটা গাৰু লৈ গ'লোঁ আৰু পেকিং বক্সৰ ওপৰত পাৰি বহিলোঁ। গাৰু ছুটা ইমান ঠেক আছিল যে ছুয়ো ঠেলা-হেঁচাকৈ বহিব লগা হ'ল। আমাৰ ওচৰত মৌচীও বহি আছিল।

হঠাৎ ন'মান বজাত মিঃ ভান্‌ডানে চিঞৰি ক'লে—"তোমালোকে ডাছেলৰ গাৰু নিছা নেকি?" আমি জাপ্ মাৰি উঠি গাৰু আৰু মেকুৰী লৈ তল পালেঁহি। গাৰু কেইটাৰ কথা লৈ ডাছেলে বেছ চিঞৰ-বাখৰ লগালে। তেওঁৰ বোলে সেই কেইটা মূৰত দিয়া গাৰু আছিল। ওপৰলৈ লৈ গৈ উৰহ-চিকৰা সুমুৱাই আনিছা বুলি আমাক খুব বকিলে। পিটাৰ আৰু মই খণ্ডতে ছুটা টান ব্ৰাচ তেওঁৰ বিচনাৰ তলত সুমুৱাই থৈ দিলোঁ। এই কথাটো লৈ আমি খুব হাঁহিলোঁ।

আমাৰ স্ফুৰ্তি কিন্তু বেছি সময় নাথাকিল। চাৰে ন'মান বজাত পিটাৰে আমাৰ ছুৱাৰখন টুকুৰিয়াই দেউতাৰপৰা ইংৰাজী শিকিব বুলি ওপৰলৈ মাতি লৈ গ'ল। মই কিন্তু তেতিয়াই বুজি পাই মাৰ্গ টক ক'লোঁ—"মিছা কথা, পিটাৰে অন্য কাৰণে দেউতাক মাতি নিছে।" মোৰ অনুমানেই ঠিক হ'ল। গুদামৰ ছুৱাৰ কোনোবাই ভাঙিছিল, তাকে চাবলৈ দেউতা, ভান্‌ডান্, পিটাৰ আৰু ডাছেল তললৈ গ'ল; মাৰ্গ ট, শ্ৰীমতী ভান্‌ডান্ আৰু মই থিয় হৈ ভয়তে নানান ধৰণৰ কথা পাতিবলৈ ধৰিলোঁ। অলপ পাচতে তলত ডাঙৰকৈ শব্দ হোৱা শুনিলোঁ; তাৰ পাচত আৰু কাৰো ক'তো সাৰশুৰ নাই। ভয়তে আমাৰ মুখৰ মাত নাইকিয়া হ'ল। শব্দটো ক'ৰ পৰা কেনেকৈ আহিব পাৰে ভাবিবলৈ ধৰিলোঁ। মতা মানুহ কেইজন গৈ চোৰৰ লগত যুদ্ধ কৰিবলৈ লাগি গ'ল নেকি? দহ

বজাৎ ভৰিৰ শব্দ শুনা গ'ল। আগে আগে দেউতা, পাচে পাচে ভান্‌ড'ন্ ভয়ত বিবর্ণ হৈ আহি ক'লে—"চাকিবোৰ নুমুৱাই তোমালোক ওপৰলৈ যোৱাঁ। যিকোনো সময়তে পুলিচ আহিব পাৰে।"

ভয় খাবলৈকো সময় নাছিল। লাইট নুমুৱাই আমি ওপৰলৈ গ'লোঁ। মই হাতত জেকেটটো লৈ গ'লোঁ। আমাৰ সকলোৰে একে প্রশ্ন—"কি হৈছিল? সোনকালে কোৱাঁ না।" কিন্তু আমাক একো উত্তৰ নিদি তেওঁলোক আকৌ গ'লগৈ। দুজনমানে পিটাৰৰ খোলা খিড়িকীয়েদি তললৈ চাবলৈ ধৰিলে। তললৈ নমা বাটটো আঁতৰাব পৰা আলমাৰিটো দি বন্ধ কৰা হ'ল। বাতি জ্বলোৱা চাকিটোত চাৰিওফালে আমি কাপোৰ এখন ওলোমাই দিলোঁ। তেওঁলোকে ঘটনাটো কি ক'বলৈ ধৰিলে।

পিটাৰে হঠাৎ দুৱাৰত দুবাৰ ড'ঙৰ শব্দ হোৱা শুনি চাই দেখিলে যে তলৰ দুৱাৰৰ এফালৰ এচটা কাঠ নাই। সি তত্তাতৈয়াকৈ ওপৰলৈ আহি কথাটো দেউতাহঁতক ক'লে, যেতিয়া তেওঁলোকে গুদামঘৰ পালে তেতিয়া চোৰে দুৱাৰৰ ফুটাটো বহল কৰি আছিল। ভান্‌ডানে একো নভবা নিচিন্তাকৈ "পুলিচ, পুলিচ" বুলি চিঞৰি উঠিল।

বাহিৰত দুপ্-দাপ্ শব্দ কৰি চোৰকেইটা পলাই গ'ল। দুৱাৰৰ ফুটাটো যাতে পুলিচৰ চকুত নপৰে সেই কাৰণে কাঠ এচটা দিয়া হ'ল। কিন্তু বাহিৰৰপৰা কাঠচটা কোনোবাই একবাই দিলে। এনেকুৱা ঘটনা দেখি মানুহবোৰ হতভম্ব হ'ল। পিটাৰ আৰু ভান্‌ডান্ খঙত জ্বলিপকি উঠিল। ভান্‌ডানে খঙতে লাঠি এডালেৰে মাটিত কেইবাকোবো মাৰিলে। তেতিয়া আকৌ চোৰ মনে মনে থাকিল। পুনৰ কাঠৰ টুকুৰাটো লগাবলৈ চেষ্টা কৰিলে। এইবাৰো বিঘিনি ঘটিল। এহাল গিৰীয়েক ঘৈণীয়েকে টর্চ মাৰি ফুটাটোৰে গুদামঘৰ ভিতৰলৈ চালে। ভিতৰত পোহৰপৰা দেখি আমাৰ

মানুহবোৰ লৰালৰিকৈ ওপৰলৈ উঠি আহিল। পিটাৰে লৰা-লৰিকৈ পাকঘৰৰ দুৱাৰ খিড়িকীবোৰ খুলি দিলে, অফিচৰ টেলিফোন-বোৰ তলত পেলাই দিলে, আৰু আঁতৰাব্ পৰা আলমাৰিটো ভালকৈ লগাই দিলে। প্ৰথম অধ্যায়ৰ ইমানতে শেষ। এইখিনিৰ পাচতে মানুহবোৰ ওপৰলৈ আহিছিল।

ইয়াৰ পাচত ভয় আৰু আতঙ্কত আমি নানানধৰণৰ কথা অনুমান কৰিবলৈ ধৰিলোঁ। হয়তো টৰ্চমাৰি চোৰা গিৰীয়েক-ঘৈণীয়েক হালেই ঘটনাটো পুলিচক জনাইছে। ইফালে অফিচলৈও কাইলৈ কোনো মানুহ নাহিব। কাৰণ কাইলৈ ইষ্টাৰৰ সোমবাৰ। এই ভয় আৰু আতঙ্কৰ মাজতেই আমি মঙ্গলবাৰলৈকে থাকিব লাগিব। কাৰো মুখত কথা নাই। শ্ৰীমতী ভান্‌ডানে ক'ব নোৱাৰাকৈ চাকিটো একেবাৰে নুমুৱাই দিলে। গতিকে ঘন আন্ধাৰত আমি চুপচাপ বহি থাকিলোঁ। কাৰোবাৰ মুখত শব্দ এটা ওলালেই সবেই "চুপ, চুপ" বুলি ক'বলৈ ধৰে।

এনেকৈ ৰাতি ১১ বাজিল। ক'তো সাৰ-সুৰ নাই। দেউতা আৰু ভান্‌ডানে পাল পাতি বাহিৰত এপাক মাৰে। ১১ বাজি ১৫ মিনিট যোৱাত তলত অলপ হুলস্থূল শুনা গ'ল। আমি সবেই ভয়ত ঘনঘনকৈ উশাহ লবলৈ ধৰিলোঁ। তলত ভৰিৰ শব্দ শুনিবলৈ পালোঁ। অফিচত, পাকঘৰত আৰু তাৰ পাচত আমাৰ গুপ্তগৃহলৈ উঠা চিৰিটোৰ কাষত ভৰিৰ শব্দ শুনিবলৈ পালোঁ। কোনোবাই আঁতৰাব পৰা আলমাৰিটো লৰাই চালে। সেই সময়ত আমাৰ অৱস্থা কি হৈছিল বৰ্ণনা কৰিব নোৱাৰি। মই ভাবিলোঁ —সব গ'ল; আমি এতিয়া গেচ্‌টেপ'ৰ (Gestapo) হাতত পৰিলোঁ। প্ৰত্যেকৰে গাৰ ওপৰেদি যেন এক বিৰাট কম্পন পাৰ হৈ গ'ল; কাৰোবাৰ দাঁতৰ থক্‌থক্ শব্দ শুনিলোঁ। কিন্তু কাৰো মুখত মাত নাই।

মানুহবোৰ গুচি গ'ল। কিন্তু ঠিক কিতাপৰ আলমাৰিৰ আগতে

চাকি এটা জ্বলি থকা দেখা পালোঁ। পুলিচে হয়তো চাকিটো নিবলৈ পাহৰিলে। চাকি নুমুৰাবলৈ আকৌ কোনোবা আহিব নেকি? লাহে লাহে আমাৰ মুখৰ মাত ওলাবলৈ ধৰিলে।

ধৰা পৰা হ'লে আমাৰ অৱস্থা কি হ'লহেঁতেন সেই কথা ভাবি ভয়তে কাৰোবাৰ কাৰোবাৰ পায়খানালৈ যাব লাগিল। কিন্তু পায়খানালৈ যোৱাৰতো উপায় নাই। সেই কাৰণে পিটাৰৰ ফটা কাগজ পেলোৱা টিনটোকে এই কামত ব্যৱহাৰৰ কাৰণে অনা হ'ল। প্ৰথমে ভান্‌ডান্, তাৰ পাচত দেউতা গ'ল। মায়ে যাবলৈ লাজ কৰিলে। দেউতাই টিনটো কোঠালৈকে লৈ আনিলে। তাত মাৰ্গট, মই আৰু শ্ৰীমতী ভান্‌ডানে নিজৰ কাম সমাধা কৰিলোঁ। শেষত মা'ও উপায়বিহীনা হৈ যাব লগা হ'ল। তেতিয়া সৰৱে কাগজ দৰকাৰ হৈছিল। ভাগ্যে মোৰ পকেটত কাগজ আছিল।

সেই দিনটোৰপৰা বৰ বেয়া গোন্ধ ওলাইছিল। আমি ফুচ্-ফুচাই কথা পাতিছিলোঁ। ৰাতি তেতিয়া মাত্ৰ বাৰ বাজিছিল। কোনোবাই ক'লে—"মজিয়াতে শুই থাকা।" মোক আৰু মাৰ্গটক একোটাকৈ গাৰু আৰু এখনকৈ কম্বল দিয়া হ'ল। তাকে লৈ মই টেবুলৰ তলত শুই থাকিলোঁ। মাৰ্গটে আলমাৰিটোৰ ওচৰত শুলে। মজিয়াত শুই থাকি কিন্তু গোন্ধটো বৰ বেছি নাপালোঁ। শ্ৰীমতী ভান্‌ডানে ওপৰৰপৰা ক্ল'ৰিন আনি টিনটোত ছটিয়াই দিলে আৰু টাৱেল এখনেৰে ঢাকি দিলে।

ফুচ্‌ফুচাই কথা পতা, উৎকট গোন্ধ, মাজে মাজে হুমুনিয়াহৰ শব্দ আৰু টিনটোত কাৰোবাৰ বহাৰ শব্দ—এইবোৰৰ মাজতে শুবলৈ চেষ্টা কৰিলোঁ। মই ইমান ভাগৰি পৰিছিলোঁ যে আঢ়ৈমান বজাত সঁচাকৈয়ে টোপনি গ'লোঁ। শ্ৰীমতী ভান্‌ডানৰ মূৰটো মোৰ ভৰিত পৰাতহে চাৰে তিনমান বজাত সাৰ পালোঁ।

মোৰ তেতিয়া খুব জাৰ লাগিল; মই ক'লোঁ,—"মোক কিবা পিন্ধিবলৈ দিয়া।" কোনোবাই কিবা এটা দিলে; কি দিলে

মুসুধিলোঁ। পায়জামাৰ ওপৰত এটা উলৰ জাণ্ডিয়া, বণ্ডা জাম্পাৰ, ক'লা চাৰ্ট, বগা মোজা আৰু এযোৰ ফুটা ওলোৱা দীঘল মোজা, শ্ৰীমতী ভান্‌ডান্ উঠি চকিত বহিল আৰু তেওঁৰ ঠাইত ভান্‌ডান শুলে। চাৰে তিনিবজালৈকে মই কঁপি কঁপি শুই থাকিলোঁ, মোৰ কঁপনিত হয়তো ভান্‌ডানো শুব নোৱাৰিলে। আকৌ পুলিচ আহিলে কেনেকৈ কি কৰিম সেইবোৰ কথাকে মনে মনে গুণাগথা কৰিবলৈ ধৰিলোঁ। যদি সহৃদয় ডাছ্ মানুহ হয়, তেতিয়া আমি ৰক্ষা পৰিম। যদি নাজী পুলিচ হয়, তেনেহ'লে হয়তো ঘোচ দিব লাগিব।

শ্ৰীমতী ভান্‌ডানে কোৱা কথা মোৰ মনত পৰিল। "পুলিচ যদি আহে, ৰেডিঅ'টো নষ্ট কৰি পেলাব লাগিব।" তেতিয়া ভান্‌ডানে ক'লে,—"ষ্টভত দি দিবলৈ কোৱা নেকি? আমাক যদি বিচাৰি পায়, ৰেডিঅ'টোও প'ক।"

দেউতাই ক'লে,—"এনৰ ডায়েৰীখনও পাব।" কোনোবাই ক'লে,—"পুৰি পেলোৱা তেনেহ'লে।" পুলিচে যেতিয়া আলমাৰিটো লৰাইছিল, তেতিয়াই এইবোৰ কথা হৈছিল। মই ক'লোঁ,—"নাই, নাই। মোৰ ডায়েৰীখন মই এৰিব নোৱাৰোঁ। ডায়েৰীৰ লগতে মোকো পুৰিব লাগিব।" দেউতাই একো নামাতিলে। সেই সময়ত ক'ত কি কথা হ'ল এতিয়া মনত পেলাই আৰু লাভ নাই। শ্ৰীমতী ভান্‌ডানে খুব বেছি ভয় খাইছিল। তেওঁক সাহস দিবলৈ মই ক'লোঁ—"আমি সৈনিকৰ নিচিনা নিৰ্ভীক যুঁজাৰু হ'ব লাগিব। আমি যদি পুলিচৰ হাতত পৰোঁ, তেনেহ'লে ভাবিব লাগিব দেশৰ কাৰণে, মুক্তিৰ কাৰণে, সত্যৰ কাৰণে জীৱন উছৰ্গা কৰিছোঁ, কেৱল এটা কথা ভাবি দুখ লাগে, আমাৰ লগতে অন্য মানুহো বিপদত পৰিব পাৰে।"

শ্ৰীমতী ভান্‌ডান আকৌ শুলে। দেউতা মোৰ ওচৰত আছি ৰহিল। মতা মানুহবোৰ অনবৰত চিগাৰেট হুপি থাকিল;

কেতিয়াবা কোনোবাই হুমুনিয়াহ পেলালে; কোনোবাই টিনত গৈ বহিলগৈ; এনেকৈ ৰাতিটো পাৰ হৈ গ'ল। এনেকৈ চাৰি বাজিল; পাঁচ বাজিল; ৰাতি পুৱাল। চাৰে পাঁচ বজাত উঠি গৈ মই পিটাৰৰ ওচৰত থিয় হ'লোঁগৈ। আমি দুয়ো ইমান ওচৰা-ওচৰিকৈ থিয় হ'লোঁ যে দুয়ো দুয়োৰো শৰীৰৰ কঁপনিও গম পাইছিলোঁ। ইতিমধ্যে ক'লা পৰ্দা আঁতৰাই দিয়া হ'ল। ডাঙৰ মানুহবোৰে ৭ বজাত কোফিয়াচলৈ ফোন কৰি কোনোবা এজনক পঠাই দিবলৈ ক'বলৈ ভাবিলে। ফোন কৰাটো যদিও বিপদৰ কথা, কিন্তু যিকোনো সময়তে পুলিচ অহাৰ সম্ভাৱনাটো আৰু বিপদজনক। সেইকাৰণে টেলিফোনকে কৰিবলৈ সিদ্ধান্ত কৰি কি কথা কোৱা হ'ব লিখি পেলোৱা হ'ল।

কথাখিনি হ'ল এইয়াঃ—

"চোৰ সোমাইছিল। পুলিচো আঁতৰাবপৰা আলমাৰিটোলৈকে আহি গুচি গ'ল।

পুলিচ সোমোৱা গম পোৱাত গুদামৰ ফালেদি দৰ্জা ভাঙি চোৰ পলাল।

প্ৰধান দুৱাৰ বন্ধ কৰা আছে। টাইপৰাইটাৰ আৰু হিচাব কৰা মেচিনটো নিৰাপদে আছে।

হেঙ্কক খবৰ দি এলিৰপৰা চাবিকোচা লৈ মেকুৰীটোক খুওৱাবলৈ অহাৰ ভাও ধৰি এবাৰ আহি যাবলৈ কৰা।"

আমাৰ পৰিকল্পনামতেই সকলো কাম হ'ল। কোফিয়াচক ফোন কৰা হ'ল। আমি পুলিচ বা হেঙ্ক কোনোবা এজনৰ প্ৰতীক্ষাত বাট চালোঁ। পিটাৰ টোপনি গৈ আছিল। ভান্‌ডান আৰু মই মজিয়াত বাগৰ দি আছিলোঁ। ভেনেত্তে তলত ভৰিৰ শব্দ শুনিবলৈ পালোঁ। মই লৰালৰিকৈ ক'লোঁ,—"এইয়া হেঙ্ক আহিছে।" কোনোবাই ক'লে,—"পুলিচো হ'ব পাৰে।"

দুৱাৰত টুকুৰিওৱাৰ শব্দ শুনিলোঁ। মিয়েপে সুহুৰি বজালে।

শ্ৰীমতী ভান্‌ডানে ইমান বেছি ভয় খালে যে ওচৰৰ চকী এখনত ধপচ্‌কৈ বহি পৰিল। মিয়েপ আৰু হেঙ্ক সোমাবলৈ আৰু অলপ দেৰি কৰা হ'লে তেওঁ কিজানি মূৰ্চ্ছাই গ'লহেঁতেন।

সেই সময়ত আমাৰ কোঠাৰ অৱস্থাটো চাবলগীয়া হৈছিল। অকল টেবুলখনেই চাবলগীয়া হৈছিল—জামৰ বটল, ডায়েৰীয়াৰ দৰৱ, কটিৰ টুকুৰা, কণি, আইনা আৰু কত কি বস্তু নাছিল।

অৱশেষে হেঙ্ক আৰু মিয়েপক দেখামাত্ৰকে আমি আনন্দত কান্দি পেলালোঁ। হেঙ্কে কাঠকেইচটামান লৈ গৈ ফুটাটো বন্ধ কৰি আহিল আৰু পুলিচক খবৰ দিলে। মিয়েপেও বাতিৰ চকিদাৰে লিখা কাগজৰ টুকুৰা এটা পালে। তাত চোৰ অহাৰ কথা আৰু পুলিচক খবৰ দিয়াৰ কথা লিখা আছিল।

সকলো বস্তু ঠিকঠাক কৰিবলৈ আমাৰ প্ৰায় আধাঘণ্টামান সময় লাগিল। আধাঘণ্টাৰ ভিতৰত ইমান বেছি পৰিবৰ্ত্তন হোৱা মই আগতে কেতিয়াও দেখা নাছিলোঁ। মাৰ্গট আৰু মই বিচনাৰ কাপোৰবোৰ নি থলোঁ; নিজেও হাতমুখ ধুই পৰিপাটী হ'লোঁ। তাৰ পাচত কোঠাটো পৰিপাটী কৰি পানী গৰম কৰি খোৱা টেবুল ঠিক কৰিলোঁ। ইতিমধ্যে দেউতা আৰু পিটাৰে বাতি লেতেৰা কৰা টিনটো চাফা কৰিলে।

১১ বজাত আমি হেঙ্কৰ লগত খাবলৈ বহিলোঁ। তেতিয়া হেঙ্কে অফিচলৈ অহাৰপৰা কি কি ঘটনা হ'ল ক'বলৈ ধৰিলে।

হেঙ্কে হেনো প্ৰথমেই গুদামৰ চকিদাৰ মিঃ স্লেগটাৰৰ (Mr. Slagter) ওচৰলৈ গ'ল। সি শুই আছিল আৰু ঘৈণীয়েকে কোৱামতে বাতি চকিদাৰে চোৰে কৰা ফুটাটো দেখিবলৈ পাই পুলিচক লৈ গোটেই ঘৰটো চাই আহিছে। চকিদাৰে নিজেই মঙ্গলবাৰে আহি ক্ৰেলাৰক সকলো কথা ক'ব। পুলিচ থানাত কিন্তু অফিচত চুৰি হোৱাৰ বিষয়ে একো খবৰ নাজানে বুলি ক'লে। থানাৰ মানুহে মঙ্গলবাৰে আহি খবৰ কৰি যাব। ঘূৰি

আহোঁতে হেঙ্কে ৰাস্তাত আমাক তৰ্কাৰী দিয়া মানুহজনক লগ পালে আৰু ঘৰটোত চুৰি হোৱাৰ কথা ক'লে। উত্তৰত মানুহজনে খুব শান্তভাৱে ক'লে,—"মই জানো। কালি পৰিবাৰৰ সৈতে ৰাস্তাত ফুৰি থাকোঁতে চোৰে দুৱাৰত ফুটা কৰা দেখি টৰ্চ দি চাইছিলোঁ। চোৰ তেতিয়াই পলাই গ'ল। কিন্তু পুলিচলৈ খবৰ নিদিলোঁ। কিয়নো ঘৰটো লৈ মই বহুত কথা অনুমান কৰোঁ।"

হেঙ্কে তেওঁক ধন্যবাদ এটা জনাই গুচি আহিল। মানুহজনে আমি নিশ্চয় ইয়াত আছোঁ বুলি জানে; কাৰণ তেওঁৱেইতো সদায় আমাক আলুৰ যোগান ধৰে, কিন্তু কিমান ভাল মানুহ!

একমান বজাত হেঙ্ক গুচি গ'ল। আমিও কাম-কাজ শেষ কৰি শুই থাকিলোঁ। মই যেতিয়া সাৰ পাওঁ, তেতিয়া তিনি বাজিছে। ডাছেল আগতে উঠি গৈছে। টোপনিৰ জালত বাথৰুমলৈ যাওঁতে, মই পিটাৰৰ গাত খুন্দা মাৰিলোঁ; কিয়নো সিও সেই সময়ত তললৈ নামি আহিছিল। তেতিয়াই দুয়ো তললৈ গৈ ৰ'ম বুলি ঠিক কৰিলোঁ।

মই চুলি ঠিক কৰি তাৰ লগ পাবলৈ গলোঁ। তেতিয়া সি সুধিলে—"তুমি এতিয়া আগফালৰ এটিচলৈ যাব পাৰিবা নে?" "পাৰিম" বুলি মই মুখ ধুপিয়াই মোৰ গাৰুটো হাতত লৈ আহিলোঁ আৰু আমি দুয়ো এটিচলৈ গ'লোঁ। বাহিৰৰ বতৰটো খুব ধুনীয়া আছিল। অকণমান পাচতে 'চাইৰেণ' বাজি উঠিল। আমি দুয়ো কান্ধত ধৰাধৰিকৈ মনে মনে বহি থাকিলোঁ। চাৰিমান বজাত কফি খাবৰ কাৰণে মাৰ্গটে আমাক মাতিবলৈ আহিল। তেতিয়াহে আমি তললৈ গ'লোঁ। কফিৰ টেবুলত আমি সকলোৱে ৰুটি খালোঁ, চৰ্বত খালোঁ, হাঁহি মাতি কথা ক'লোঁ। আগৰদৰেই সকলো স্বাভাৱিক হ'ল। গধূলি মই পিটাৰক আমাৰ ভিতৰত তাৰেই সাহস বেছি বুলি প্ৰশংসা কৰিলোঁ।

সেই ৰাতিৰ নিচিনা বিপদ আমাৰ কাহানিও হোৱা নাছিল।

ভাবি চোৱাঁ, পুলিচ দুৱাৰ-দলিত উপস্থিত; তথাপি আমি ৰক্ষা পৰিলোঁ। যদি আক্ৰমণ হয়, বোমা বৰ্ষণ হয়, তেন্তে নিজে নিজে মৰি যাম; কিন্তু পুলিচৰ হাতত ধৰা পৰিলে আমাৰ লগতে আমাক ৰক্ষা কৰোঁতা কেইজনো বিপদৰ মুখত পৰিব।

"আমি এইবাৰলৈ ৰক্ষা পৰিলোঁ, ভবিষ্যতেও যেন ৰক্ষা পৰোঁ।"—তাকেই মাত্ৰ ক'ব পাৰোঁ।

এই ঘটনাটোৰ পাচত আমাৰ নিয়মত অলপমান পৰিবৰ্তন হ'ল। আজিকালি ভাছেল ক্ৰেলাৰৰ অফিচত নবহি বাথৰুমত বহি কাম-কাজ কৰে। সদায় গধূলি চাৰে আঠ বা ন'মান বজাত পিটাৰে গোটেই ঘৰটোত এপাক মাৰে। ৰাতি পিটাৰৰ কোঠাৰ খিড়িকী খুলিবলৈ দিয়া নহয়। চাৰে ন'বজাৰ পাচত কোনেও পানীকল খুলিব নোৱাৰে।

চোৰ সোমোৱা কথা লৈ গুপ্তগৃহত এইকেইদিন তৰ্ক লাগিয়েই আছে। অসাৱধানতাৰ কাৰণে ক্ৰেলাৰে আমাক বকিলে। হেঙ্কে ক'লে যে আমি এনেকৈ তললৈ নমা উচিত নহয়। আমি সদায় মনত ৰখা উচিত যে আমি লুকাই থকা ইহুদী, অন্য মানুহৰ দৰে আমাৰ অধিকাৰ বা স্বাধীনতা নাই; এনেকুৱা ইহুদীৰ কৰিব লগা বহুত কৰ্তব্য আছে। ইহুদীসকলৰ কোনোধৰণৰ অনুভূতিৰ, ভাৱপ্ৰৱণতাৰ একো মূল্য নাই; আমি মাত্ৰ সাহসেৰে সকলোধৰণৰ বিপদ-আপদ, অসুবিধা সহ্য কৰিব লাগিব। কোনোবা দিনা হয়তো এই ভয়াবহ যুদ্ধৰ অৱসান ঘটিব, আকৌ ইহুদীসকল মানুহ হিচাবে পৰিগণিত হোৱাৰ যোগ্যতা লাভ কৰিব।

আমাৰ এই অৱস্থাৰ কাৰণে কোন দায়ী? কোনে আমাক ইহুদীসকলক অন্য মানুহতকৈ বেলেগ কৰি সৃজিলে? কিহৰ কাৰণে আমাক ইমান নিৰ্যাতন দিয়া হৈছে? এই শাস্তি আমাক ভগবানে দিছে আৰু সেই ভগবানেই এদিন আমাক শক্তিশালী জাতি কৰি ওপৰত তুলিব। ইমানবোৰ কষ্টৰ পাচত যি কেইজন

ইহুদী জীয়াই থাকিব সেই কেউজনেই পৃথিবীৰ আগত দৃষ্টান্ত দাঙি ধৰিব। কোনে জানে, হয়তো আমাৰ ধৰ্মৰপৰা পৃথিবীৰ আন মানুহে মুক্তিৰ পথ বিচাৰি পাব। আমি কেতিয়াও নেদাৰলেণ্ডবাসী বা ইংলেণ্ডবাসী হিচাবে থাকিব নিবিচাৰোঁ। আমি সদায় ইহুদী হৈয়ে থাকিম।

এতিয়া আমি বুকুত সাহস বান্ধি নিজৰ কামবোৰ কৰি যাব লাগিব। ভগবানে আমাৰ মানুহক কেতিয়াও ত্যাগ কৰা নাই। যুগ যুগৰপৰা ইহুদীসকল আছিল আৰু যুগে যুগে তেওঁলোকে কষ্ট স্বীকাৰ কৰি গৈছে আৰু এতিয়াও জীয়াই থাকিব।

চোৰ সোমোৱাৰ দিনা মই ভাবিছিলোঁ যে সঁচাকৈয়ে মই মৰিব লাগিব। নিৰ্ভীক সৈনিকৰ দৰে সাহসেৰে দেশৰ কাৰণে প্ৰাণ বিসৰ্জন দিম বুলি ভাবিছিলোঁ। কিন্তু এইবাৰ ৰক্ষা পৰিছোঁ যেতিয়া যুদ্ধৰ পাচতো ডাচ্চ্ নাগৰিক হিচাবে জীয়াই থাকিব বিচাৰোঁ; মই ডাচ্চ্ ভাষাক ভাল পাওঁ; গতিকে ইয়াতেই মই মোৰ কৰ্মক্ষেত্ৰ বিচাৰোঁ। নাগৰিকত্ব লবলৈ যদি ৰাণীলৈও লিখিব লগা হয়, তথাপি মই ইয়াতে থাকিম।

মোৰ মন আজিকালি স্বাধীন হৈছে। মা-তকৈ বহুত সাহসেৰে মই জীৱনটোৰ সন্মুখীন হ'ব পাৰোঁ। সত্য আৰু ন্যায়ৰ প্ৰতি বিশ্বাস মোৰ অচল অটল। মোৰ নিজা লক্ষ্য আছে, মতামত আছে। মইয়ো নিজৰ মতে চলিবলৈ ভাল পাওঁ। মই এগৰাকী নাৰী; অন্তৰত অসীম সাহস আৰু মনোবল আছে।

যদি ভগবানে মোক জীয়াই ৰাখে তেনেহ'লে মই ম-তকৈ বহুত কাম কৰিম। মই সাধাৰণ নগণ্য ভিৰোতা হৈ থাকিব নিবিচাৰোঁ। গোটেই পৃথিবীৰ কাৰণে, মানৱ জাতিৰ কাৰণে কাম কৰি যাম।

কিন্তু এতিয়া মোৰ প্ৰথম কৰ্ত্তব্য হ'ল—সাহস আৰু মনৰ আনন্দ বজাই ৰখা।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৪ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

ইয়াৰ পৰিবেশটো এতিয়াও বৰ অস্বস্তিকৰ, সেউতা সকলো সময়তে খণ্ডত উতলা হৈ আছে। শ্ৰীমতী ভান্‌ডানৰ পানী লাগিছে কাৰণে বিচনাত পৰি কেন্‌কেনাই আছে। মিঃ ভান্‌ডান একো নকৰাকৈ শেতা পৰি গৈছে। ডাছেলে নিজৰ সুযোগ-সুবিধা বহুতখিনি এৰি দি আনক নিৰীক্ষণ কৰাত লাগিছে।

আমাৰ ভাগ্য বৰ সুপ্ৰসন্ন নহয়। পায়খানাৰপৰা পানী পৰিব ধৰিছে। কিন্তু আমাৰ সহায় কৰোঁতাসকলে এইবোৰ সোনকালে শেষ কৰিব বুলি আমি জানোঁ।

মই মাজে মাজে খুব বেছি ভাবুক হৈ যাওঁ। কেতিয়াবা কেতিয়াবা এনে অৱস্থা হয় যে ভাবুক নহৈ নোৱাৰি। যেতিয়া পিটাৰ আৰু মই আৱৰ্জনাৰ মাজত সৰু বাকচ এটাৰ ওপৰত হেচা-ঠেলাকৈ বহোঁ, যেতিয়া সি মোৰ চুলিত হাত সুমুৱাই খেলা কৰে, যেতিয়া বাহিৰত চৰাইবোৰৰ মধুৰ কূজনত পৃথিবী মুখৰিত হৈ থাকে, যেতিয়া বাহিৰৰ নীলা আকাশে মুক্ত পৃথিবীত ওলাই যাবলৈ হাত বাউল দি মাতে, তেতিয়া মোৰ মনটো বহুত কিবাকিবি নোপোৱাৰ বেদনাত ব্যাকুল হৈ উঠে।

ইয়াত সকলো সময়তে অসন্তুষ্টি, হা-হুমুনিয়াহ আৰু অভিযোগৰ বাহিৰে অন্য একো শুনিবলৈ পোৱা নাযায়। সঁচা কথা ক'বলৈ গ'লে ইয়াৰ পৰিবেশটো আমি নিজেই বিষাক্ত কৰি তুলিছোঁ। ভাল দৃষ্টান্ত বুলিবলৈ ক'তো নাই। প্ৰত্যেক দিনা সকলোৰে মুখত সেই একেটা অভিযোগ—"কোনদিনা এই জ্বালা-যন্ত্ৰণাৰ অৱসান ঘটিব?"

কিন্তু মোৰ কাম, মোৰ আশা, প্ৰেম আৰু সাহসে এতিয়ালৈকে মোক মূৰ দাঙি থাকিবলৈ সমৰ্থ কৰাইছে।

কিন্তু আজি মোৰ মনটো বেছ পৰি গৈছে,—কিয় ক'ব নোৱাৰোঁ। ইয়াৰ সকলো কথা ইমান খেলিমেলি, ক'ৰপৰা কি হয় একো ধৰিব নোৱাৰোঁ। মই মাজে মাজে ভাবোঁ মোৰ খামখেয়ালিত লিখা কথাবোৰত কোনোবাই জানো আমোদ বিচাৰি পাব! মই লিখা আবর্জনাখিনিৰ নামাকৰণ হ'ব 'কুৎচিত হাঁহ-পোৱালি এটাৰ আত্মপ্ৰকাশ' ( "The unbosoming of an ugly duckling" )। মোৰ ডায়েৰী হয়তো বল্‌কেষ্টাইনহঁতৰ কাৰণে কোনো কামত নাহিব।

তোমাৰেই এন্

শনিবাৰ, ১৫ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

এটাৰ পাচত এটা ভয়লগা ঘটনা হৈয়ে থাকিল। কেতিয়ালৈকে বাৰু এইবোৰৰ অন্ত পৰিব! কি ঘটনা হৈছে অনুমান কৰা। আগফালৰ দুৱাৰখন বাতি ভিতৰৰপৰা বন্ধ কৰি থোৱা হয়। পিটাৰে পুৱা খুলি দিবলৈ পাহৰি গ'ল। অন্যখন দুৱাৰৰ তলাই কাম নকৰে। ফলস্বৰূপে ক্ৰেলাৰ আৰু অফিচৰ মানুহবোৰ সোমাব নোৱাৰিলে। তেওঁলোকে ওচৰৰ ঘৰৰ খিড়িকী এখন ভাঙি পাচফালেদি অফিচত সোমাল। আমাৰ বুৰ্বকামি দেখি ক্ৰেলাৰে খুব খং কৰিছে। পিটাৰেও ঘটনাটোত খুব ভয় খাইছে।

খোৱা সময়ত, মায়ে পিটাৰক সমবেদনা দেখুৱাই তাৰ কাৰণে বেয়া লাগে বুলি কোৱা মাত্ৰকে সি কান্দি পেলালে। কিন্তু দোষ অকল পিটাৰৰে নহয়; আমাৰো আছে। প্ৰত্যেকদিনা ৰাতিপুৱা দেউতাইঁতে দুৱাৰ খোলা হ'লনে নাই, খবৰ লয়; আজি কিন্তু কোনেও নললে।

বেচেৰা পিটাৰৰ মন বৰ বেয়া হৈ আছে। সুযোগ বুজি ওপৰলৈ গৈ এবাৰ তাক শান্ত্বনা দিব লাগিব।

তোমাৰেই এন্‌

দেওবাৰ, ৰাতিপুৱা ১১ বজাৰ আগত,
১৬ এপ্ৰিল, ১৯৪৪ চন

অতি মৰমৰ কিট্টী,

যোৱাকালিৰ দিনটো মনত ৰাখিবা। এই দিনটো মোৰ কাৰণে এটা অবিস্মৰণীয় দিন। প্ৰত্যেক ছোৱালীৰ কাৰণে প্ৰথম চুমা পোৱা দিন পাহৰিব নোৱাৰা দিন। মোৰ সোঁ গালত ব্ৰামৰ (Bram) চুমা বা সোঁ হাতত মিঃ ৱাকাৰৰ (Mr. Walker) চুমাৰ লগত তুলনাই নহয়। কেনেকৈ হঠাৎ মই এই চুমাটো পালো কওঁ শুনা।

যোৱাকালি ৮ মান বজাত মই আৰু পিটাৰ ডিভানৰ ওপৰত বহি আছিলোঁ। সি তাৰ হাতেৰে মোক পাচফালৰপৰা ধৰিলে। মই তাক ক'লোঁ—"অলপমান আগলৈ যোৱা, নহ'লে মোৰ মূৰটো আলমাৰীত খুন্দা খাব।" সি প্ৰায় ডিভানৰ চুকলৈ গ'ল। তেতিয়া ময়ো নিজৰ হাত তাৰ কান্ধৰ ওপৰত থ'লোঁ। এনেধৰণেৰে ধৰাধৰিকৈ আমি আগতেও বহিছিলোঁ। কিন্তু কালিৰ বহাটো যেন খুব বেছি নিবিড় আছিল। সি মোক জোৰেৰে চেপি ধৰিছিল। মোৰ বাওঁফালৰ কান্ধটো তাৰ বুকুত লাগিছিল। মোৰ বুকুৰে ধপ্‌ধপাবলৈ ধৰিছিল। তেতিয়া সি মোৰ মূৰটো তাৰ কান্ধত চেপি ধৰিলে। সি মোৰ চুলিৰ মাজত হাত ফুৰাবলৈ ধৰিলে। অলপমান পাচত সি মোৰ গালত, হাতত টুকুৰিয়াবলৈ ধৰিলে। সেই সময়ত যে কিমান ভাল লাগিছিল কিট্টী, মই তোমাক বুজাব নোৱাৰোঁ।

চাৰে আঠবজাত মই বহাৰপৰা উঠিলোঁ। পিটাৰো মোৰ

লগে লগে উঠিল। মই তললৈ নামিবলৈ ভৰি দাঙিছোঁ মাত্ৰ হঠাৎ সি মোক আকোঁৱালি লৈ গালত, চুলিত, কাণত চুমা খাবলৈ ধৰিলে। কেনেকৈ যে ঘটনাটো হ'ল মই ধৰিবই নোৱাৰিলোঁ। ল'ৰালৰিকৈ মই তাৰ হাতৰপৰা এৰাই একেকোবেই তল পালোঁগৈ। তাৰ মুখৰফালে আৰু চাব নোৱাৰিলোঁ। কিন্তু আজিও সেই মুহূৰ্তৰ কাৰণে বাট চাই আছোঁ।

তোমাৰেই এন্

সোমবাৰ, ১৭ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

এটা সোতৰ বছৰীয়া লৰাই পোন্ধৰতকৈ কম বয়সৰ ছোৱালী এজনীক ডিভানত তেনেকৈ অকলে বহি চুমা খোৱাটো মা-দেউতাই সমৰ্থন কৰিব বুলি তুমি ভাবানেকি? 'মই কিন্তু সমৰ্থন কৰিব বুলি নাভাবোঁ। এই ক্ষেত্ৰত মই মোক বিশ্বাস কৰা উচিত। তাৰ কোলাত মূৰ থৈ নানানধৰণৰ সপোন দেখাটো কিমান মধুৰ, নিজৰ গালত তাৰ গালৰ স্পৰ্শ পোৱাটো কিমান ৰোমাঞ্চকৰ! মোৰ কাৰণে যে কোনোবা এজন বৈ আছে সেই কথাকে ভাবিবলৈ কিমান ভাল লাগে। কিন্তু ইয়াৰ মাজতো বিপদৰ সম্ভাৱনা নথকা নহয়। হাজাৰ হলেও পিটাৰ ল'ৰা। সি জানো ইমানতে সন্তুষ্ট থাকিব পাৰিব?

মই যে পোন্ধৰ বছৰ নৌ হওঁতেই এনেকৈ প্ৰেম কৰিবলৈ ধৰিলোঁ এইটো ঠিক নহয় বুলি জানোঁ। কিন্তু অন্য মানুহে আমাৰ মনৰ কথাবোৰ বুজি পাব জানো? মাৰ্গটে কিন্তু বিয়া ঠিক হোৱাৰ আগতে কোনো মানুহক আগতে চুমা খোৱাৰ কথা ভাবিব নোৱাৰে। মায়েও হয়তো দেউতাৰ বাহিৰে অন্য কোনো পুৰুষক স্পৰ্শ কৰা নাছিল, কিন্তু পিটাৰতো মোক বিয়া কৰোৱাৰ কোনো পৰিকল্পনা কৰা নাই। মোৰ বয়সৰ অন্য ছোৱালীয়ে মই পিটাৰৰ

কোলাত, কান্ধত মুৰ থোৱাৰ কথা যদি জানে, তেন্তে আচৰিত হ'ব। সকলোৱে ক'ব, "এন্ কি লাজ নাইকিয়া ছোৱালী!" কিন্তু মই একো লাজৰ কথা বুলি নাভাবোঁ। এনেকুৱা অস্বাভাৱিক অৱস্থাত বাহিৰৰ পৃথিৱীৰপৰা বিচ্ছিন্ন হৈ ভয় আৰু আতঙ্কৰ মাজতে আমি যেনে ধৰণেৰে দিন কটাব লগা হৈছে, তেনেস্থলত যদি দুজনে দুজনক ভাল পাওঁ, তাত কাৰ কি ক্ষতি বা জোৰকৈ আঁতৰা-আঁতৰি হৈ থকাৰ প্ৰয়োজন কি?

মোৰ নিজৰ ওপৰত বিশ্বাস আছে। পিও তেনে কাম নকৰিব যিটোৰ কাৰণে মই দুখ পাম। তেনে ক্ষেত্ৰত মই কিয় নিজৰ কথামতে নচলিম? কিন্তু, তথাপিও কিট্টী, ক'ববাত যেন মোৰ বিবেকত লাগিছে। কোনো কামেই লুকাই চুৰকৈ কৰা মোৰ প্ৰকৃতি-বিৰুদ্ধ। এই সকলোবোৰ কথা দেউতাক খুলি কোৱা উচিত বুলি তুমি ভাবানেকি? তৃতীয় ব্যক্তি এজনক যদি আমাৰ মনৰ গুপ্ত কথা কোৱা হয়, তেন্তে ইয়াৰ বহুতখিনি সৌন্দৰ্য লোপ পাব; কিন্তু মোৰ বিবেকে জানো শান্তি পাব? এই বিষয়ে মই পিটাৰৰ লগতো আলোচনা কৰি চাম।

মই তাৰ লগত অকল আকোঁৱালি ধৰি বহি থাকিবলৈকে নিবিচাৰোঁ। বহুতো মনৰ কথা আলোচনা কৰিম। তেতিয়া দুয়ো দুয়োবো বন্ধুত্বৰপৰা লাভবান হ'ব পাৰিম।

তোমাৰেই এন্

মঙ্গলবাৰ, ১৮ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

ইয়াত বৰ্ত্তমান সব ভালেই চলিছে। দেউতাৰ মতে ২০ মে'ৰ আগতে বাচিয়া, ইটালী আৰু পশ্চিমৰ ৰণক্ষেত্ৰত ব্যাপকভাৱে যুদ্ধ আৰম্ভ হ'ব। মোৰ কিন্তু ইয়াৰপৰা যে কোনোবা দিনা মুক্তি পাম সেই আশা লাহে লাহে হেৰাব ধৰিছে।

যোৱা কালি পিটাৰ আৰু মই আমাৰ নিজৰ নিজৰ সমস্যাৰ বিষয়ে আলোচনা কৰিলোঁ। প্ৰায় দহদিনমান আমি এই বিষয়ে কথা পতা নাছিলোঁ। মই তাৰ লগত ছোৱালীবোৰৰ সকলো কথা আলোচনা কৰিলোঁ। আনকি আটাইতকৈ গোপনীয় কথাও প্ৰকাশ কৰিবলৈ সঙ্কোচ নকৰিলোঁ। আলোচনাৰ শেষত এৰাএৰি হবৰ সময়ত দুয়ো দুয়োৰো গালত চুমা খালোঁ। সেই সময়ৰ অনুভূতিটো সঁচাকৈয়ে অপূৰ্ব।

কেতিয়াবা হয়তো মই মোৰ ডায়েৰীখন ওপৰলৈ লৈ গৈ সকলো কথা বিশদভাবে আলোচনা কৰিবলৈ চেষ্টা কৰিম। মই আজিকালি পৰস্পৰক আলিঙ্গন কৰি থাকি তৃপ্তি নোপোৱা হৈছোঁ। পিটাৰো হয়তো মোৰ দৰেই তৃপ্তি নোপোৱা হৈছে।

দীঘলীয়া শীতৰ পাচত এতিয়া বিপুল সমাৰোহেৰে বসন্তৰ আগমন হৈছে। এপ্ৰিল মাহটো সঁচাকৈয়ে বৰ সুন্দৰ। ওচৰৰে চেষ্টনাট গছজোপা নতুন পাতেৰে সেউজীয়া হৈ পৰিছে। তাৰ মাজতে দুপাহ এপাহ ফুলো দেখা গৈছে। শুক্ৰবাৰৰ দিনা এলিয়ে নাৰ্চিছাছ আদি বহুত ধুনীয়া ধুনীয়া ফুল লৈ আহিছে।

কিট্টী, এতিয়া আৰু ছুটামান এলজেব্ৰা কৰিবলৈ বাকী; যাওঁ দেই।

তোমাৰেই এন্

বুধবাৰ, ১৯ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

কল্পনা কৰা। খোলা খিড়িকীৰ কাষত বহি, প্ৰিয়তমৰ কোলাত মূৰ থৈ চৰাইৰ সুমধুৰ সঙ্গীত শুনাতকৈ মধুৰ পৃথিৱীত আৰু কিবা থাকিব পাৰে জানো? এই সময়ত সকলো কথাই নীৰৱ হৈ যায়। এনে লাগে, এই মধুৰ নীৰৱতা কোনেও ভঙ্গ নকৰে।

তোমাৰেই এন্

শুক্ৰবাৰ, ২১ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

কালি আবেলিটো ভিতিৰ বিষত শুই থাকিলোঁ। কিন্তু এদিনতে ইমান আমনি লাগিল যে জ্বৰ নোহোৱা কাৰণে উঠি ফুৰিবলৈ ধৰিছোঁ। আজি ইংলেণ্ডৰ ৰাজকুমাৰী এলিজাবেথৰ ১৮ বছৰীয়া জন্মদিন। বি, বি, চি,ৰ ঘোষণামতে তেওঁক এতিয়াও স্যাবালিকা বুলি স্বীকৃতি দিয়া নহ'ব। এই সুন্দৰী ৰাজকুমাৰীয়ে কাক বিয়া কৰিব এই বিষয়ে নানান গুণাগথা কৰিও আমি কোনো উপযুক্ত মানুহ বিচাৰি নাপালোঁ। তেওঁৰ ভনীয়েক ৰাজকুমাৰী মাৰ্গৰেট ৰোজে (Margaret Rose) হয়তো কোনোবা দিনা বেলজিয়ামৰ ৰাজকুমাৰ বেডুইনক (Baudouin) বিয়া কৰাব।

ইয়াত আমাৰ এটাৰ পাচত এটাকৈ বিপদ আহি আছে। বাহিৰৰ দুৱাৰখন মেৰামত কৰা শেষ হৈছে মাথোন, আকৌ গুদামৰ চকিদাৰে দুৱাৰ ভাঙি ভিতৰলৈ সোমাই আলু চুৰ কৰিলে আৰু দোষবোৰ এলিৰ গাত দিবলৈ চেষ্টা কৰিছে। এই ঘটনাই গুপ্তগৃহত বেছ আলোড়নৰ সৃষ্টি কৰিছে। এলিৰ খুব খং উঠিছে। ছদ্মনামত মই লিখা কেইটামান গল্প বাতৰি কাকতত ছপাবলৈ দিয়াৰ কথা চিন্তা কৰি আছোঁ।

তোমাৰেই এন্

মঙ্গলবাৰ, ২৫ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

দহদিনমান হ'ল ডাছেলে ভান্‌ডানৰ লগত মাতবোল কৰা নাই। ঘৰত চোৰ সোমোৱাৰপৰা ইয়াৰ নিয়ম কাৰণবোৰ বেছ কঠিন হৈছে। ডাছেলৰ মতে তেওঁক অসুবিধাত পেলাবলৈকে এইবোৰ বুদ্ধি-সদ্ধি চলিছে। তেওঁ মোক কৈছিল—"ইয়াৰ সকলোবোৰ কথা ওলোটা ওভোটা। তোমাৰ দেউতাৰাৰ লগত কথা পাতিম।"

আজিকালি শনিবাৰে আবেলি আৰু দেওবাৰৰ দিনা বাত্তিপুৰো তলৰ অফিচত যাবলৈ তেওঁক মনা কৰা হৈছে। তথাপিও তেওঁ তাতে বহি থকা দেখি ভান্‌ডানৰ খং উঠি কিবাকিবি ক'লে হব পায়। দেউতাৰো তেওঁৰ লগত কথা কটাকটি হ'ল; দেউতায়ো পৰাপক্ষত আজিকালি তেওঁৰ লগত বেছি কথা নকয়। কথাটোৰে খুব বেয়া হৈছে আমি সবেই বুজিব পাৰিছোঁ, কিন্তু কি কৰা যায়?

মই 'অভিযাত্ৰী ব্লাৰ' (Blurr, the Explorer) নামেৰে এটা গল্প লিখিছোঁ। এতিয়ালৈকে যিমানক এই গল্পটো পঢ়ি শুনাইছোঁ, সকলোৱে খুব ভাল হৈছে বুলি কৈছে।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৭ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

বাত্তিপুৰাৰপৰা শ্ৰীমতী ভান্‌ডানৰ মেজাজ বেয়া; এটাৰ পাচত এটা অভিযোগ তেওঁৰ মুখত লাগিয়েই আছে। পানী লাগিছে, লজেঞ্চ এটা পাবলৈ নাই, নাকৰ সোঁতসোঁতনিও মুগুচে, ইফালে ৰ'দৰ মুখ দেখিবলৈ নোপোৱা হৈছে, খিড়িকীৰ কাষত যে বহি বাহিৰলৈ চাব পাৰি তাৰো উপায় নাই, আক্ৰমণ হ'ব হ'ব বুলি এতিয়ালৈকেও নহ'ল—ইত্যাদি। তেওঁৰ কথা শুনি আমি খুব হাঁহিছোঁ।

মই বৰ্ত্তমান 'গোটিংগেন ইউনিভাৰ্চিটি'ৰ (Gottingen University) প্ৰফেচাৰে লিখা 'চাৰ্লচৰ জীৱনী' (The Emperor, Charles V) পঢ়ি আছোঁ। এতিয়ালৈকে পাঁচ দিনত ৫০ পৃষ্ঠা পঢ়িলোঁ। কিতাপত মুঠ ৫৯৮ পৃষ্ঠা আছে। এতিয়া ভাবি চোৱা এই কিতাপ শেষ হ'বলৈ কিমানদিন লাগিব। দ্বিতীয় খণ্ড বাকী আছেই। পঢ়ি কিন্তু খুব ভাল লাগিছে। এজনী স্কুলীয়া ছোৱালীয়ে এদিনত কিমান পঢ়িব পাৰে ভাবি

চোৱাঁ। মোৰ কথাই ধৰা। আজি প্ৰথমতে নেলচনৰ শেষ যুদ্ধৰ কাহিনী ডাচ্চ্ ভাষাৰপৰা ইংৰাজীলৈ অনুবাদ কৰিলোঁ। তাৰ পাচত ইউৰোপৰ বিভিন্ন যুদ্ধৰ কাহিনী, যেনে—পিটাৰ দি গ্রেটৰ নৰৱেৰ বিৰুদ্ধে যুদ্ধ, দ্বাদশ চাৰ্লচ, অগষ্টাচ দি ষ্ট্ৰং ইত্যাদি; তাৰ পাচত একেবাৰে ব্ৰাজিল পালোঁহি। অলপ সময় ব্ৰাজিলৰ বিচিত্ৰ কাহিনী, তাৰ অদ্ভুত অদ্ভুত কাহিনী, ধপাত, কফিৰ প্ৰাচুৰ্য, আৰু 'ৰিঅ' দি জেনেইৰ' ( Rio de Janeiro ), 'পাৰ্নামবুক'ৰ ( Pernambuco ) আদিবাসী, আমাজন নদী আৰু তাৰ মেলেৰিয়াৰ কথা পঢ়িলোঁ। তাৰ পাচতো অলপ সময় থকাৰ কাৰণে এখন বংশ-তালিকা পঢ়িলোঁ। ১২ বজাত এটিচলৈ গৈ গীৰ্জাৰ ইতিহাস পঢ়িলোঁ।

২ বজাৰ পাচত আকৌ বান্দৰগোষ্ঠীৰ ক্ৰমবিকাশৰ বিষয়ে পঢ়িলোঁ। তাৰ পাচত বাইবেল পঢ়িলোঁ। আকৌ পঞ্চম চাৰ্লচৰ জীৱনী পঢ়িলোঁ। পিটাৰ আৰু মই একেলগে বহি ইংৰাজী পঢ়িলোঁ আৰু ফৰাচী ধাতুৰূপ মুখস্থ কৰি শেষত মিচিছিপি আৰু মিচৌৰীৰ তুলনা পঢ়িলোঁ।

এতিয়াও মোৰ পানীলগা ভাল হোৱা নাই। মোৰপৰা মা-দেউতা আৰু মাৰ্গটলৈও সোঁচৰিলে। পিটাৰে মোক আজি 'কল্পনাৰ ৰাণী' ( El-dorado ) বুলি কৈ চুমা এটা খাব খুজিছিল; কিন্তু নিদিলোঁ; কিয়নো তাৰো পানী লাগিব পাৰে।

আহোঁ দেই।

তোমাৰেই এন্

শুক্ৰবাৰ, ২৮ এপ্ৰিল, ১৯৪৪ চন

মৰমৰ কিট্টী,

মই যোৱা জানুৱাৰী মাহৰ প্ৰথম ভাগতে দেখা পিটাৰ ৱেছেলৰ সপোনটো পাহৰিব পৰা নাই। সপোনটোৰ কথা

ভাবিলে মই এতিয়াও পিটাৰৰ গালৰ স্পৰ্শ আৰু সেই সময়ৰ মোৰ অনুভূতিৰ কথা অনুভৱ কৰোঁ।

ইয়াতো মাজে মাজে মোৰ পিটাৰৰ লগত বহি থাকোঁতে অলপ অলপ তেনে ধৰণৰ অনুভূতি হৈছিল। কিন্তু যোৱাকালিৰ নিচিনা আগতে কেতিয়াও হোৱা নাছিল। সদায় যেনেকৈ বহোঁ, তেনেকৈ কালি পিটাৰ আৰু মই বহিছিলোঁ। মোৰ হাত পিটাৰৰ কান্ধত আছিল আৰু পিটাৰে মোৰ কঁকালত পাচফালৰপৰা ধৰি আছিল। হঠাৎ চট্ফটীয়া এন্ গুচি তাৰ ঠাইত অন্য এগৰাকী গহীন শান্ত এনৰ আবিৰ্ভাৱ হ'ল। মই তাক জোৰকৈ চেপি ধৰিলোঁ। লগে লগে মোৰ গাত এক মধুৰ শিহৰণৰ ঢৌ বাগৰি গ'ল। মোৰ চকুৰেদি চকুপানী ববলৈ ধৰিলে। কেইটোপালমান চকুপানী বাগৰি তাৰ কাপোৰতো পৰিল। সি দেখিলেনে নাই ক'ব নোৱাৰোঁ; কিন্তু অকণো লৰচৰ নকৰিলে। তাৰ আগত যে দুজনী এন্ আছে এই কথা সি বুজি পাইছেনে নাই মই কোনোদিনাই জানিব নোৱাৰিলোঁ।

চাৰে আঠ বজাত মই বহাৰপৰা উঠি খিড়িকীৰ ওচৰলৈ গ'লোঁ; কিয়নো খিড়িকীৰ ওচৰতে আমি সদায় বিদায় মাগোঁ। তেতিয়াও মই কঁপি আছিলোঁ; কিয়নো মই স্বাভাৱিক এন্ হোৱাগৈ নাই। সি মোৰ ওচৰলৈ আহিল। মই নিজৰ হাত দুখনেৰে তাৰ ডিঙিটো সাৱটি ধৰি বাওঁ গালত চুমা খালোঁ আৰু সোঁ-গালে চুমা খাবলৈ যাওঁতে তাৰ ওঁঠে মোৰ ওঁঠ চেপি ধৰিলে। মুহূৰ্তৰ ভিতৰতে আমি দুজনে দুজনক সাৱটি ধৰিলোঁ। এনে লাগিল যেন জীৱনত আমাৰ দুয়োৰো আৰু এৰাএৰি নহ'ব।

সি হয়তো জীৱনত প্ৰথমবাৰৰ কাৰণে এনেকুৱা এজনী ছোৱালী আবিষ্কাৰ কৰিলে যাৰ হুলস্থূলীয়া স্বভাৱৰ অন্তৰালত মৰম-আকলুৱা হৃদয় এখন লুকাই আছে। জীৱনত প্ৰথমবাৰৰ কাৰণে সিও কাৰোবাৰ হাতত সম্পূৰ্ণ আত্মসমৰ্পণ কৰিছে। আমি দুয়ো

পৰস্পৰে পৰস্পৰক নিবিড়ভাবে পাইছোঁ। মই তাৰ মাজত আজিলৈকে বিচাৰি নোপোৱা প্ৰাণৰ বন্ধু এজনো বিচাৰি পাইছোঁ।

কিন্তু ইমান আনন্দৰ মাজতো মই মনৰ শান্তি পোৱা নাই। বাৰে বাৰে একেটা প্ৰশ্নই মোৰ মনলৈ আহে। মই যি কৰিছোঁ সেইটো জানো ঠিক হৈছে। মোৰ বয়সৰ ছোৱালী এজনীয়ে ল'ৰা এটাৰ ওচৰত এনে ধৰণেৰে আত্মনিবেদন কৰাটো জানো উচিত হ'ব? নিজে নিজে আকৌ উত্তৰ দিওঁ—"মই ইয়াত কাৰোবাৰ লগ বিচাৰিছোঁ। যদি পিটাৰৰ মাজত এই নিৰানন্দপূৰীত জীয়াই থকাৰ কাৰণে অৱলম্বন বিচাৰি পাওঁ, যদি এই নিঃসঙ্গতাৰপৰা মুক্তি পাব পাৰোঁ, তেনেহ'লে এই প্ৰেমত কি দোষ হ'ব পাৰে?"

গোটেই ৰাতিপুৱা আমি স্বাভাৱিকভাৱে ঘূৰা-ফিৰা কৰোঁ। দিনটোও প্ৰায় স্বাভাৱিকেই থাকোঁ; কিন্তু গধূলি হোৱাৰ লগে লগে দিনটোৰ অৱৰুদ্ধ কামনা আৰু আগদিনা সন্ধিয়াৰ মধুৰ স্মৃতিয়ে আমাৰ দুয়োকো পাগল কৰি তোলে। প্ৰত্যেক দিনা বিদায়ৰ পাচত, চুমা খোৱাৰ পাচত, মোৰ পলাই যাবৰ মন যায়; মই তাৰ চকুলৈ চাব নোৱাৰোঁ; নৰালবিকৈ আন্ধাৰ বিচাৰি তললৈ আহোঁ। কিন্তু তল পোৱাৰ লগে লগে আন্ধাৰৰ পৰিবৰ্তে উজ্জল পোহৰ, হাঁহি আৰু নানান ধৰণৰ প্ৰশ্নৰ সন্মুখীন হ'ব লাগে। এই সকলোবোৰ মই নিৰ্বিবাদে সহ্য কৰি যাব লাগিব।

যোৱাকালিৰ অভিজ্ঞতাটো মই এতিয়াও পাহৰিব পৰা নাই। গহীন এন্ সাধাৰণতে মানুহৰ চকুত ধৰা নপৰে। কিন্তু পিটাৰে সেই এন্‌জনীক আবিষ্কাৰ কৰিলে। সি মোৰ মনৰ সূক্ষ্ম অনুভূতিবোৰ স্পৰ্শ কৰিব পাৰিলে। সিয়েই লুকাই থকা এন্‌জনীক বাহিৰলৈ উলিয়াই আনিলে।

এই মানসিক আলোড়নটোৰ বিষয়ে একান্তভাৱে ভাবি-চিন্তি চাবলৈ মোক নীৰৱতাৰ দৰকাৰ; কিন্তু সেই নীৰৱতা ক'ত পাম?

হায়, পিটাৰ মোক এইয়া কি কৰিলে? এই সকলোবোৰৰ

পৰিণতি কি হ'ব পাৰে? এতিয়া মই এলিৰ মনৰ ভাব বুজি পাইছোঁ, কিন্তু তেওঁ চিন্তা আৰু আশঙ্কাত বিহ্বল হৈছিল। যদি পিটাৰে মোক বিয়া কৰিবলৈ বিচাৰে, মই কি উত্তৰ দিম? সঁচাকৈয়ে কবলৈ গ'লে—মই তাক বিয়া কৰাব নোৱাৰোঁ। সি এতিয়াও সৰু হৈ আছে, এতিয়ালৈকে তাৰ চৰিত্ৰ গঠন হোৱা নাই, সাহস আৰু ইচ্ছাশক্তিৰো যথেষ্ট অভাব আছে। মনৰ ফালৰপৰা চাবলৈ গ'লে সি মোতকৈ সৰু হৈ আছে। সি মোৰ মৰমৰ মাজত শান্তি আৰু আনন্দ বিচাৰে।

কিন্তু মইতো অকল ১৪ বছৰীয়া একো নুবুজা স্কুলীয়া ছোৱালী হৈ থকা নাই। মোৰ বয়সৰ অন্য ছোৱালীৰ তুলনাত পৃথিবী সম্বন্ধে মোৰ বেছি অভিজ্ঞতা হৈছে। মোৰ ভয় লাগে—কিজানিবা মোৰ মনৰ কামনাৰ তাড়নাত মই বেছি সোনকালে নিজকে বিলাই দিছোঁ। পাচত অন্য ল'ৰাবোৰৰ লগত মই কেনেকৈ স্বাভাৱিক হ'ব পাৰিম? নিজৰ বিবেক আৰু অন্তৰৰ লগত যুদ্ধ কৰি কৰি মই ক্ষত-বিক্ষত হৈ পৰিছোঁ। হয়তো সময়ত সকলো ঠিক হৈ যাব। কিন্তু এতিয়া মোক কোনে কৈ দিব পাৰিব, মই কৰা কাম ঠিক হৈছেনে নাই?

তোমাৰেই এন্

মঙ্গলবাৰ, ২ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

শনিবাৰে গধূলি পিটাৰ আৰু মই আলোচনা কৰি ঠিক কৰিলোঁ যে আমাৰ কথা দেউতাক জানিবলৈ দিয়া উচিত হ'ব। মই ওপৰৰপৰা তললৈ অহাৰ লগে লগে দেউতাৰ লগত অলপমান পানী আনিবলৈ গ'লোঁ আৰু তেতিয়া সুবিধা বুজি দেউতাক সুধিলোঁ, "দেউতা, পিটাৰ আৰু মই যেতিয়া একেলগে বহোঁ, তেতিয়া আমি এমাইল দূৰত নবহি ওচৰা-ওচৰিকৈ বহোঁ। ইয়াত কিবা

বেয়া হ'ব বুলি আপুনি ভাবেনেকি ?” দেউতাই অলপ সময় মনে মনে থাকি ক'লে, “একো বেয়া বুলি নাভাবোঁ। কিন্তু তথাপিও তুমি সাৱধানে থকা উচিত হব; কিয়নো তুমি ইয়াত এটা ঠেক পৰিবেশত আবদ্ধ হৈ আছা।” আমি যেতিয়া পানী লৈ ওপৰলৈ গ'লোঁ, তেতিয়া দেউতাই এই বিষয়ে ক'লে। দেউতাই দেওবাৰে ৰাতিপুৱা মাতি নি মোক ক'লে,—“এন্, মই বহুত ভাবি-চিন্তি দেখিলোঁ কথাটো বৰ ভাল হোৱা নাই। ইয়াত এই ঘৰত এনে এটা পৰিবেশত বন্ধু হিচাবে থাকিব লাগিব। পিটাৰে তোমাক ভাল পাইছেনেকি ?”

মই ক'লোঁ,—“নাই, ভালপোৱা নাই।” দেউতাই আকৌ ক'লে,—“মই তোমালোক দুয়োৰো কথা বুজি পাইছোঁ। তথাপি তুমি ওপৰলৈ ঘনাই ঘনাই নাযাবা। পিটাৰক বেছি প্ৰশ্ৰয় নিদিবা। এনেক্ষেত্ৰত মতা মানুহবোৰে সাধাৰণতে বেছি আগবাঢ়িব খোজে। অকল মাইকী মানুহেহে বাধা দিব পাৰে। সাধাৰণ অৱস্থাত হোৱা হ'লে কথাটো বেলেগ হ'লহেঁতেন; বহুত ল'ৰা-ছোৱালী লগ পালাহেঁতেন; আপোন মনেৰে ঘূৰি ফুৰিব পাৰিলাহেঁতেন; আমোদ-প্ৰমোদৰ অন্ত নানান উপকৰণত নিজক ব্যস্ত ৰাখিব পাৰিলাহেঁতেন। কিন্তু ইয়াত সেইবোৰ একো নাই। তোমালোক দুয়ো সদায় একেলগে আছা, দিনে-ৰাতিয়ে দেখা পাই আছা। এনে ক্ষেত্ৰত তুমি সাৱধান হ'বা। ইয়াৰ কথাবোৰ গভীৰভাৱে নলবলৈ চেষ্টা কৰিবা।”

“মই একো গভীৰভাৱে নলওঁ। পিটাৰ সঁচাকৈয়ে বৰ ভাল ল'ৰা।”

“মই জানো পিটাৰ ভাল ল'ৰা; কিন্তু সি দৃঢ় চৰিত্ৰৰ ল'ৰা নহয়। গতিকে ভাল বেয়া দুয়োটাই সমানে তাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। তথাপি আশাকৰো তাৰ ভাল স্বভাৱটোৱেই ওপৰত থাকিব—কিয়নো ল'ৰাটো স্বভাৱতে ভাল।”

এই বিষয়ে আৰু অলপ কথা-বতৰা হোৱাৰ পাচত ঠিক হ'ল যে দেউতাই পিটাৰৰ লগত কথা হ'ব।

দেওবাৰে এটিচত পিটাৰে মোক লগ পোৱাৰ লগে লগে সুধিলে—"এন্‌, তুমি দেউতাৰাৰ লগত কথা পাতিলানে?"

মই ক'লোঁ,—"অঁ, পাতিলোঁ। দেউতাৰ মতে আমি বন্ধু হোৱাটো ভাল কথা, কিন্তু ইমান বেছি একেলগে থাকিলে কাজিয়া হোৱাৰ সম্ভাৱনা আছে।"

পিটাৰে ক'লে,—"আমি কিন্তু কেতিয়াও কাজিয়া নকৰোঁ বুলি ঠিক কৰিছোঁ। মই কিন্তু মোৰ কথা ৰাখিম।"

"মইও মোৰ কথা ৰাখিম, পিটাৰ। দেউতাই ঠিক সেই কথাই কোৱা নাই। দেউতাৰ মতে আমি অকল বন্ধু হিচাবে থাকিব লাগিব। আমি তেনেকৈ থাকিব পাৰিম নহয় জানো?"

"মইও বন্ধু হৈ থাকিম। কিয় নোৱাৰিম?"

"মই তোমাক বিশ্বাস কৰোঁ বুলি দেউতাক ক'লোঁ। সঁচাকৈয়ে দেউতাক যিমান বিশ্বাস কৰোঁ, তোমাকো সিমান বিশ্বাস কৰোঁ। তুমি মোৰ বিশ্বাস ৰাখিব পাৰিবা, নহয় জানো?"

"পাৰিম বুলি আশা কৰিছোঁ।" (কথাষাৰ কৈয়ে পিটাৰ ৰঙা পৰি গ'ল।)

মই ক'লোঁ, "পিটাৰ, তোমাৰ কিছুমান খুব ভাল গুণ আছে। এই গুণবোৰৰ ওপৰত মোৰ আস্থা আছে। আশাকৰো এই গুণবোৰ বিকাশ কৰি পৃথিৱীত নিজকে প্ৰতিষ্ঠা কৰিব পাৰিবা।"

তাৰ পাচত অন্য বহুত কথা পাতিলোঁ। শেষত তাক ক'লোঁ, "আমি ইয়াৰপৰা ওলাই গ'লে তুমি চাগৈ মোক পাহৰিবাই।"

কথাটো শুনিয়েই সি জকি উঠিল—"কেতিয়াও নহয়, এন্‌। এনেকুৱা কথা এটা তুমি ভবা উচিত নহয়।"

ইতিমধ্যে মোক কোনোবাই মাতিলে, তলৈ গুচি আহিলোঁ।

দেউতাই হেনো তাৰ লগত কথা পাতিলে। সি মোক কৈছে,

—"দেউতাই তাক ক'লে 'এই ঘনিষ্ঠতাই পাচত প্ৰেমত পৰিণত হ'ব পাৰে।' সি ক'লে,. 'আমি তেনে হ'বলৈ নিদিওঁ'।"

দেউতাই মই গধুলি ওপৰলৈ যোৱাটো বৰ পছন্দ নকৰে। কিন্তু মই নোযোৱাকৈ থাকিব নিবিচাৰোঁ। পিটাৰৰ লগত থাকি ভাল পাওঁ কাৰণেই নহয়। পিটাৰক যে বিশ্বাস কৰোঁ তাকে দেখুৱাব লাগিব। ওপৰলৈ নগ'লে অবিশ্বাস কৰাৰ নিচিনা হ'ব। গতিকে মই গৈয়ে থাকিম।

ইতিমধ্যে ডাছেলৰ নাটকৰো পৰিণতি ঘটিছে। শনিবাৰে খাবৰ সময়ত তেওঁ খুব ধুনীয়াকৈ ডাচ্চ্ ভাষাত ক্ষমা বিচাৰিলে; ভান্‌ডানে ততালিকে ক্ষমা কৰি দিলে। ডাছেলে হয়তো কি কথা ক'ব গোটেই দিনটো মুখস্থ কৰি আছিল।

দেওবাৰে ডাছেলৰ জন্মদিন আছিল। বেচ ভালকৈ পাৰ হ'ল। আমি তেওঁক ১৯১৯ চনৰ মদ দিলোঁ। ভান্‌ডানে এবটল আচাৰ, ব্লেডৰ পেকেট এটা দিলে; ক্ৰেলাৰেও জাম দিলে; মিয়েপ আৰু এলিয়েও কিবাকিবি বস্তু দিলে। তেওঁ আমাক কণী খুৱাই আপ্যায়িত কৰিলে।

তোমাৰেই এন্

বুধবাৰ, ৩ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

প্ৰথমতে সপ্তাহটোৰ খবৰ শুনা। ৰাজনীতিৰ বিষয়ে কবলৈ একো নাই; লাহে লাহে মইয়ো বিশ্বাস কৰিব ধৰিছোঁ যে আক্ৰমণ অনিবাৰ্য। কিয়নো ৰাচিয়ানসকলে সকলো অধিকাৰ কৰাটো ইংৰাজ আৰু আমেৰিকানসকলে নিবিচাৰে। তেওঁলোকে হয়তো ইমান দিনলৈকে বাট চাই আছিল।

মিঃ কোফিয়াচ এতিয়া আকৌ অফিচলৈ আহিবলৈ ধৰিলে। তেওঁ পিটাৰৰ ডিভানৰ কাৰণে এটা নতুন স্প্ৰিং অনাই দিছে।

পিটাৰে সেইটো লগাবলৈ কিছু কাম কৰিব লাগিব। কিন্তু এইবোৰ কৰিবলৈ তাৰ অকণো উৎসাহ দেখা নাই।

আৰু এটা খবৰ মই তোমাক কোৱা নাই। আমাৰ মেকুৰী মফি হঠাৎ নাইকিয়া হ'ল; যোৱা বৃহস্পতিবাৰৰপৰা তাক কোনেও দেখা নাই। হয়তো সি ইতিমধ্যে সিপুৰী পালে। কোনোবাই হয়তো তাৰ মাংসৰে ভোজ খাইছে। কেইদিনমানৰ পাচত সৰু ছোৱালী এজনীয়ে তাৰ ছালেৰে টুপী পিন্ধিব। মেকুৰীৰ শোকত পিটাৰ ভাগৰি পৰিছে।

যোৱা শনিবাৰৰপৰা আমাৰ খোৱাৰ সময়খিনি বদ্‌লি হৈছে। আজিকালি দুপৰীয়া খোৱাটো চাবে এঘাৰ বজাত হয়। গোটেই ৰাতিপুৱাটো আমি একাপ পৰিজ খায়েই থাকিব লগা হয়। এতিয়াও শাক-পাচলি পাবলৈ নাই। আজি ৰাতিপুৱা পঁচা লেটুচৰ পাত সিজাই খালোঁ। পঁচা আলু, পঁচা লেটুচৰ বাহিৰে আমাৰ অন্য খোৱা বস্তু নাই।

এই যুদ্ধৰ আৱশ্যকতা কি? কিয় মানুহে শান্তিত নাথাকি এই ধ্বংসলীলা আৰম্ভ কৰিছে? ইমান টকা-পইচা খৰচ কৰি শেষত মানুহে মাত্ৰ ধ্বংসৰ কাৰণে বিমান, বোমা আদি তৈয়াৰ কৰিছে। অথচ সাধাৰণ মানুহে খাবলৈ নাপাই, দৰৱ-জাতিৰ অভাৱত অকালমৃত্যু বৰণ কৰিছে। কিছুমান ঠাইত বস্তুৰ উভৈনদী হৈছে আৰু কিছুমান ঠাইত বস্তুৰ অভাৱ হৈছে। কিয় মানুহবোৰ ইমান উন্মাদ হৈছে? এইবোৰ প্ৰশ্নৰ সমিধান বিচাৰি পাবলৈ নাই।

মোৰ মতে অকল ৰাজনৈতিক নেতা বা পুঁজিপতিয়েই যুদ্ধৰ কাৰণে দায়ী নহয়। সাধাৰণ মানুহো দায়ী। যুদ্ধ ভাল নোপোৱা হ'লে মানুহে প্ৰতিবাদ কৰিলেহেঁতেন। মানুহৰ মাজত ধ্বংস কৰা, হত্যা কৰা, স্বভাৱজাত প্ৰবৃত্তি। হয়তো গোটেই মানৱ জাতি গঢ়ি তোলা সভ্যতাৰ একেবাৰে শেষ নোহোৱালৈকে এই ধ্বংসলীলা

শেষ নহ'ব। তাৰ পাচত মানুহে আকৌ সভ্যতাৰ পাতনি মেলিব লাগিব।

মই প্ৰায়ে মন মাৰি থাকোঁ; কিন্তু নিৰাশ নহওঁ। আমি এনেকৈ লুকাই থকাটো এক ধৰণৰ দুঃসাহস, ৰোমাঞ্চকৰ বুলি ভাবোঁ। ইয়াৰ প্ৰত্যেকবোৰ খুটি-নাটি কথাবোৰ মই মোৰ ডায়েৰীত আমোদ লগাকৈ বৰ্ণনা কৰিবলৈ চেষ্টা কৰোঁ। মই সাধাৰণ মাইকী মানুহতকৈ বেলেগ জীৱন যাপন কৰিবলৈ মনস্থিৰ কৰি পেলাইছোঁ। মোৰ জীৱনৰ আৰম্ভনিটোৱেই ঘটনা-বহুল হৈছে। গতিকে প্ৰত্যেক ভয়লগা মুহূৰ্ততে আমোদজনক দিশটো আবিষ্কাৰ কৰিবলৈ চেষ্টা কৰিম।

মই এতিয়া এজনী উঠি-অহা ছোৱালী; মোৰ বহুতো সুপ্ত গুণ আছে; অন্তৰত অসীম বল আছে; মই এটা অদ্ভুত পৰিস্থিতিত জীয়াই আছোঁ; তথাপিও এই পৰিস্থিতিৰ কথা ভাবি দিনে-ৰাতিয়ে মুখ ওলোমাই নাথাকোঁ। মোৰ ভবিষ্যত আছে; সাহস আছে; মোৰ এখন ভাগ্য আছে; স্ফূৰ্তিবাজ স্বভাৱ আছে। প্ৰত্যেক দিনাই মই মোৰ হৃদয়ৰ বিকাশ অনুভৱ কৰোঁ। মুক্তিৰ দিনো প্ৰায় আহি পাইছে। চাৰিওকাষৰ প্ৰকৃতিৰ ৰূপ মনোমোহা হৈ আছে। ওচৰত থকা মানুহখিনি খুব ভাল। এতিয়া মোৰ দুখৰ বা নিৰাশাৰ কাৰণ কি থাকিব পাৰে?

তোমাৰেই এন্‌

শুক্ৰবাৰ, ৫ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

দেউতা মোৰ ওপৰত অসন্তুষ্ট হৈছে। দেউতাই ভাবিছিল দেওবাৰে তেওঁ মোক ওপৰলৈ যাবলৈ মনা কৰাৰ পাচত মই ওপৰলৈ যোৱাটো এৰি দিম। দেউতাই একেটা কথা বাৰে বাৰে কৈ থাকিবলৈ ভাল নাপায়। দেউতাই কিয় এই কথাটো জটিল

তাৰে লৈছে মই বুজিব পৰা নাই। মাৰ্গটেও মোক অলপমান ভাল পৰামৰ্শ দিছে; মই আজি দেউতাৰ লগত কথা পাতিম। মোৰ ক'বলগীয়া কথাখিনি এনেধৰণৰ :—

"দেউতা, আপোনাৰ নিষেধ অমান্য কৰি ওপৰলৈ যোৱাৰ কাৰণে হয়তো কৈফিয়ৎ বিচাৰিছে। আপুনি হয়তো মোৰ ব্যৱহাৰ দেখি নিৰাশ হৈছে। আপুনি মোক এজনী ১০ বছৰীয়া ছোৱালীৰ দৰে থকাটো বিচাৰে। কিন্তু সেইটো হ'ব নোৱাৰে।

"আমি ইয়ালৈ অহাৰ দিনৰপৰা যোৱা কেইসপ্তাহৰ আগলৈকে মই বৰ কষ্টেৰে দিন কটাইছিলোঁ, সেই সময়ত গধূলি কিমান কান্দি কান্দি কটালোঁ, কিমান অকলশৰীয়া অনুভৱ কৰিছিলোঁ, কিমান অসুখী হৈছিলোঁ, আপুনি সেই কথা জনা হ'লে, মই কিয় ওপৰলৈ যাওঁ বুজিব পাৰিলেহেঁতেন।

"মই এতিয়া এনে এটা অৱস্থা পাইছোঁহি, যি অৱস্থাত মা বা অন্য কাৰো সহায় নোহোৱাকৈ জীয়াই থাকিব পাৰিম। কিন্তু এই অৱস্থা পাবলৈ মই বহুতো চকুপানী টুকিব লগা হ'ল, কঠোৰ সংগ্ৰাম কৰিব লগা হ'ল। একে ৰাতিৰ ভিতৰতে মই এই অৱস্থা পোৱা নাই। আপুনি হয়তো মোৰ কথা শুনি হাঁহিব পাৰে, বিশ্বাস নকৰিব পাৰে, তাত মোৰ একো ক্ষতি নহয়। মই এতিয়া এগৰাকী স্বতন্ত্ৰ ব্যক্তি আৰু আপোনালোক কাৰো প্ৰতি মোৰ একো দায়িত্ব নাই। মই আপোনাক ইমানবোৰ কথা কোৱাৰ কাৰণ হ'ল, এইবোৰ কথা যদি মই আপোনাক খুলি নকওঁ, মই প্ৰতাৰণা কৰা বুলি আপুনি ভাবিব পাৰে; নহ'লে মোৰ কামৰ কাৰণে কোনো কৈফিয়ৎ দিবৰ আৱশ্যক আছে বুলি নাভাবোঁ।

"মোৰ দুখৰ সময়ত আপোনালোক কোনেও সহায় কৰা নাই; চকু মুদি নেদেখাৰ ভাও ধৰি আছে; বৰঞ্চ হুলস্থুল কৰি থকাৰ বাবে মই সকলোৰেপৰা গালি-গালাজহে পাইছোঁ। মই যে

মনৰ দুখ পাহৰিবলৈ বাহিৰত হুলস্থূল কৰিছিলোঁ, আপোনালোকে সুবুজিছিল। মই প্ৰায় দেড়বছৰ বিদূষকৰ ভাও ধৰিলোঁ; কোনো অসন্তোষ প্ৰকাশ নকৰিলোঁ; কোনো দিন ধৈৰ্য নেহেৰুৱালোঁ। এতিয়া মই সংগ্ৰামত জয়ী হৈছোঁ; শাৰীৰিক ভাৱে আৰু মানসিক ভাবেও স্বাধীন হৈছোঁ। মোক এতিয়া কাৰো সহায় নালাগে। যোৱা দেড়বছৰৰ অন্তৰ্দ্বন্দ্বই মোৰ মনত বহুত সাহস আনি দিছে।

"ইমান দিনৰ সংগ্ৰামৰ পাচত যেতিয়া মই জয়ী হৈছোঁ, মই নিজৰ মতেই চলিব বিচাৰোঁ; যি কথা মই সঁচা বুলি ভাবোঁ, তাকেই কৰিব বিচাৰোঁ; আপুনি মোক ১৪ বছৰীয়া ছোৱালী বুলি নাভাবিব; মই পোৱা দুখ-কষ্টবোৰে মোক বহুত ডাঙৰ কৰি তুলিছে; মই কৰা কামৰ কাৰণে কোনো অনুতাপ নাই। মই যি ভাল দেখোঁ, তাকেই কৰিম; আপুনি মোক ফুচুলাই বা খং কৰি একো কাম কৰাব নোৱাৰিব; বৰঞ্চ মোৰ ওপৰত বিশ্বাস ৰাখক আৰু মোক শান্তিত থাকিবলৈ দিয়ক।"

তোমাৰেই এন্

শনিবাৰ, ৬ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

তোমালৈ কালি যিবোৰ কথা লিখিলোঁ সেইবোৰকে লিখি যোৱাকালি খোৱাৰ আগতে দেউতাৰ জেপতে মনে মনে ভৰাই থ'লোঁ। মাৰ্গটে কৈছে, এই চিঠিখন পঢ়াৰ পাচত দেউতা হেনো ছটফটাই ঘূৰি ফুৰিছে। মই সেই সময়ত ওপৰত বাচন ধুই আছিলোঁ। এনেকুৱা এখন চিঠি পাই দেউতাৰ নিচিনা কোমল অন্তৰৰ মানুহৰ অৱস্থা কি হ'ব পাৰে মই আগতেই বুজি পাব লাগিছিল। এই বিষয়ে দেউতাৰ লগত একো কথা নাপাতিবলৈ মই পিটাৰকো সাৱধান কৰি দিছোঁ। দেউতায়ো মোক এতিয়া-

লৈকে এই বিষয়ে একো কোৱা নাই। পাচলৈ মোৰ ভাগ্যত কি আছে ভগবানহে জানে।

"ইয়াত বৰ্ত্তমান সকলো কাম-কাজ স্বাভাবিক ভাবে চলিছে। বাহিৰৰপৰা অহা মানুহে বস্তুৰ জুই-ছাই দামৰ কথা কোৱা শুনি আমি তধা মানিছোঁ। আধা পাউণ্ড চাহৰ দাম ৩'৫০ ফ্লৰিণ, ১ পাউণ্ড কফিৰ দাম ৮০ ফ্লৰিণ, মাখন পাউণ্ডত ৩৫ ফ্লৰিণ, এটা কণীৰ দাম ১'৪৫ ফ্লৰিণ; এক আউঞ্চ বুলগেৰিয়ান ধপাতৰ দাম ১৫ ফ্লৰিণ। প্ৰত্যেকেই চোৰাং বেপাৰ কৰে; চুৰি-ডকাইতি হত্যাকাণ্ড এইবোৰ প্ৰতিদিনে আছেই। পুলিচ আৰু ৰাতিৰ চকিদাৰবোৰো ইয়াত যোগ আছে, কি কৰিব। মানুহৰ উপায়ো নাইকিয়া হৈছে। পেটটো পুৰাবলৈ গৈ নানান ধৰণৰ নীচ কাম কৰিছে। কমবয়সৰ ১৫, ১৬, ১৭ বছৰীয়া ছোৱালীবোৰ হেৰোৱাৰ খবৰ পোৱা যায়; পুলিচে চাৰিওফালে খবৰ কৰিও সিহঁতৰ শুং-সূত্ৰ পোৱা নাই।

তোমাৰেই এন্

দেওবাৰ ৰাতিপুৱা, ৭ মে', ১৯৪৪ চন।

মৰমৰ কিট্টী,

যোৱাকালি আবেলি মই আৰু দেউতাই বহুত সময় কথা পাতিলোঁ। মই খুব কান্দিলোঁ; দেউতায়ো চকুপানী ৰখাব নোৱাৰিলে। দেউতাই মোক কি ক'লে, জানা? "মই জীৱনত বহুত চিঠি পাইছোঁ; কিন্তু এই চিঠিৰ নিচিনা অপ্ৰীতিকৰ চিঠি পোৱা নাই। এন্, তোমাক মা-দেউতাই ইমান মৰম কৰে। সকলো সময়তে সুখী কৰাৰ কথাই চিন্তা কৰে। অথচ তুমি লিখিলা মা-দেউতাৰ প্ৰতি তোমাৰ কৰ্ত্তব্য নাই। তুমি ভাবিছা তোমাক মা-দেউতাই ভুল বুজিলে আৰু তেওঁলোকে তোমাক মৰম নকৰে। তুমি এনেকৈ ভাবি আমাৰ ওপৰত অবিচাৰ

কৰিছা। হয়তো তুমি এইবোৰ কথা নাভাবা, কিন্তু খঙৰ ভমকত লিখি পেলাইছা। তোমাৰপৰা এনেধৰণৰ অপবাদ আমি আশা কৰা নাছিলোঁ।”

মই বুজি পাইছোঁ সঁচাকৈয়ে মই বৰ ডাঙৰ ভুল কৰিলোঁ। জীৱনত এনে বেয়া কাম আগতে কৰা নাছিলোঁ। মই এতিয়া কান্দি চকুপানী টুকি নিজৰ অপৰাধ ধুই ভাল বোলাব খুজিছোঁ। দেউতাৰ নিচিনা মানুহক এনেকৈ আঘাত দি যি অপৰাধ কৰিলোঁ, তাৰ তুলনা নাই।

এইটো একপ্ৰকাৰ ভালেই হ’ল। মই অহংকাৰ আৰু আত্ম-প্ৰসাদত অন্ধ হৈ গৈছিলোঁ। এতিয়া বুজি পাইছোঁ মই ভবা কথাই সদায় ঠিক নহয়। যি মানুহে নিজে ভাল পোৱা মানুহক ইমান আঘাত দিব পাৰে, তাতকৈ নীচ আৰু কোনো নাই।

দেউতাই মোক যি ধৰণেৰে ক্ষমা কৰিলে সেইখিনি দেখি মই আৰু বেছি লাজ পাইছোঁ। দেউতাই মোৰ চিঠি জুইত পেলাই দিম বুলি কৈ মোক এনে ধৰণেৰে মৰম কৰিছে—যেন ভুল দেউতাৰহে।

মই বুজি পাইছোঁ, এতিয়াও মোৰ শিকিবলৈ বহুত বাকী। অকল আনৰ দোষবোৰ মুখুচৰি নিজৰ দোষবোৰো চাবৰ চেষ্টা কৰিব লাগিব। মই বহুতো দুখ-কষ্ট পাইছোঁ, সঁচা। কিন্তু এই বয়সত কোনে নাপায়? মই ইমানদিনে নজনাকৈ বহুবাৰ নিচিনাকৈ অভিনয় কৰি আছিলোঁ। এতিয়া মোৰ নিজৰ কামৰ কাৰণে লাজ পোৱা উচিত আৰু সঁচাকৈয়ে লাজ পাইছোঁ।

যি হৈছে আৰু হৈ গৈছে তাক আৰু নোহোৱা কৰিব নোৱাৰি। এনে ধৰণৰ ঘটনা আৰু ভবিষ্যতে যাতে নহয়, তাৰ কাৰণে নিজকে সংশোধন কৰিবলৈ চেষ্টা কৰিম। পিটাৰেও মোক সহায় কৰিব। সি মোক ভাল পায়;ময়ো তাক ভাল পাওঁ।

এতিয়া মই আগৰ নিচিনা অকলশৰীয়া নহওঁ। মোৰ পিটাৰ

আছে ; কিতাপ-পত্ৰ, ডায়েৰী আদি আছে। মই দেখিবলৈ কুৎচিত্ত বা বুৰ্বকো নহয়। বেচ হাঁহি-মাতি স্ফুৰ্তি কৰি থাকিব পাৰোঁ। এতিয়া মই সুন্দৰ চৰিত্ৰ গঢ়িবলৈ চেষ্টা কৰিম।

সঁচাকৈয়ে, মই লিখা চিঠিখন বৰ নিষ্ঠুৰ আছিল আৰু তাত লিখা কথাবোৰ সঁচাও নাছিল। এই চিঠি লিখি মই যে গৰ্ব অনুভৱ কৰিছিলোঁ, সেই কথা ভাবি লাজ লাগে। এতিয়াৰপৰা মই দেউতাৰ দৃষ্টান্ত সন্মুখত ৰাখি নিজকে সংশোধন কৰিম।

তোমাৰেই এন্

সোমবাৰ, ৮ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

মই কিজানি তোমাক আমাৰ পৰিয়ালৰ কথা কোৱা নাই। আজি কওঁ শুনা।

মোৰ দেউতাৰ দেউতাক খুব চহকী আছিল। তেওঁ নিজে নিজক প্ৰতিষ্ঠা কৰি লৈছিল। দেউতাৰ মাকো খুব ধনী পৰিয়ালৰ ছোৱালী আছিল। সেই কাৰণে দেউতা সঁচাকৈয়ে প্ৰাসাদোপম ঘৰত ধনীৰ ঘৰৰ ল'ৰাৰ দৰে ডাঙৰ দীঘল হৈছিল। প্ৰত্যেক সপ্তাহে নানান ধৰণৰ পাৰ্টি, উৎসৱ, নাচ, এইবোৰৰ এটা নহয় এটা আছিলেই। ককাদেউতাৰ মৃত্যুৰ পাচত প্ৰথম মহাসমৰত মুদ্ৰাস্ফীতি হৈ সকলো টকা-পইচা গ'ল। তাৰ পাচতো ব্যৱসায় চলাই দেউতাৰ অৱস্থা বেচ টনকিয়াল আছিল। সেই দেউতাই এতিয়া ৫৫ বছৰ বয়সত কেৰাহী চুচি খাবলগীয়া হোৱাত যোৱাকালি খুব হাঁহিছিল।

মাৰ মা-দেউতাও বেচ ধনী আছিল। মাহঁতৰ বিয়া ঠিক হোৱাৰ পাচত ২৫০ জন মানুহক মাতি ডাঙৰ পাৰ্টিৰ আয়োজন কৰা হৈছিল। নাচৰ আয়োজন কৰা হৈছিল। এই সকলোবোৰ কথা আমাৰ এতিয়া সাধুকথা যেন লাগে। এতিয়া দেখিলে আমাক

কোনেও ধনী বুলি নকয়। কিন্তু যুদ্ধৰ পাচত আমাৰ অৱস্থা এনে নাথাকিব বুলি মই সদায় আশা কৰোঁ।

মই, মা বা মাৰ্গটৰ দৰে সাধাৰণভাবে জীৱন কটাব নিবিচাৰোঁ। ধনী মানুহৰ ছোৱালীৰ দৰে পেৰিচ আৰু ইংলেণ্ডত গৈ এবছৰ থাকি সেই দেশৰ ভাষা, বুৰঞ্জী, কলা এইবোৰ শিকিবলৈ ইচ্ছা কৰোঁ। কিন্তু মাৰ্গটৰ ইচ্ছা বেলেগ। তাই বোলে পেলেষ্টাইনত গৈ ঠাই ল'ব বিচাৰে। মই কিন্তু ধুনীয়া কাপোৰ আৰু ভাল ভাল মানুহক চাব বিচাৰোঁ; মই পৃথিবীখনক ভালকৈ জানিব বিচাৰোঁ। সেইকাৰণে মোৰ হাতত যদি টকা অলপমান থাকে বেয়া নাপাওঁ।

মিয়েপে আজি আমাক বিয়াঘৰৰ ভোজ এটাৰ কথা ক'লে। দৰা-কইনা দুয়ো চহকী পৰিয়ালৰ; সেইবাবে আয়োজনটো আছিল বিৰাট। মিয়েপে খোৱা বস্তুৰ যি তালিকা ক'লে শুনিয়েই মুখৰ পানী ওলাল। মাছ, মাংস, কণী, কেক, মদ, চিগাৰেট যি বিচৰা যায় সকলো পোৱা গৈছিল; তাত যিয়েই যিমান পাৰে আৰু যি মন যায় খাইছিল। অৱশ্যে সকলো বস্তু চোৰাং বেপাৰৰপৰা গোটোৱা। মিয়েপে নিজেই ১০ বিধমান মদ খালে। তেওঁ আকৌ নিজকে মদ বৰ্জনৰ পক্ষপাতী বুলি কয়! যদি মিয়েপেই ইমান খালে, গিৰীয়েকে তেন্তে কিমান খালে? পাৰ্টিত হয়তো সকলোকে অলপ অলপ নিছাই ধৰিছিল। মিয়েপে তাতো কিন্তু আমাৰ কথা পাহৰা নাছিল। বিয়া-ঘৰত দুজন পুলিচে দৰা-কইনাৰ ফ'টো তুলিছিল। তেওঁ লৰালৰিকৈ দুজনৰ ঠিকনা কেইটা লিখি ৰাখিলে। কাৰণ যদি কিবা প্ৰকাৰে আমাৰ কোনো বিপদ হয়, তেতিয়া হয়তো সেই মানুহ দুজনে সহায় কৰিব পাৰিব।

তেওঁৰ কথা শুনি আমাৰ লোভৰ পানী পৰিছিল। কিয় নোলাব? আমি ইয়াত দু'চামোচ পৰিজ খাই গোটেই ৰাতি-পুৱাটো থাকিব লাগে। খোৱা বস্তুৰ নামত পঁচা আলু, আধা

সিজা লেটুচৰ পাত আদি খাই থাকিব লাগে। সকলো সময়তে ভোকত পেট বলমলাই থাকে। মিয়েকে আমাক সেই পাৰ্টিলৈ লৈ যোৱা হ'লে, অন্য মানুহে একো খাবলৈকে নাপালেহেঁতেন। মিয়েপে যেতিয়া এইবোৰ গল্প কৰিছিল, আমি তেওঁৰ চাৰিওকাষে বহি মুখ মেলি শুনিছিলোঁ—যেন আগতে কেতিয়াও ভাল খোৱা বস্তু বা ভাল মানুহক দেখা নাই!

হঁায়! লাখপতিৰ নাতিনীৰ কি অৱস্থা! সঁচাকৈয়ে পৃথিবীখন বৰ বিচিত্ৰ।

তোমাৰেই এন্

মঙ্গলবাৰ, ৯ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

মই পৰী এলেনৰ (Ellen the Fairy) গল্পটো ধুনীয়া কাগজত কপি কৰি শেষ কৰিলোঁ। লিখাটো বেচ ধুনীয়া হৈছে; কিন্তু দেউতাৰ জন্মদিন উপলক্ষ্যত এইটোৱেই যথেষ্ট হব জানো? মা আৰু মাৰ্গটে ইতিমধ্যে দেউতাৰ জন্মদিনৰ কাৰণে কবিতা লিখিলেই।

মিঃ ক্ৰেলাৰে আঁহি আজি খবৰ দিলে যে এই অফিচত ডেমনষ্ট্ৰেটৰ হিচাবে কাম কৰা শ্ৰীমতী বি. (Mrs. B.)য়ে দুপৰীয়াৰ আহাৰ অফিচতে বহি খাবলৈ ঠিক কৰিছে। ভাবি চোৱাঁ, আমাৰ অৱস্থা কি হ'ব? তেওঁৰ উপস্থিতিত কোনো মানুহ ওপৰলৈ আহিব নোৱাৰে; আলু দিব নোৱাৰে; এলিয়েও খাবলৈ ওপৰলৈ আহিব নোৱাৰে; আমিও বাথৰুমলৈ যাব নোৱাৰোঁ। শ্ৰীমতী বি'ক কেনেকৈ খেদাব পাৰি তাকে লৈ আমি বহুতো উপায় বিচাৰিলোঁ। ভান্‌ডানে ক'লে, "তেওঁৰ কফিৰ লগত জুলাপ মিহলাই দিব লাগে। তেতিয়াহলে ইয়াত এদিন খাই তেওঁ আৰু নবহে।" কোফিয়াচে ক'লে, "নাই, তেনে কৰিলে

তেওঁ টিনটোতে বহিব।" কথাটো শুনি সবেই গিৰ্জনি মাৰি হাঁহিলে। শ্ৰীমতী ভান্‌ডানে বেঙাৰ দৰে সুধিলে, "টিনটো এৰি নাথায় মানে কি?" কোনোবা এজনে কথাটো বুজাই দিলে। তেতিয়া আকৌ সুধিলে, "মই সদায় ব্যৱহাৰ কৰিব পাৰিম নেকি?" এলিয়ে খুব হাঁহি হাঁহি ক'লে, "আমষ্টাৰডামৰ খুব ডাঙৰ দোকান এখনত গৈ যদি টিন বিচাৰা, দোকানীয়ে কি বুজি পাব?"

বাহিৰৰ বতৰটো বৰ ধুনীয়া। অ'হ! মই যদি এবাৰ বাহিৰত ওলাব পাৰিলোঁহেঁতেন, কিমান ভাল লাগিলহেঁতেন!

তোমাৰেই এন্

বুধবাৰ, ১০ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

যোৱাকালি আবেলি পিটাৰ আৰু মই এটিচত বহি ফৰাচী ভাষা শিকি আছিলোঁ। হঠাৎ মোৰ পাচফালে টপ্‌টপ্‌কৈ পানী পৰাৰ শব্দ শুনি পিটাৰক কি পৰিছে বুলি সুধিলোঁ। পিটাৰে মুখেৰে একো নকৈ জাপ্ মাৰি উঠি ওপৰ চাওঁতে গ'ল আৰু এই সকলোৰে মূল মৌচী মেকুৰীটোক উলিয়াই আনিলে। তাৰ পাচত ঘৰখনত এটা বিৰাট হুলস্থুল হ'ল।

মৌচীয়ে হয়তো সুবিধামতে নিজৰ টিন বিচাৰি গৈ ফলা কাঠবোৰৰ মাজতে কাম সমাধা কৰিলে। তাৰপৰা বাগৰি আহি পিপাত থোৱা আলুবোৰ তিয়ালে। অকল সেয়ে নহয়। ওপৰৰ চিলিঙত ফুটা থকা কাৰণে এটিচত পৰিল আৰু এটিচৰপৰা গৈ থোৱা টেবুলত দ'ম কৰি থোৱা কিতাপ আৰু ধুবলৈ থোৱা মোজাত পৰিল। মোৰ যে ইমান বেছি হাঁহি উঠিছিল। হাঁহি হাঁহি বাগৰি গ'লোঁ।

পিটাৰে পানী আৰু ব্লিচিং পাউদাৰ দি লেতেৰা হোৱা ঠাইবোৰ মুচিব ধৰিলে। মিঃ ভান্‌ডানে ঘৰৰ বাকী মানুহবোৰক শান্ত

কৰিলে। মৌচী কাম শেষ কৰি নিৰ্বিকাৰভাৱে গোল হৈ টেবুলৰ তলত শুই থাকিল। আলু কাঠ যিবোৰ লেতেৰা হৈছিল, সেইতাই গোটাই পুৰি পেলালে। বেচেৰা মৌচীয়ে ইমান ডাঙৰ ঘটনা হ'ব বুলি কেনেকৈ জানিব ?

তোমাৰেই এন্

পুনঃ—কালি আমাৰ মৰমৰ ৰাণীয়ে অনাতাঁৰ ভাষণ দিলে। তেওঁ নিজৰ স্বাস্থ্য ভাল কৰিবলৈ কেইদিনমান ছুটিত আছে; কিন্তু সোনকালে হলেণ্ডলৈ ঘূৰি আহিব। তেওঁ ক'লে, "তোমালোক সাজু থাকা। মুক্তি আসন্ন। সাহস আৰু ধৈৰ্যৰে বাস্তৱৰ সন্মুখীন হোৱা।"

তাৰ পাচত জ্যাৰব্ৰেন্দীয়ে (Gerbrandy) বক্তৃতা দিলে। একেবাৰে শেষত এজন পুৰোহিতে ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰি ক'লে, জেলত, বন্দীশালত, কন্‌চেন্‌ট্ৰেচন কেম্পত থকা ইহুদীসকলক যেন ভগবানে নিৰাপদে ৰাখক।

তোমাৰেই এন্

বৃহস্পতিবাৰ ১১ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

মই এইকেইদিন সাংঘাতিক ধৰণেৰে ব্যস্ত। অলপো আজৰি নাই। মোৰ কাম কৰিবলৈ আৰু কিমান বাকী—শুনিবা নেকি ? শুনা, তেনেহলে—কালিৰ ভিতৰত গেলিলিও গ্যালিলিৰ (Galileo Galilei) প্ৰথম খণ্ড পঢ়ি শেষ কৰি লাইব্ৰেৰীত ঘূৰাই দিব লাগে। কিতাপখন কালিৰপৰা আৰম্ভ কৰিছোঁ; কিন্তু কালিলৈ পঢ়ি শেষ কৰিম।

অহা সপ্তাহত 'যুগসন্ধিক্ষণত পেলেষ্টাইন' (Palestine at the Crossroads) আৰু গেলিলিৰ দ্বিতীয় খণ্ড পঢ়ি শেষ কৰিব

লাগিব। যোৱাকালি সম্রাট পঞ্চম চাৰ্লচৰ জীৱনীৰ প্ৰথম খণ্ড পঢ়ি শেষ হ'ল। মই সংগ্ৰহ কৰা বংশতালিকাৰ ছবি আঁকা কাম আছেই। তাৰ পাচত বেলেগ বেলেগ কিতাপৰপৰা গোটোৱা প্ৰায় তিনি পৃষ্ঠা শব্দৰ অৰ্থ মুখস্থ কৰিব লাগিব। চতুৰ্থ কাম হ'ল—মোৰ চিত্ৰতাৰকাৰ ছবি সংগ্ৰহখিনি য'তে ত'তে পৰি আছে। সেইবোৰো ঠিক কৰিব লাগিব। এই সকলোবোৰ কাম শেষ কৰিবলৈ আৰু কেইবাদিনো লাগিব। অধ্যাপিকা এন্ কামৰ বোজাত এতিয়াই ব্যস্ত হৈ পৰিছে; এই বিশৃঙ্খল অৱস্থা আৰু কেইদিন থাকিব ঠিক নাই।

তাৰ বাহিৰেও থিসিয়াস ( Theseus ), ইডিপাচ ( Oedipus ), পেলিউস ( Peleus ), অ'ৰফিউয়াস ( Orpheus ), জেচন ( Jason ) আৰু হাৰ্কিউলিচ ( Hercules ) ইত্যাদি বীৰসকলকো উপযুক্ত স্থানত প্ৰতিষ্ঠিত কৰাব লাগিব। বহুতদিন তেওঁলোকৰ কথাবোৰ নপঢ়া কাৰণে পাহৰি পেলাইছোঁ। এতিয়া মনত ৰাখিবলৈ হ'লে আৰু এবাৰ পঢ়িব লাগিব। মাইৰণ আৰু ফিডিয়াচৰ (Myron and Phidias ) কথা মনত ৰাখিবলৈও আকৌ এবাৰ চাব লাগিব। সাত বছৰীয়া যুদ্ধ, ন বছৰীয়া যুদ্ধ—সব কথাবোৰ সানমিহলি হ'ল। এনেকুৱা স্মৃতি লৈ মানুহে কি কৰিব পাৰে? এতিয়াই যদি এই অৱস্থা হয়, ৮০ বছৰ বয়সত কি হ'ব?

ইফালে বাইবেল বাকী আছেই। স্নানৰতা সুজানাৰ (Bathing Suzanna) কথা পাবলৈ এতিয়াও বহুত বাকী। চোডম (Sodom) আৰু গোমোৰাৰ ( Gomorrah ) পাপ মানে কি তাক এতিয়াও জনা নাই। ইমানবোৰ যে পঢ়িবলৈ আছে! পিফেলজৰ লিসোলেট্‌ও ( Lisolette of the Pfalz ) এনেয়ে পৰি আছে।

মোৰ অৱস্থাটো এতিয়া কি তুমি হয়তো বুজিব পাৰিছা। তুমিতো জানা যে মোৰ জীৱনৰ প্ৰধান অভিপ্ৰায় হ'ল সাংবাদিকা হোৱা আৰু কোনোবা এদিন খ্যাতনামা লিখিকা হোৱা। মোৰ

এই ডাঙৰ মানুহ হোৱাৰ ইচ্ছা ( বা বলিয়ালি ) কোনোবা দিনা কাৰ্যত পৰিণত হ'ব পাৰেনে নোৱাৰে সেইটো ভবিষ্যতে দেখা যাব। কিন্তু মই কি কি বিষয়বস্তু লৈ লিখিম মোৰ মনত এতিয়াৰপৰা সাঁচি থৈছোঁ। যুদ্ধৰ পাচত মই এই ডায়েৰীৰ সহায়ত 'গুপ্তগৃহৰ কাহিনী' নাম দি এখন কিতাপ প্ৰকাশ কৰিম। কিমান দূৰ সফল হ'ব পাৰিম ক'ব নোৱাৰোঁ। যেতিয়া মোৰ চিন্তাধাৰা পৰিপক্ক হৈ ভবিষ্যতত এটা স্পষ্টৰূপ ল'ব, তেতিয়া মই বহুত কথাই লিখিম।

তোমাৰেই এন্

শনিবাৰ ১৩ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

কালি দেউতাৰ জন্মদিন আছিল। মা-দেউতাৰ বিয়া হোৱা ১৯ বছৰ পূৰ হ'ল। কাম কৰা মানুহ গৰাকী তললৈ অহা নাছিল বাবে আমি মুকলিমুৰীয়াকৈ খোজ কাঢ়িব পাৰিছিলোঁ। বাহিৰত সূৰ্যৰ উজ্জ্বল পোহৰে জল্‌মলাই আছিল। আমাৰ ওচৰৰ চেষ্টনাট গছজোপা ফুলেৰে ঢাক খাই, যোৱা বছৰতকৈ বেছি ধুনীয়া হৈছে। কালিৰ দিনটো ইমান ধুনীয়া আছিল যে ১৯৪৪ চনত ইমান ফৰকাল দিন আমি আগতে পোৱা নাছিলোঁ।

দেউতাই কোফিয়াচৰপৰা 'লিনউচৰ জীৱনী' ( Linnauch ) নামৰ কিতাপ এখন, ক্ৰেলাৰৰপৰা প্ৰকৃতি-বিদ্যা সম্পৰ্কৰ এখন কিতাপ আৰু ডাছেলৰপৰা 'আমষ্টাৰডাম বাই দি ৱাটাৰ' ( Amsterdam by the Water ) নামৰ কিতাপ পালে। ভান্‌ডানে ডাঙৰ এটা বাকচ ধুনীয়াকৈ সজাই তিনিটা কণী, এটা বিয়েৰৰ বটল, এটা মিঠা মদৰ বটল, আৰু এডাল সেউজীয়া টাই ভৰাই দিলে। ভান্‌ডানৰ বাকচটোৰ ওচৰত আমাৰ চিৰাপৰ বটলটো তেনেই সৰু দেখা গৈছিল। মই দিয়া গোলাপ ফুলৰ

গোছ এলি আৰু মিয়েপৰ কার্নিচন ফুলভকৈ বেছি ভাল। সেউভায়ো কম উপহাৰ পোৱা নাই। ৫০টা পেষ্ট্ৰিও আছি পালেহি। সেউভাই আমাক আদা দিয়া কটি, মতা মানুহক বিয়েৰ, মাইকী মানুহক মিঠা মদ দি আপ্যায়িত কৰিলে। বস্তুকেইটা পাই প্রত্যেকেই সন্তোষ পালে।

তোমাৰেই এন্

মঙ্গলবাৰ, ১৮ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

ভান্‌ডান দম্পতিৰ বিষয়ে তোমাক বহুতদিন একো কোৱা নাই। আজি তেওঁলোকৰ মাজত যোৱাকালি হোৱা আলোচনা এটাৰ বর্ণনা দিওঁ শুনা:

শ্রীমতী ভান্‌ডান—জার্মানে আট্‌লাণ্টিক দেৱালখন নিশ্চয় খুব মজবুত কৰি সাজিছে। ইংৰাজসকলক তাৰ ওচৰ চাপিবলৈকে সুবিধা নিদিয়ে। জার্মানবোৰ যে কিমান শক্তিশালী ভাবিলে আচৰিত লাগে।

ভান্‌ডান—হয়, হয়। কিয় নহ'ব?

শ্রীমতী ভান্‌ডান—হয়তো, নহয় বুলি ক'ব খুজিছা নেকি?

ভান্‌ডান—নহয় বুলি কেতিয়া কৈছোঁ? জার্মানবোৰ ইমান শক্তিশালী যেতিয়া যুদ্ধত সিহঁতেই জিকিব।

শ্রীমতী ভান্‌ডান—জিকিবইতো। মিত্রপক্ষই এতিয়ালৈকে কিটো কৰিছে?

ভান্‌ডান—এই বিষয়ত তোমাৰ কথাত মোৰ উত্তৰ দিয়াৰ দৰকাৰ নাই।

শ্রীমতী ভান্‌ডান—এতিয়া দৰকাৰ নাই বুলিছা; কিন্তু মই কিবা এটা ক'লেই কাজিয়া আৰম্ভ কৰা দেখোন।

ভান্‌ডান—ক'ত কৰো? মইতো যথাসম্ভৱ কম কওঁ।

শ্ৰীমতী ভান্‌ডান—কম হলেও কথা কোৱাই আৰু সদায় নিজৰটোৱেই ঠিক বুলি ভাবা। তুমি কৰা ভৱিষ্যত-বাণীবোৰ এতিয়ালৈকে কি কি ফলিয়ালে কোৱাঁচোন?

ভান্‌ডান—এতিয়ালৈকে সকলো ঠিক হৈছে।

শ্ৰীমতী ভান্‌ডান—মিছা কথা। তোমাৰ কথামতে যোৱা বছৰেই আক্ৰমণ হ'ব লাগিছিল। ফিনলেণ্ড যুদ্ধৰপৰা ওলাই যাব লাগিছিল। কিন্তু ৰাছিয়ানসকলে এতিয়া লেম্বার্গ ( Lemberg ) আক্ৰমণ কৰিছেহে। নাই, নাই, তোমাৰ ভৱিষ্যত-বাণী বিশ্বাস নকৰোঁ।

ভান্‌ডান—( থিয় হৈ ) তুমি মুখ বন্ধ কৰিবানে নকৰা? এদিন নহয় এদিন মোৰ কথা সঁচা বুলি মই তোমাক দেখুৱাম। দিনে-ৰাতিয়ে তোমাৰ খেচ্‌খেচনি মোৰ অসহ্য হৈছে। তুমি নিজৰ স্বভাৱৰ কাৰণে নিজেই মৰিবা।

প্ৰথম অঙ্কৰ ইমানতে যৱনিকা পৰিল। কথাবোৰ শুনি মই নহঁহাকৈ নোৱাৰিলোঁ। মায়েও হাঁহিলে, কেচেৰা পিটাৰে খঙতে ওঁঠ কামুৰি বহি থাকিল। এই মূৰ্খ ডাঙৰ মানুহবোৰে সৰুক শিক্ষা দিবলৈ যোৱাৰ আগতে নিজে বহুতখিনি শিকিব লাগিব।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৯ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

কালি মোৰ গা ভাল নাছিল। পেটৰ বিষ আৰু নানান ধৰণৰ গণ্ডগোলে ব্যতিব্যস্ত কৰিলে। এতিয়া খুব ভোক লাগিছে। কিন্তু আজিৰ খোৱাৰ কাৰণে যি উৰহী ৰন্ধা হৈছে সেইয়া খাব নোৱাৰি।

পিটাৰ আৰু মোৰ মাজৰ সম্পৰ্কটো ভালেই চলিছে। বেচেৰা ল'ৰাটোক খুব বেছি মৰম লাগে। প্ৰত্যেক দিনা গধূলি শোৱাৰ

আগতে যেতিয়া তাক এটা চুমা দিওঁ, সি লাজতে ৰঙা পৰি আৰু এটা বিচাৰে। মই মাজে মাজে ভাবোঁ, মই অকল মৰিম অভাৱেই পূৰণ কৰিছোঁনে, নাই আৰু বেছি কিবা কৰিছোঁ। যিয়েই নহওক, তাক কোনোবা এজনে ভাল পাই বুলি যদি মনত আনন্দ পায় মোৰ কাৰণে সেয়ে যথেষ্ট।

অনেক কষ্ট কৰি বিজয়িনী হোৱাৰ পাচত অৱস্থা এতিয়া মোৰ আয়ত্তাধীন হৈছে। সেই বুলি মোৰ যে মৰম কমি গৈছে তেনে নহয়। এতিয়াও সি মোৰ প্ৰিয়তম। কিন্তু সি যদি মোৰ ভিতৰৰ দ্বিতীয় এন্‌জনীক আকৌ উলিয়াব বিচাৰে, তেন্তে আগতকৈ বেছি পৰিশ্ৰম কৰিব লাগিব।

তোমাৰেই এন্

শনিবাৰ, ২০ মে', ১৯৪৪

মৰমৰ কিট্টী,

কালি গধূলি এটিচৰপৰা তললৈ আহি দেখিলোঁ কাৰ্নিচন ফুলৰখা ধুনীয়া ফুলদানীটো মাটিত পৰি আছে। মায়ে কাপোৰ এটুকুৰাৰে মজিয়া মুচিছে আৰু মাৰ্গটে মজিয়াৰ কাগজ-পত্ৰবোৰ এটা এটাকৈ বাচি উলিয়াইছে। মই সুধিলোঁ—"কি হ'ল ইয়াত?" লগে লগে উত্তৰৰ অপেক্ষা নকৰি ঘটনাটো কি নিজেই আন্দাজ কৰিবলৈ চেষ্টা কৰিলোঁ। মোৰ গোটেই বংশতালিকাৰ সংগ্ৰহ লিখা কিতাপ-বহী পানীত তিতি আছে। অৱস্থাটো দেখি মোৰ চকুপানী ওলাই গ'ল আৰু খঙত কি বকিলোঁ, নিজেই কব নোৱাৰোঁ। পাচত মাৰ্গটে কৈছে, মই হেনো "অপূৰণীয় ক্ষতি, ভয়ানক সৰ্বনাশ হ'ল, ইমান পৰিশ্ৰম অথলে গ'ল" আদি ডাঙৰ ডাঙৰ শব্দ ক'লো। মোৰ কথাবোৰ শুনি দেউতা, মা আৰু মাৰ্গটে হাঁহিবলৈ ধৰিলে।

কিন্তু ওচৰলৈ গৈ দেখিলোঁ যে মই যি ধৰণৰ অপূৰণীয় ক্ষতি

বুলি ভাবিছিলোঁ, তেনে ক্ষতি হোৱা নাই। পানী লাগি থকা সকলো কাগজ-পত্ৰবোৰ লৈ এটিচত বাচি উলিয়াই কাপোৰ মেলা ৰচীত শুকাবলৈ দিলোঁ। দেখিবলৈ দৃশ্যটো বৰ হাঁহি উঠা হৈছিল। 'পঞ্চম চাৰ্লচ'ৰ ওচৰত 'মেৰিয়া ডি মেডিচি' (Meria de Medici), 'উইলিয়াম অৰেঞ্জ'ৰ ওচৰত 'মেৰি এন্ট'নিয়ট' (Marie Antoinette)ক ওলোমাই থৈছিলোঁ। তাকে দেখি মিঃ ভান্‌ডানে ঠাট্টা কৰি কৰি ক'লে, "এন্, এইয়া কি কৰিলা? বংশ-বিভ্ৰাট হ'ল দেখোন।"

কাগজ-পত্ৰবোৰ পিটাৰৰ জিম্মাত থৈ তললৈ আহি মাৰ্গটক সুধিলেঁ, "কোনখন কিতাপ বেছি নষ্ট হ'ল?" তাই ক'লে,—"এলজেব্ৰাখন"। শুনি ইমান ভাল লাগিল যে ওচৰলৈ গৈ চালোঁগৈ। কিন্তু কি দুৰ্ভাগ্য; বৰ বেছি তিতা নাই। কিতাপখন ফুলদানীৰ ভিতৰত সোমোৱা হ'লেও মোৰ আপত্তি নাছিল; কাৰণ কিতাপখন মোৰ মূঠেই দেখিবৰ মন নাযায়। কিতাপখনৰ ওপৰত প্ৰায় ২০ জনীমান ছোৱালীৰ নাম আছে। প্ৰত্যেকজনীয়ে একো সময়ত কিতাপখনৰ গৰাকী আছিল। পাতবোৰ হালধীয়া পুৰণা হৈ গৈছে। যদি কাহানিবা মোৰ বেছি খং উঠে, প্ৰথমে এই কিতাপ-খনকে ফালি পেলাম।

তোমাৰেই এন্

সোমবাৰ, ২২ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

২০ মে'ৰ দিনা বাজিত হাৰি দেউতাই পাঁচ বটল মদ শ্ৰীমতী ভান্‌ডানক দিব লগা হ'ল। এতিয়ালৈকে মিত্ৰপক্ষৰ আক্ৰমণ হোৱা নাই। এই কথাটোকে লৈ গোটেই হলেণ্ড, আমষ্টাৰডাম আৰু সমগ্ৰ পশ্চিম উপকূলৰপৰা স্পেইন পৰ্য্যন্ত দিনে-ৰাতিয়ে নানান ধৰণৰ তৰ্ক-আলোচনা, জল্পনা-কল্পনা আৰু বাজি ৰখা-ৰাখি হৈছে।

উৎকণ্ঠাই চূড়ান্ত ৰূপ লৈছে। ডাচ্চ্‌ জনতাৰ বৃটিছৰ ওপৰত অগাধ বিশ্বাস। সেইকাৰণে সকলোৱে বিশ্বাস যে বৃটিছসকলে অদ্ভুত যুদ্ধ-কৌশলৰ পৰিচয় দিব। মানুহবোৰে কিবা এটা সাহসপূৰ্ণ কাম চাবৰ বাবে ব্যগ্ৰ হৈ আছে। কোনেও ভাবি নাচায় যে বৃটিছে নিজৰ স্বাৰ্থত যুদ্ধ কৰিছে। সকলোৱে ধাৰণা, হলেণ্ডক ৰক্ষা কৰাটো বৃটিছৰ কৰ্তব্য।

বৃটিছৰ আমাৰ প্ৰতি কি দায়িত্ব আছে? বৃটিছে ডাচ্চ্‌সকলক সহায় কৰিব লাগিব, এই ধাৰণাটো কেনেকৈ আহিবলৈ পালে? নাই, নহয়, ডাচ্চ্‌সকলৰ নিজৰেই ভুল হ'ল। বৃটিছকে অকল দোষ দিব নোৱাৰি, বৰ্তমান অৱস্থাৰ বাবে ডাঙৰ সৰু জাৰ্মান অধিকৃত সকলো দেশেই দায়ী। যুদ্ধৰ আগত জাৰ্মানীয়ে যেতিয়া নিজকে অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত কৰিছিল, সেই সময়ত ইংলেণ্ডে কাণত তেল দি শুই আছিল বুলি হাজাৰ দোষাৰোপ কৰিলেও বৃটিছে ভুল হৈছে বুলি নকয়। সেই সময়ত অকল বৃটিছসকলেই নহয়, জাৰ্মানৰ কাষৰ সকলো শুই আছিল। অকল নিজৰ মূৰ বচোৱা বুদ্ধিৰে কোনেও একো কৰিব নোৱাৰে বুলি এতিয়া সকলো দেশেই বুজি পাইছে। এতিয়া প্ৰত্যেক দেশেই নিজৰ ভুলৰ কাৰণেই বহুত ত্যাগ কৰিব লাগিব।

কোনো দেশেই আনৰ স্বাৰ্থৰ কাৰণে নিজৰ দেশৰ মানুহ বলি দিব নোখোজে। ইংলেণ্ডেও কেতিয়াও তেনে নকৰে। আক্ৰমণ হয়তো হ'ব, মুক্তিও হ'ব; কিন্তু আমি বিচাৰিছোঁ বুলি নহয়। ইংলেণ্ড আৰু আমেৰিকাৰ স্বাৰ্থ যিদিনাই পূৰ হ'ব, সেইদিনাই সকলো হ'ব। আতঙ্ক আৰু দুখেৰে আমি শুনিবলৈ পাইছোঁ যে হলেণ্ডতো ইহুদী-বিদ্বেষ জাগি উঠিছে। যিবোৰ মানুহ বিদ্বেষী হ'ব পাৰে বুলি আমি ভাবিব নোৱাৰোঁ, তেনে মানুহো ইহুদী-বিদ্বেষী হৈছে। খবৰটো শুনি আমি সকলো মৰ্মাহত হৈছোঁ। ইহুদী-বিদ্বেষৰ সঁচাকৈয়ে কাৰণ আছে। কাৰণটো হ'ল ইহুদীসকলে

বোলে তেওঁলোকক গোপনে সহায় কৰা মানুহবোৰৰ কথা জাৰ্মানক কৈ প্ৰতাৰণা কৰিছে। সেই কাৰণে বহুতো খৃষ্টানে অনাহকত শাস্তি ভুগিব লগা হৈছে।

কথাটো হয়তো সঁচা ; কিন্তু দুই পক্ষৰপৰা ভাবি চাব লাগিব। জাৰ্মানসকলে এনেকুৱা কৌশল জানে যে যিকোনো মানুহৰ মুখৰপৰা কথা উলিয়াব পাৰে। ইহুদীসকলে জাৰ্মানৰ অত্যাচাৰ উৎপীড়ন সহিব নোৱাৰি হয়তো সকলো কথা কৈ দিছে। এনেকুৱা অৱস্থাত পৰিলে সকলোৱে একেধৰণৰ কাম কৰিব। খৃষ্টান হোৱা হ'লেও জানো মনে মনে থাকিলহেঁতেন ?

এনে ধৰণৰ কথা ঘুনক-ঘানাককৈ শুনা গৈছে যে জাৰ্মানৰপৰা ভগনীয়াৰ হৈ হলেণ্ডত আহি স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা ইহুদীসকল আৰু যিসকল বৰ্তমান পোলেণ্ডত আছে তেওঁলোকক আকৌ ইয়ালৈ উলটি আহিবলৈ দিয়া নহ'ব। হিট্‌লাৰৰ পতনৰ পাচত আকৌ জাৰ্মানীলৈ ঘূৰি যাব লাগিব।

যেতিয়া এইবোৰ কথা শুনো তেতিয়া মনটো বিষাদেৰে ভৰি পৰে। তেনেহ'লে আমি ইমান কষ্ট কৰি কিয় যুদ্ধ কৰি আছোঁ ? আমি সকলোৱে স্বাধীনতা, অধিকাৰ আৰু সত্যৰ কাৰণে যুদ্ধ কৰিছোঁ বুলি কওঁ। এইবোৰ সকলো দেখোন এতিয়া ইহুদীবোৰৰ কাৰণে অৰ্থ নাইকিয়া হৈ যাব। তেনেহ'লে আগতে বহুতবাৰ শুনি অহা পুৰণা কথাটোৱেই সঁচা হ'ব যে "খৃষ্টান এজনে যদি কিবা কাম কৰে সেইটো তেওঁৰ নিজৰ দায়িত্বত কৰে। কিন্তু ইহুদী এজনে কৰা কামৰ দায়িত্ব গোটেই ইহুদী জাতিটোৰ ওপৰতে জাপি দিয়া হয়।" সঁচাকৈয়ে ক'বলৈ গ'লে ডাচ্চ্‌ মানুহৰ নিচিনা উদাৰ, মহৎ, ভাল মানুহে আমাৰ নিচিনা উৎপীড়িত, অত্যাচাৰিত, অসুখী মানুহক এনেভাবে ভুল বুজিব—এই কথা ভাবিবই নোৱাৰি।

এতিয়াও মোৰ আশা আছে যে ইহুদীসকলৰ ওপৰত ডাচ্চ্‌ সকলৰ এই ঘৃণাটো বেছিদিন নাথাকিব, ডাচ্চ্‌সকলে নিজৰ মহৎ

গুণৰ পৰিচয় আকৌ এবাৰ দিব; ইহুদী-বিৰোধ যে অন্যায় এই কথা তেওঁলোকে উপলব্ধি কৰিব পাৰিব। কিন্তু যদি এই বিদ্বেষটো নকমে তেনেহ'লে মুষ্টিমেয় ইহুদীসকলেও হলেণ্ড ত্যাগ কৰি নিজৰ টালি-টোপোলা লৈ অনিশ্চিত পথত আকৌ আগবাঢ়িব লাগিব। এই ধুনীয়া দেশ, যি দেশে আমাক আশ্রয় দিছে সেই দেশেই বিদেশত পৰিণত হ'ব।

মই হলেণ্ডক ভাল পাওঁ। মোৰ নিজৰ দেশ নাই। ভাবিছিলোঁ হলেণ্ডকে মাতৃভূমি হিচাবে আকোৱালি ল'ম। সেই আশা মই এতিয়াও ত্যাগ কৰা নাই।

তোমাৰেই এন্

বৃহস্পতিবাৰ, ২৫ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

প্রত্যেকদিনাই নতুন নতুন এটা ঘটনা ঘটি আছে। আজি ৰাতিপুৱা আমাক পাচলি দিয়া মানুহজন ধৰা পৰিল; সি হেনো দুজনক আশ্রয় দিছিল। কথাটো শুনি আমি বৰ দুখ পালোঁ। অকল ধৰা পৰা ইহুদী দুজনেই বিপদৰ মুখত পৰিল তেনে নহয়, আশ্রয়দাতা মানুহজনেও লোকৰ কাৰণে কষ্ট ভুগিব লগা হ'ব।

জার্মানে যেন গোটেই পৃথিবীখন ওলট-পালট কৰিব বিচাৰিছে। কোনো মানুহৰ সাৰণ নাই। সন্মানিত ব্যক্তিকো ধৰি নি শ্রমশিবিৰ, বন্দীশাল আদিত ভৰোৱা হৈছে। কিছুমান মানুহক চোৰাং বেপাৰ কৰিছে বুলি ধৰা হৈছে। কিছুমানক ইহুদীক আশ্রয় দিয়া অপৰাধত ধৰা হৈছে। মূঠৰ ওপৰত N. S. B-ৰ লগত যোগ নথকা কোনো মানুহে ক'ব নোৱাৰে, কাইলৈ তেওঁৰ ভাগ্যত কি আছে।

এই পাচলি দিয়া মানুহজন ধৰা পৰাত আমাৰ বিপদ হৈছে। এতিয়া আমাৰ তৰকাৰী খোৱাটো কমাব লগা হৈছে। মিয়েপ, এলি আৰু অন্য আলহীক এতিয়া আগৰ দৰে আমাৰ

ডাগৰ বস্তু দি সোধপোচ কৰিব নোৱাৰি। আমাৰ খোৰাটো এতিয়া কেনে হৈছে কওঁ শুনা। মায়ে কৈছে ৰাতিপুৱা চাহ খোৱাটো একেবাৰে বাদ দিব লাগিব। ৰাতি আলু ভজা আৰু কিবা এটা শাক সপ্তাহত দুদিন বা এদিন খাব লাগিব। এইবোৰ বস্তু খাই আমি প্ৰায় ভোকতে থাকিব লাগিব। কিন্তু জাৰ্মানৰ হাতত ধৰা পৰাতকৈ ভোকত থকা অনেক গুণে ভাল।

তোমাৰেই এন্

শুক্ৰবাৰ ২৬ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

অৱশেষত মই টেবুলৰ আগত বহি আকৌ সকলো কথা তোমাক লিখি জনাবলৈ লৈছোঁ। মোৰ মনটো বিষাদৰে ভৰি পৰিছে। যোৱা কেইবামাহো, আনকি ঘৰটোত চোৰ সোমোৱাৰ পাচতো মোৰ মনটো ইমান ভাঙি পৰা নাছিল। ঘৰটোত সকলোৰে মুখে মুখে পাচলি দিয়া মানুহটো ধৰা পৰাৰ কথা, ইহুদীসকলৰ দুখ-দুৰ্গতিৰ কথা, মিত্ৰপক্ষৰ আক্ৰমণৰ দেৰি হোৱাৰ কথা, বেয়া খোৱাৰ কথা আদি আলোচনাই গোটেই পৰিবেশটো বিষাদময় কৰি তুলিছে। তাৰোপৰি পিটাৰক লৈ মোৰ হতাশাই মনটো আৰু বেছি বেয়া কৰিছে। ইয়াৰ বিপৰীতে আমোদজনক ঘটনাও একেবাৰে নোহোৱা নহয়। যেনে—এলিৰ বিয়াৰ বন্দবস্ত, হুইট্‌চান অভ্যৰ্থনা, ক্ৰেলাৰৰ জন্মদিনত ৰঙচঙীয়া কেক, গল্প, চিনেমা, গান, এইবোৰ কথাই নিৰানন্দ পৰিবেশত অলপ আনন্দ স্ফূৰ্তিৰ সমল যোগায়। কিন্তু এই আনন্দ বেছি স্থায়ী নহয়। আমাৰ নানান ধৰণৰ ভয়, আশঙ্কা, নিৰাশা, সন্দেহে মনবোৰ পুনৰ গধুৰ কৰি তোলে। মিয়েপ আৰু এলিয়ে এই লুকাই থকা গোট গোট আঠজন মানুহৰ থকাৰ গোটেইখিনি দায়িত্ব বহন কৰিছে। এই দায়িত্ব ইমান বেছি গধুৰ যে তেওঁলোকে মাজে মাজে কথাও

ক'ব নোৱাৰে। এনে লাগে যেন এই বোজা আৰু বহন কৰিব নোৱাৰিব। কোফিয়াচ আৰু এলিয়ে আমাক সমানেই চোৱা-চিতা কৰে। তথাপিও ইয়াৰ মাজতে তেওঁলোকে আমাৰ কথা পাহৰি নিজৰ কথা চিন্তা কৰিবলৈ সময় পায়। তেওঁলোকৰ নিজৰ নিজৰ সমস্যা আছে ; যেনে—কোফিয়াচৰ স্বাস্থ্য সম্পৰ্কীয় সমস্যা, এলিৰ বিয়াৰ সমস্যা। তেওঁলোকে বাহিৰৰ বন্ধু-বান্ধৱক লগ পাব পাৰে, হাঁহি-তামচা কৰিব পাৰে ; অলপ সময়ৰ কাৰণে হ'লেও এই আতঙ্কজনক পৰিস্থিতিৰ কথা পাহৰি থাকিব পাৰে। কিন্তু আমি এক মুহূৰ্ত্তৰ কাৰণেও এই ভয় আতঙ্কৰপৰা হাত সাৰিব নোৱাৰো। প্ৰায় দুবছৰৰপৰা এই অসহ্য পৰিস্থিতিত আছোঁ। এই পৰিস্থিতি দিনে দিনে জটিলতৰ হৈ গৈছে।

ইফালে নৰ্দমা বন্ধ হৈ গৈছে। ক'তো এটোপা পানী পেলোৱাৰ উপায় নাই। পায়খানালৈ গলেও ব্ৰাচ এটা লৈ যাব লাগে আৰু লেতেৰা পানী বেলেগ বাচন এটাত ভৰাব লাগে। আজিৰ দিনটো যেনে-তেনে পাৰ হ'ব। কিন্তু যদি নৰ্দমা চাফা কৰা মানুহজনে অকলে নোৱাৰে, তেতিয়া কি হ'ব? মিউনিচি-পেলিটিৰ মানুহবোৰ মঙ্গলবাৰলৈকে নাহে। তেতিয়ালৈকে এই অৱস্থাত থাকিব লগা হ'লে মহা বিপদ হ'ব।

মিয়েপে পুতলাৰ আকাৰৰ এটা নতুন কেক পঠাই দিছে। তাৰ ওপৰতে সৰু কাগজ টুকুৰা এটাত 'সুখৰ হুইট্‌চান' লিখা আছে। কিন্তু বৰ্ত্তমান আমাৰ মনৰ অৱস্থা যেনে ধৰণৰ, 'সুখী' শব্দটো লিখি তাই যেন আমাৰ অৱস্থাটোক উপলুঙাহে কৰিছে। পাচলি দিয়া মানুহ ধৰা পৰাৰ পাচত আমি ইমান ভয় খাইছোঁ যে কোনোবাই শব্দ এটা কৰিলেও কেউফালৰপৰা "চুপ্‌, চুপ্‌" শুনা যায়। তাত বোলে পুলিচে দুৱাৰ ভাঙি সোমাই গ'ল ; ইয়াতো কৰিব পাৰে। যদি এদিনাখন আমাকো তেনেকৈ……। নাই, নাই—মই এইবোৰ কথা নিলিখোঁ। কিন্তু মোৰ মনৰপৰা

কোনোমতেই এই কথাবোৰ আঁতৰাব পৰা নাই, আকৌ সকলো ধৰণৰ ভয়-আতঙ্কই মোক ঘেৰি ধৰিছে।

আজি গধূলি ৮ বজাত মই পায়খানালৈ যাব লগা হ'ল, সকলো ৰেডিঅ' শুনি আছিল বাবে মই অকলে গ'লোঁ। মই মনলৈ খুব সাহস আনিবলৈ চেষ্টা কৰিলোঁ; কিন্তু নোৱাৰিলোঁ। তলত অকলে থকাতকৈ ওপৰতে মোৰ নিৰাপদ যেন লাগে। তলৰ প্ৰকাণ্ড নিজান ঘৰটোত ওপৰৰপৰা অহা অদ্ভুত অদ্ভুত শব্দ, তলৰ মটৰ গাড়ীৰ শব্দ মিলি পৰিৱেশটো ইমান ভয় লগা হৈছিল যে মই লৰালৰিকৈ ওপৰলৈ গ'লোঁ।

মই প্ৰায়ে ভাবোঁ, ইমান দিনে এনেদৰে লুকাই থকাতকৈ ধৰা পৰি মৃত্যু হোৱা হ'লেই ভাল নাছিল জানো? তেতিয়া আমি ইমান দুখ কষ্ট সহ্য কৰিব লগা নহ'লহেঁতেন, আৰু আমাক ৰক্ষা কৰোঁতা কেইজনো বিপদত পৰাৰ সম্ভাৱনা নাথাকিলহেঁতেন। কিন্তু মৃত্যুৰ কথা আমি ভাবিব নোৱাৰোঁ। কাৰণ আমি জীৱনক ভাল পাওঁ, প্ৰকৃতিক পাহৰিব পৰা নাই আৰু মনত এতিয়াও বহুত আশা আছে। মই এতিয়া কিবা এটা ঘটিলেই ভাল পাওঁ। বৰ্তমান যি অনিশ্চয়তা অস্থিৰতাৰ মাজত আছোঁ তাতকৈ ভয়াবহ আৰু একো নাই। সোনকালে এই সকলোবোৰৰ সমাপ্তি বিচাৰোঁ, সমাপ্তি লাগিলে যিমানেই নিষ্ঠুৰ হওক। তেতিয়া অন্ততঃ আমি নিশ্চিতভাবে জানিব পাৰিম আমাৰ জয় হ'ব, নে আমি এই নিৰাশাৰ মাজত নিঃশেষ হৈ যাম।

তোমাৰেই এন্

বুধবাৰ, ৩১ মে', ১৯৪৪ চন

মৰমৰ কিট্টী,

যোৱা শনিবাৰ, দেওবাৰ, সোমবাৰ, মঙ্গলবাৰ—এই চাৰিদিন ইমান বেছি গৰম পৰিল যে হাতেৰে পেন ধৰিবই নোৱাৰি।

গতিকে তোমালৈ লিখা নহ'ল। আকৌ নৰ্দমা বন্ধ হৈছিল। ভাল কৰা হ'ল, আজি আবেলি কোফিয়াচে আমাক দেখা কৰিবলৈ আহিছিল। জীয়েক কোৰীৰ কথা বহুত ক'লে। তাই আক জপি হেনো একেখন হকী ক্লাবৰ সভ্য।

দেওবাৰ আৰু সোমবাৰে এলি আৰু ভান্ চেন্‌টানে মিলি আমাৰ ঘৰটো গেস্‌টাপ'ৰ গুপ্তচৰে চকু ৰাখিছে নেকি মনে মনে লক্ষ্য কৰিলে। যেতিয়া নাই বুলি নিশ্চিত হ'ল তাৰ পাচত মঙ্গলবাৰৰ পৰাহে আমি খিড়িকী খুলিব পৰা হ'লোঁ। খিড়িকীয়েদি চাই দেখোঁ বাহিৰত উজ্জ্বল ধুনীয়া ৰ'দ, বেচ গৰম।

গুপ্তগৃহত অসহনীয় গৰম হৈছে। ইয়াৰ গৰমটো যে কেনেকুৱা ইয়াক বুজাবলৈ মই কেইজনমান মানুহৰ উক্তি উল্লেখ কৰিছোঁ— শুনা।

শনিবাৰ :—ৰাতিপুৱা আমি সকলোৱে ক'লোঁ কি ধুনীয়া বতৰ। কিন্তু আবেলি যেতিয়া খিড়িকী বন্ধ কৰাৰ সময় হ'ল সবৰ মুখৰপৰা ওলাল—"ইস! গৰমটো অলপ কম হোৱা হলে!"

দেওবাৰ :—গৰমটো একেবাৰে অসহ্য হৈ গৈছে। ঘৰৰ ক'তোৱেই ঠাণ্ডা ঠাই বুলিবলৈ এটুকুৰা নাই। মাখনবোৰ সব গ'লি গৈছে। কটিবোৰ শুকাই কাঠ যেন হ'ল। গাখীৰো টেঙা হবলৈ ধৰিছে। ইফালে খিড়িকী খোলাৰ উপায় নাই। আন আন সকলোৱে বাহিৰত হুইট্‌চান ছুটি উপভোগ কৰিছে। আমি দুৰ্ভগীয়া কেইটা ঘৰৰ ভিতৰত সিজি পালন কৰিছোঁ।

সোমবাৰ :—"মোৰ ভৰিত পোৰণি উঠিছে। সুচিবলৈ পাতল কাপোৰ এটুকুৰা নাই। এই গৰমত ধুৰও নোৱাৰি।"

এইটো হ'ল শ্ৰীমতী ভান্‌ডানৰ উক্তি। এতিয়ালৈকে মই গৰম সহ্য কৰিবপৰা হোৱা নাই। আজি দিনটো ৰ'দ থাকিলেও ঠাণ্ডা বতাহ বৈ আছে।

তোমাৰেই এন্

সোমবাৰ, ৫ জুন, ১৯৪৪ চন।

মৰমৰ কিট্টী,

গুপ্তগৃহত নতুনকৈ অসন্তোষৰ সৃষ্টি হৈছে। ডাছেলে সামান্য এটা কাৰণত মাখন ভাগ কৰা লৈ মাৰ লগত কাজিয়া কৰিছে। পাচত আকৌ নিজেই আগবাঢ়ি আহি ক্ষমা খুজিছে। ডাছেল আৰু শ্ৰীমতী ভান্‌ডানে দিনে দিনে বৰ বেছি মিল হৈছে—ঠাট্টা, মস্কৰা, চুমা খোৱা আদি বৰ চলিছে। ডাছেল এতিয়া নাৰীৰ সঙ্গ পাবলৈ ব্যাকুল হৈছে যেন পাওঁ।

ইফালে পঞ্চম বাহিনীয়ে ৰোম দখল কৰিছে। চহৰখনত বোমা বৰ্ষণ কৰা নহ'ল বাবে অক্ষত অৱস্থাত আছে। পাচলি, আলু আদি বস্তু আৰু দুষ্প্ৰাপ্য হৈছে। বতৰটো অসম্ভৱ ধৰণেৰে বেয়া। ফৰাচী উপকূল, 'পাচ দি কেলেইছ'ত ( Pas de Calais ) ধাৰাবাহিকভাবে প্ৰচণ্ড বোমা বৰ্ষণ হৈ আছে।

তোমাৰেই এন্

মঙ্গলবাৰ, ৬ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

বৃটিছ অনাতাঁৰে আজিৰ দিনটো 'ডি-দে' ( D-day ) বুলি ঘোষণা কৰিলে। সঁচাকৈয়ে আজিৰ দিনটো অবিস্মৰণীয় দিন। আক্ৰমণ সঁচাকৈয়ে হ'ল।

আজি ৰাতিপুৱা ৮ বজাত বৃটিছ ৰেডিঅ'ই ঘোষণা কৰি ক'লে যে, ক্যালে, বুলন, লা হাভ্ৰে, চেৰবুৰ্গ, পাচ-দি-কেলেইছ আদি ঠাইত প্ৰচণ্ড বোমাবৰ্ষণ হৈছে। তাৰোপৰি জাৰ্মান অধিকৃত এলেকাত উপকূলৰপৰা ৩৫ মাইল মানৰ ভিতৰৰ সকলো মানুহ-বোৰকে যিকোনো সময়ত বোমাবৰ্ষণ হ'ব পাৰে বুলি সাৱধান কৰি দিয়া হৈছে। সম্ভৱ হ'লে বৃটিছে বোমাবৰ্ষণৰ এঘণ্টাৰ আগতে প্ৰচাৰ-পত্ৰ পেলাই আকৌ সাৱধান কৰি দিব।

জাৰ্মান খবৰ মতে বৃটিছ পেৰাচুট বাহিনীয়ে ফৰাচী উপকূলত অৱতৰণ কৰিছে। বি. বি. চি.য়ে আকৌ ঘোষণা কৰিছে যে বৃটিছ অৱতৰণ জাহাজ আৰু জাৰ্মান নৌ সেনাৰ যুদ্ধ চলিছে।

আজি গুপ্তগৃহত আমি সকলোৱে পুৱা চাহৰ মেজত এই বিষয়ে আলোচনা কৰিলোঁ; এই আক্ৰমণ দুবছৰৰ আগতে 'ডিয়েপ'ত ( Dieppe ) হোৱা পৰীক্ষামূলক আক্ৰমণৰ নিচিনা, নে প্ৰকৃত আক্ৰমণ? জাৰ্মান, ডাচ্চ্, ইংৰাজী, ফৰাচী আদি ভাষাত আক্ৰমণ আৰম্ভ হৈছে বুলি ঘোষণা কৰা হ'ল; গতিকে প্ৰকৃত আক্ৰমণেই হ'ব। ১১ বজাত বৃটিছ অনাতাঁৰে সৰ্বাধিনায়ক জেনেৰেল ডুইট্ আইচেনহাৱাৰ ( Dwight Eisenhower )ৰ বক্তৃতা জাৰ্মান ভাষাত প্ৰচাৰ কৰিলে। জেনেৰেলে ফৰাচীক উদ্দেশ্য কৰি ক'লে—"সন্মুখত কঠোৰ সংগ্ৰাম। কিন্তু জয় অনিবাৰ্য। ১৯৪৪ চনেই হৈছে পূৰ্ণ বিজয় লাভ কৰাৰ বছৰ। সকলোকে শুভেচ্ছা জনালোঁ।"

১ বজাত বৃটিছ ৰেডিঅ'ই দিয়া বাতৰি অনুবাদ কৰি কোৱা হ'ল যে "প্ৰায় ১১,০০০ বিমান সাজু কৰি ৰখা হৈছে। কিছুমান বিমানে সৈন্য-সামন্ত নমাইছে, কিছুমানে উঠাইছে, কিছুমানে শত্ৰু-পক্ষক আক্ৰমণ কৰিছে। চাৰি হাজাৰ অৱতৰণ জাহাজৰপৰা সৰু সৰু জাহাজবোৰে অনবৰত চেৰবুৰ্গ, লা-হাভ্ৰে আদি ঠাইত সৈন্য-সামন্ত, ৰচদ-পাতি নমোৱা কামত ব্যস্ত আছে। ইতিমধ্যে ইংৰাজ আৰু আমেৰিকান সৈন্যই প্ৰবলভাৱে যুদ্ধত নামিছে।" খবৰৰ পাচত বেলজিয়ামৰ প্ৰধানমন্ত্ৰী, নৰওৱেৰ ৰজা হ্যাকুন ( King Haakon ), ফ্ৰান্সৰ ডি গল, ইংলেণ্ডৰ ৰজা আৰু সৰ্বশেষত চাৰ্চিলে বক্তৃতা দিলে।

গুপ্তগৃহত বেছ আলোড়নৰ সৃষ্টি হৈছে। বহুদিন যি মুক্তিৰ কাৰণে আমি প্ৰতীক্ষা কৰি আছোঁ, যি মুক্তি মাথোন কল্পনা হৈয়ে আছে, সেই মুক্তি বাস্তৱত পৰিণত হ'বনেকি? এই বছৰটোতে

আমি বিজয় লাভ কৰিব পাৰিম নে নোৱাৰিম ক'ব পৰা নাই। কিন্তু মনত আকৌ নতুন আশাৰ সঞ্চাৰ হৈছে। নতুনকৈ মনত বল পাইছোঁ। এতিয়া সকলো ভয় কষ্ট সাহসেৰে সন্মুখীন হ'ব লাগিব। তাৰ কাৰণে লাগে ধৈৰ্য আৰু একাগ্ৰতা। এতিয়া যিমান দুখ হ'লেও দাঁত ওঠ কামুৰি সকলো নীৰবে সহ্য কৰি যাম। ফ্ৰান্স, ৰাচিয়া, ইটালী, জাৰ্মানী আদি দেশৰ মানুহে চিঞৰি চিঞৰি সিহঁতৰ নিজৰ নিজৰ দুখৰ কাহিনী ক'ব পৰা হৈছে। কিন্তু আমাৰ সেই দিন আহিবলৈ এতিয়াও বাকী।

কিট্টী, এই আক্ৰমণৰ আটাইতকৈ মধুৰ দিনটো হৈছে এই যে দিনে দিনে মই অনুভৱ কৰিছোঁ আমাৰ সহায়কৰ্তা, আমাৰ বন্ধুবোৰ আমাক স্বাগত জনাবলৈ আগবাঢ়ি আহি আছে। ইমান দিনলৈকে জাৰ্মানবোৰে আমাক অমানুষিক উৎপীড়ন কৰিলে। প্ৰত্যেক মুহূৰ্ততে আমি তেওঁলোকৰ উদ্যত চুৰী আমাৰ ডিঙিৰ ওচৰত অনুভৱ কৰিছিলোঁ। কিন্তু আমাৰ উদ্ধাৰ কৰোঁতাসকলৰ আগমনৰ বাৰ্তাই মনলৈ সাহস আনি দিছে।

এতিয়া অকল ইহুদীৰ প্ৰশ্নই নহয়, এতিয়া প্ৰশ্ন হ'ল গোটেই হলেণ্ড, সমগ্ৰ ইউৰোপৰ। মাৰ্গটে কোৱা মতে হয়তো অহা চেপ্তেম্বৰ-অক্টোবৰ মাহত মই পুনৰ স্কুললৈ যাব পাৰিম।

তোমাৰেই এন্

পুনঃ—মই প্ৰত্যেক দিনাই ঘটা নতুন নতুন খবৰ তোমাক দি থাকিম।

শুক্ৰবাৰ, ৯ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

আক্ৰমণৰ খবৰ খুব বঢ়িয়া। মিত্ৰপক্ষই ফৰাচী উপকূলৰ ওচৰৰ বিয়েউক্স ( Bayeux ) নামৰ সৰু গাঁও এখন দখল কৰিছে আৰু কেন ( Caen ) নামৰ অন্য এখন গাঁও দখল কৰিবলৈ যুদ্ধ

কৰি আছে। চেৰবুৰ্গৰ ওচৰৰ প্ৰণালীটো অৱৰোধ কৰি এই ঠাইৰ লগত অন্য ঠাইৰ যোগাযোগ বিচ্ছিন্ন কৰাই হ'ল উদ্দেশ্য। প্ৰত্যেক গধূলি যুদ্ধৰ খবৰ দি বাতৰিত নানান ধৰণৰ সাহসিক কাৰ্য-কলাপৰ বৰ্ণনা দিয়ে। কিছুমান বিশ্বাস কৰিব নোৱাৰা দুঃসাহসিক কামৰ বিৱৰণো শুনা যায়। যুদ্ধক্ষেত্ৰৰপৰা আহত হৈ ইংলেণ্ডলৈ ঘূৰি অহা সৈন্যসকলেও মাজে মাজে যুদ্ধক্ষেত্ৰৰ বিৱৰণ দিয়ে। বেয়া বতৰ হোৱা সত্বেও বিমানবাহিনীয়ে পূৰাদমে কাম কৰি আছে। বি. বি. চি.ৰ খবৰ মতে 'ডি দে'ত চাৰ্চিল নিজে যুদ্ধক্ষেত্ৰত অৱতৰণ কৰিব খুজিছিল। কিন্তু আইছেন্‌হাৱাৰ আৰু অন্য জেনেৰেল সকলে তেওঁক বাধা দিলে। ভাবি চোৱাঁ, বুঢ়াৰ সাহস কিমান। বয়স কিজানি ৭০ বছৰমান হৈছে।

আমাৰ গুপ্তগৃহৰ চাঞ্চল্য যথেষ্ট পৰিমাণে শাম কাটিছে। এতিয়াও বছৰটোৰ শেষত যুদ্ধ শেষ হব বুলি আশা কৰি আছোঁ। মিচেছ ভান্‌ডানৰ খেচ্-খেচনি একেবাৰে অসহ্য হৈ গৈছে। এতিয়া আক্ৰমণৰ কথা লৈ আমাক বিৰক্ত কৰিবলৈ নাপাই বতৰটোৰ কথা লৈ অনবৰত পেন্‌পেনাই থাকে। তেওঁৰ কথাবোৰ শুনি ইমান খং উঠে যে চেঁচা পানী এবাল্টিত ডুবাই ওপৰত তুলি থাবৰ মন যায়।

ভান্‌ডান আৰু পিটাৰৰ বাহিৰে গুপ্তগৃহত সকলোৱে 'হাঙ্গেৰিয়ান ৰেপ্‌চদি' ( Hungarian Rhapsody ) নামৰ তিনিখণ্ডৰ কিতাপ এখন পঢ়িছে। কিতাপখন ফ্ৰেন্স লিজট্ ( Franz Liszt ) নামৰ গীতিকাৰ, কলা-বিশাৰদ, অদ্ভুত প্ৰতিভাশালী মানুহ এজনৰ জীৱন কাহিনী। কিতাপখন বৰ আমোদজনক। কিন্তু মোৰ এনে লাগিল যেন তিৰোতা মানুহক লৈ অলপ বেছি লিখিছে। তেওঁ নিজে ভাল পিয়ানো-বাদকেই নাছিল, ৭০ বছৰ বয়সতো মহিলা-মহলত অতি জনপ্ৰিয় আৰু আকৰ্ষণীয় ব্যক্তি আছিল। তেওঁৰ ডাচ্চিচ্ মেৰীয়া, ৰাজকুমাৰী কেৰ'লীন, নৰ্তকী লুলা, পিয়ানোবাদিকা এগ্‌নি, অভিনেত্ৰী লিলা ইত্যাদি বহুতো বিখ্যাত মহিলাৰ লগত সম্পৰ্ক

আছে। কিতাপৰ যি খণ্ডত ক'লা সাহিত্যৰ কথা আলোচনা কৰিছে সেইখিনি কিন্তু বৰ ভাল। তাত উল্লেখ কৰা লিখক শিল্পী আদিৰ নাম হ'ল চু-খেন, ক্লেৰা ৰেক্‌, হেক্টৰ বেৰ্লিঅ'জ, কুহানচ্‌ ব্ৰাহমচ্‌, বিথোভেন, ভিক্টৰ হিউগ', পেগামিনি ইত্যাদি।

ব্যক্তিগতভাৱে লিজট্‌ এজন উদাৰ আৰু বিনীত স্বভাৱৰ মানুহ আছিল, যদিও তেওঁ খুবেই অহঙ্কাৰী। তেওঁ সকলোকে সহায় কৰিছিল। শিল্পই তেওঁৰ জীৱনত সৰ্বোচ্চ আছিল। মদ আৰু নাৰীৰ প্ৰতি তেওঁৰ প্ৰবল আসক্তি আছিল। কাৰো চকুৰ পানী তেওঁ-সহ্য কৰিব নোৱাৰিছিল। তেওঁ ধৰ্ম-স্বাধীনতা ভাল পাইছিল; বিশ্ব স্বাধীনতাত বিশ্বাস কৰিছিল। টকা-পইচাৰ কাৰণে অকণো চিন্তা নকৰিছিল। কাকো সহায় কৰিবলৈ কাহানিও কুণ্ঠিত নহৈছিল। মুঠৰ ওপৰত তেওঁ এজন নিখুত ভদ্ৰলোক আছিল।

তোমাৰেই এন্‌

১৩ জুন মঙ্গলবাৰ, ১৯৪৪ চন

মৰমৰ কিট্টী,

আৰু এটা জন্মদিন পাৰ হৈ গ'ল। মোৰ এতিয়া ১৫ বছৰ পূৰ হ'ল। মই এই উপলক্ষত কেইবাটাও উপহাৰ পালোঁ। স্প্ৰেন্‌-জাৰৰ "কলা-ইতিহাস" ( History of Art by Sprenger )ৰ পূৰা ৫খণ্ড, এক চেট জাঙিয়া, দুই বটল মিঠা মদ, এক চিচি জাম, এটা কেক, এখন বটানীৰ কিতাপ—এইবোৰ সকলো মা-দেউতাৰ পৰা পালোঁ। মাৰ্গটৰপৰা পালোঁ—এযোৰ ব্ৰেচলেট্‌, ভান্‌ডান্‌ৰ পৰা কিতাপ, ডাছেলৰপৰা ফুল, মিয়েপ আৰু এলিৰ পৰা কিতাপ আৰু খোৱাবস্তু, ক্ৰেলাৰৰ পৰা "মেৰিয়া তেৰেচা ( Meria Theresa )ৰ জীৱন কাহিনী, আৰু চীজ, পিটাৰৰপৰা ধুনীয়া এথোপা পিঅ'নি ফুল পালোঁ। বেচেৰাই অন্য ভাল কিবা বস্তু গোটাবলৈ বৰ চেষ্টা কৰিছিল, কিন্তু নোৱাৰিলে।

বেয়া বতৰ, ধাৰাসাৰ বৰষুণ আৰু নানানটা অসুবিধা সত্ত্বেও যুদ্ধৰ খবৰ ভাল। যোৱাকালি চাৰ্চিল, আইচেন্‌হাৱাৰ, আনৰ্ল্ড জাৰ্মানীৰ অধিকৃতৰপৰা মুক্ত কৰা কিছুমান ফৰাচী গাঁও পৰিদৰ্শন কৰিবলৈ গৈছিল। যিখন টৰ্পেড’ জাহাজত চাৰ্চিল গৈছিল, সেই জাহাজৰপৰা উপকূললৈ বোমাবৰ্ষণ কৰা হৈছিল। মানুহজনৰ সাহস দেখি মোৰ হিংসা হয়। যুদ্ধৰ খবৰ শুনি বাহিৰৰ মানুহবোৰৰ কি হৈছে, ভিতৰত লুকাই থাকি আমি আন্দাজ কৰিব নোৱাৰোঁ। কিন্তু এলেহুৱা বৃটিছসকলে হাত কোচাই ককালত টঙালি বান্ধি কিবা এটা কৰিবলৈ আগবাঢ়িছে, এই খবৰটোৱে মানুহক আনন্দ দিছে। যিসকল ডাচ্চ্ মানুহে ইংৰাজ চৰকাৰক বুঢ়ামানুহৰ চৰকাৰ বুলি নাক কোচাই আৰু বৃটিছসকলক কাপুৰুষ বুলি কয় আৰু জাৰ্মান সকলকো ঘিণ কৰে, তেনে মানুহবিলাক প্ৰকৃতিস্থ হবৰ সময় হ’ল।

যোৱা দুমাহে মোৰ ঋতু বন্ধ হৈ আছিল। শনিবাৰৰপৰা আকৌ আৰম্ভ হৈছে। এটা ডাঙৰ অস্বস্তি আৰু উৎকণ্ঠা মনৰপৰা আঁতৰিল।

তোমাৰেই এন্

বুধবাৰ, ১৪ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

মোৰ মূৰটো নানান ধৰণৰ চিন্তা-ভাৱনা, ইচ্ছা-আকাঙ্ক্ষা, বিদ্বেষ-দোষাৰোপ আদিয়ে জুমুৰি ধৰিছে। মানুহবোৰে মোক যিমান ফাঁকিদাৰ ভাবে আচলতে মই সিমান নহয়। মই মোৰ দোষ ত্ৰুটিবোৰ আনতকৈ বেছি জানো আৰু দিনে দিনে নিজকে সংশোধন কৰিবলৈ চেষ্টা কৰোঁ। ইতিমধ্যে মই বহুতখিনি সংশোধন কৰিছোঁ। তথাপিও মানুহে মোক কিয় অপ্ৰয়োজনীয় আগবণুৱা আৰু সবজান্তা বুলি কয়। সঁচাকৈ অকল মোৰ

স্বভাৱেই এনেকুৱা নে কি আৰু বাকী সকলোৰে ভাল। সকলোৰে জানে যে প্ৰত্যেক কথাতে মোৰ দোষ খুচৰি ফুৰা মানুহজনী হ'ল শ্ৰীমতী ভান্‌ডান্‌ আৰু তেওঁক সহজ কথাতে কবলৈ হ'লে একেবাৰে গজমূৰ্খ। এনেকুৱা গজমূৰ্খ মানুহবোৰে লোকৰ ভাল হোৱাটো সহ্য কৰিব নোৱাৰে। শ্ৰীমতী ভান্‌ডানে ভাবে মই মূৰ্খ; কাৰণ মোৰ তেওঁতকৈ অলপ বুদ্ধি বেছি। তেওঁ ভাবে মোৰ স্বভাৱটো য'তে ত'তে বেছি আগবঢ়া; কিন্তু তেওঁ মোতকৈ বেছি আগবঢ়া; তেওঁ ভাবে মোৰ কাপোৰ চুটি; কিন্তু তেওঁৰ পোছাক মোতকৈ বেছি চুটি, সেইকাৰণে তেওঁ মোক সবজান্তা বুলি ভাবে; কিয়নো তেওঁৰ নিজৰ স্বভাৱ হ'ল একো নজনা বিষয়তো ওপৰাই কথা কোৱা। কিন্তু মোৰ কথা হ'ল, "জুই নহ'লে ধোঁৱা নোলায়"; নিশ্চয় মোৰো দোষ আছে, নহ'লে এখন তাল অকলে বাজিব নোৱাৰে।

মোৰ আটাইতকৈ জটিল সমস্যা হ'ল মই নিজৰ দোষ ত্ৰুটি-বোৰ লৈ ইমান সমালোচনা কৰোঁ, আৰু তাৰ ওপৰত আনে যদি মাতিবলৈ যায়, মোৰ সহ্য নহয়। লগতে মায়ে যদি কেনেবাকৈ উপদেশ দিবলৈ আহে তেতিয়া মোৰ আৰু ধৈৰ্য হেৰাই যায়; প্ৰত্যেক কথাতে কঠোৰভাৱে প্ৰতিবাদ কৰিবলৈ আৰম্ভ কৰোঁ। মোৰ মনত বাৰে বাৰে একেটা পুৰণা কথাকে বাজিবলৈ ধৰে "মোক কোনেও বুজি নাপায়।" এনেকৈ ভবাটো হয়তো এক-ধৰণৰ মূৰ্খামি; কিন্তু কথাষাৰত একেবাৰে সত্যতা নথকা নহয়। মই নিজেই আত্ম-বিশ্লেষণ, অন্তৰ্দ্বন্দ্ব আদিৰে ইমান বেছি ক্ষত-বিক্ষত যে মই বিচাৰোঁ কোনোবা এজনে মোক শান্তনা দিয়ক, উপদেশ দিয়ক, মোৰ মনৰ সকলো দুখ বুজি পাব, তেনেকুৱা এজন মানুহ মই বিচাৰি নেপাওঁ।

তুমি হয়তো মোক শান্তনা দিবলৈ পিটাৰ আছে বুলি ভাবিবা। কিন্তু পিটাৰে মোক শান্তনা দিব নোৱাৰে। পিটাৰে মোক বন্ধু

হিচাপে ভাল পায়, প্ৰেমিক হিচাপে নহয়। যদিও দিনে দিনে তাৰ মোলৈ মৰম বেছি হৈ আহিছে, কিন্তু তথাপিও যেন কিবা এটা অদৃশ্য শক্তিয়ে আমাৰ দুজনক বেছি ওচৰ চাপিবলৈ নিদিয়ে। এইটো কি মই নিজেই বুজিব নোৱাৰোঁ। মাজে মাজে মই ভাবোঁ পিটাৰৰ প্ৰতি মোৰ হেপাহটো অতিৰঞ্জিত ; কিন্তু নহয়, যদি দুদিন পিটাৰক দেখা নাপাওঁ, তাক পাবলৈ ব্যাকুল হৈ পৰোঁ। সি খুব ভাল ল'ৰা। মই তাক ভাল পাওঁ। কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে তাৰ মাজত এনে কিছুমান কথা আছে যিবোৰে মোক নিৰাশ কৰে। বিশেষকৈ ধৰ্মৰ প্ৰতি বিৰাগ আৰু খোৱা-মেলা আদি সকসুৰা কথা-বতৰা মোক বিৰক্ত কৰে। কিন্তু তথাপিও মোৰ বিশ্বাস যে আমি এইবোৰ বিষয়ত কেতিয়াও কাজিয়া নকৰোঁ ; কাৰণ আগতেই কাজিয়া নকৰোঁ বুলি আমাৰ কথা দিয়া আছে। পিটাৰ স্বভাৱতে শান্তিপ্ৰিয় আৰু ধৈৰ্যশীল ল'ৰা, যিবোৰ কথা সি মাকৰ মুখৰপৰা শুনিলে মানি ল'ব নোৱাৰে তেনে কথাও মই ক'লে মানি লয়। তথাপিও সি কিয় বাৰু মোক তাৰ মনৰ মণিকোঠাত প্ৰবেশ কৰিব নিদিয়ে। সি মোতকৈ বেছি গহীন প্ৰকৃতিৰ ল'ৰা। কিন্তু যিমানেই মন খুলি কথা ক'ব নিবিচৰা মানুহ হ'লেও কোনো এটা সময়ত কাৰোবাৰ আগত নিজৰ মন উজাৰি দিব বিচাৰে।

আমি দুয়ো আমাৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ চিন্তা কৰিব লগীয়া বছৰ কেইটা এই গুপ্ত গৃহত কটাব লগীয়া হৈছে। আমি প্ৰায়ে আমাৰ অতীত, ভৱিষ্যত আৰু বৰ্তমানক লৈ আলোচনা কৰোঁ, কিন্তু মই তোমাক আগতে কোৱাৰদৰে মোৰ অভিলাষ এতিয়াও পূৰ্ণ হোৱা নাই, আচল বস্তু এতিয়াও মই পোৱা নাই, যদিও মোৰ চকুৰ আগতে আছে।

তোমাৰেই এন্‌

বৃহস্পতিবাৰ, ১৫ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

ইমান দিনলৈকে বন্ধ ঘৰৰ ভিতৰত আবদ্ধ হৈ থকাৰ কাৰণেই নে কি প্ৰকৃতিৰ ৰূপ চাবলৈ মই উন্মাদ হৈ পৰিছোঁ। মোৰ এতিয়াও মনত পৰে যে এনেকুৱা এটা সময় আছিল যি সময়ত গভীৰ নীলা আকাশ, চৰাইৰ মধুৰ কুঁজন, শুভ্ৰ জোনাক আৰু ৰঙ্ বিৰঙৰ ফুলে মোক এনেদৰে মন্ত্ৰমুগ্ধ কৰিব নোৱাৰিছিল। কিন্তু ইয়ালৈ অহাৰ পাচত মোৰ বহুত পৰিবৰ্তন হ'ল।

হুইট্চান উৎসৱৰ সময়ত খুব গৰম আছিল যদিও মই নিজ চকুৰে জোনাক চাবলৈ ৰাতি এঘাৰ বজালৈকে সাৰ পাই আছিলোঁ। হায়, ইমান ত্যাগ কৰিও একো লাভ নহ'ল, জোনৰ পোহৰ ইমান বেছি উজ্জল আছিল যে বাহিৰৰপৰা কোনোবাই দেখা পায় বুলি খিড়িকী খুলিবলৈ সাহ নহ'ল। কেইমাহমানৰ আগতে এদিন খিড়িকী খোলা অবস্থাত মই ওপৰলৈ গৈছিলোঁ। বাহিৰৰ সেমেকা সন্ধিয়াৰ আন্ধাৰ, জোৰেৰে বৈ যোৱা বতাহ-জাকৰ হো-হো শব্দ, বেগেৰে উৰি যোৱা পাতল ডাৱৰে মোক ইমান বেছি অভিভূত কৰিলে যে খিড়িকী বন্ধ নকৰালৈকে মই তাৰপৰা লৰচৰ কৰিব নোৱাৰিলোঁ। প্ৰায় দেড়বছৰৰ মূৰত মই সন্ধিয়াৰ ৰূপ মুখামুখিকৈ উপভোগ কৰিছিলোঁ। সেই দিনাৰপৰা প্ৰকৃতিৰ ৰূপ উপভোগ কৰাৰ হেপাহটো ইমান বেছি প্ৰবল হ'ল যে চোৰৰ ভয়, নিগনিৰ উৎপাত, ধৰা পৰাৰ ভয় পাহৰি মই বাৰে বাৰে তললৈ গৈ অফিচৰ বন্ধা কোঠাৰ খিড়িকিয়েদি বাহিৰখন প্ৰাণভৰি চাবলৈ ধৰিলোঁ। বহুতো মানুহে প্ৰকৃতিক ভাল পায়। আনকি ৰাতিও মাজে মাজে বাহিৰত শোৱে। জেলত থকা, হস্পিটেলত থকা মানুহবোৰে কেতিয়া মুক্তি পাই মুকলিমূৰীয়া হৈ প্ৰকৃতিৰ বুকুত বিচৰণ কৰিব পাৰে—তাৰ বাবে হেপাহেৰে বাট চাই থাকে। কিন্তু এনেকুৱা কিছুমান মানুহ আছে যিবোৰ মানুহে ধনী দুখীয়া নিৰ্বিশেষে

বিলোৰা এই প্ৰকৃতিৰ ৰূপৰাশি উপভোগ কৰাৰপৰা বঞ্চিত থাকিব লগা হয়। যেতিয়াই মই আকাশ, বতাহ, তাৰৰ, জোনাক, আকাশৰ অগণন তৰা-নক্ষত্ৰ আদিলৈ চাওঁ, মোৰ মনটো শান্ত আৰু স্থিৰ হয়। ই ভেলেৰিন বা ব্ৰমাইনতকৈ বেছি ভাল ঔষধ। মাতৃ প্ৰকৃতিয়ে মোৰ সকলো অহঙ্কাৰ বিনাশ কৰি জীৱনৰ কঠোৰতম আঘাতকো সাহসেৰে সন্মুখীন হ'বলৈ অনুপ্ৰেৰণা যোগায়।

হায়, যদি মই লেতেৰা পৰ্দাৰ ফাঁকেৰে প্ৰকৃতিক নাচাই মুখামুখিকৈ চাব পাৰিলোহেঁতেন। এনেকৈ লুকাই-চুৰকৈ পৰ্দাৰ ফাঁকেদি চোৱা সৌন্দৰ্যই হেপাহ পলুৱাব নোৱাৰে। প্ৰকৃতি এনেকুৱা এটা বিশুদ্ধ বস্তু, য'ত ভেজালৰ ঠাই নাই।

তোমাৰেই এন্

শুক্ৰবাৰ, ১৬ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

নতুন সমস্যাই দেখা দিছে। শ্ৰীমতী ভান্‌ডানৰ হতাশা ইমান বেছি হৈছে যে মূৰত গুলী কৰা, জেললৈ যোৱা, ডিঙিত চিপজৰী লগাই আত্মহত্যা কৰা আদিৰ কথা কবলৈ ধৰিছে। পিটাৰে নিজৰ মাকতকৈ মোৰ লগত বেছি কথা পাতে বুলি হিংসাত দেই' পুৰি মৰিছে। ডাছেলে তেওঁৰ লগত হলি-গলি কৰিবলৈ এৰিলে বাবে তেওঁৰ ওপৰতো খুব খং। তেওঁৰ নোমৰ কোটটো বিক্ৰী কৰা পইচাৰে গিৰীয়েকে চিগাৰেট খাই উৰালে বুলি অনবৰত কাজিয়া কৰি নিজে নিজে কান্দে আৰু অকথ্য কথা কৈ গালি শপনি পাৰি নিজে নিজে হাঁহে। এনেকুৱা এটা মূৰ্খক লৈ মানুহে কি কৰিব পাৰে? কোনেও তেওঁৰ কথাত পাত্তা নিদিয়ে। তেওঁৰ কোনো চাৰিত্ৰিক দৃঢ়তা নাই। প্ৰত্যেকৰ লগতে সৰু-সুৰা কথাত লাগি থাকে। তেওঁৰ এই ব্যৱহাৰৰ পৰিণামস্বৰূপে পিটাৰৰ স্বভাৱ দিনে দিনে কৰ্কশ হৈ গৈছে। ভান্‌ডানৰ অনৱৰতে

খং উঠে। মায়ে মন মাৰি থাকে। পৰিবেশটো ভয়াবহ হৈছে। মোৰমতে এইবোৰ সকলোবপৰা মনটো আঁতৰাই ৰখাৰ একমাত্ৰ উপায় হ'ল প্ৰত্যেক কথাকে হাঁহি হুলস্থুল কৰি উৰাই দিয়া আৰু কাৰো কথাত কাণসাৰ নিদিয়া। শুনিবলৈ স্বাৰ্থপৰ যেন লাগিলেও এনে পৰিবেশত শান্তি বিচাৰি পোৱাৰ এইয়ে একমাত্ৰ উপায়।

ক্ৰেলাৰক আকৌ ৪ সপ্তাহৰ কাৰণে মাটি খান্দিবলৈ মাতি পঠোৱা হৈছে। ডাক্তৰৰ চাৰ্টিফিকেট আৰু ব্যৱসায়ৰ অজুহাত দেখুৱাই ৰেহাই পোৱাৰ চেষ্টা কৰিছে। কোফিয়াচৰ পেটৰ অপাৰেচনৰ কাৰণে চেষ্টা কৰিছে। যোৱাকালি ১১ মান বজাত সকলো টেলিফোন লাইন কাটি দিয়া হ'ল।

তোমাৰেই এন্

শুক্ৰবাৰ, ২৩ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

বিশেষ খবৰ একো নাই। বৃটিছসকলে চেৰবুৰ্গত ডাঙৰ আক্ৰমণ আৰম্ভ কৰিছে। দেউতা আৰু ভানডানৰ মতে ১০ অক্টোবৰ মানত আমি মুক্তি পাম। ৰাচিয়ানসকলো এই অভিযানত অংশ গ্ৰহণ কৰি ভিট্‌বেস্ক আক্ৰমণ কৰিলে, ৰাচিয়াৰ ওপৰত জাৰ্মানৰ আক্ৰমণ কালি পূৰা তিনিবছৰ হ'ল। আমাৰ আলু একেবাৰে নাইকিয়া হৈছে। এতিয়াৰপৰা কাৰ ভাগত কিমান পৰিব হিচাব কৰিহে দিয়া হ'ব।

তোমাৰেই এন্

মঙ্গলবাৰ, ২৭ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

সকলোৰে মন ভাল। যুদ্ধৰ খবৰ বেচ ভাল। চেৰবুৰ্গ ( Cherbourg ), ভিটবেস্ক ( Vitabesk ), স্লবিন ( Slobin )—

এই তিনি ঠাই মিত্ৰ শক্তিৰ হাতত পৰিল, লগে লগে বহুতো বন্দী আৰু বস্তু বাহানিও হাতলৈ আহিল। এতিয়া বৃটিছসকলে কোটেনটিন উপদ্বীপ (Cotentin Peninsula) সমগ্ৰ নিজৰ হাতলৈ আনিব পাৰিব। বৃটিছ আক্ৰমণ আৰম্ভ হোৱাৰ ৩ সপ্তাহৰ ভিতৰতে সমাধা কৰা এইয়া হ'ল অভিনৱ কাৰ্যকলাপ। আক্ৰমণ আৰম্ভ হোৱাৰ দিনৰপৰা এদিনো বৰষুণ, বেয়া বতৰ আদি নোহোৱাকৈ থকা নাই। তথাপিও বৃটিছ আৰু আমেৰিকানসকলে অসীম সাহসেৰে যুদ্ধ কৰি আছে। জাৰ্মানসকলেও অবিৰতভাৱে বোমা বৰ্ষণ কৰি আছে। কিন্তু ইংৰাজসকলৰ আক্ৰমণৰ তুলনাত ই অতি সামান্য। জাৰ্মান আক্ৰমণে ইংলেণ্ডৰ সামান্য ক্ষতি আৰু খবৰ কাগজত অকণমান ঠাই অধিকাৰ কৰাৰ বাহিৰে একো প্ৰাধান্য পোৱা নাই। কিন্তু যেতিয়া গম পাব যে বলচেভিকসকল আগবাঢ়ি আহি আছে, তেতিয়া এইকণ আক্ৰমণৰ শক্তিও তেওঁলোকৰ নাইকিয়া হ'ব।

সৈন্য বিভাগত নথকা সকলো জাৰ্মান মহিলাক ল'ৰা-ছোৱালীৰ সৈতে নিৰাপদ ঠাইলৈ আঁতৰাই দিয়া হৈছে। মুচাৰ্টে (Mussert) ঘোষণা কৰিছে যে হলেণ্ড আক্ৰমণ কৰিলে তেওঁ নিজে ইউনিফৰ্ম পিন্ধি যুদ্ধ কৰিব। বুঢ়া মানুহজনৰ যুদ্ধ কৰাৰ চখ হৈছে নে কি? যদি ইমানেই মন তেওঁ দেখোন ৰাচিয়ালৈকে যাব পাৰিলেহেঁতেন। কেইদিনমান আগতে ফিনলেণ্ডে শান্তি প্ৰস্তাৱ অস্বীকাৰ কৰিলে। এতিয়াও আৰু এটা শান্তিৰ প্ৰস্তাৱ অস্বীকাৰ কৰিলে। ইয়াৰ কাৰণে তেওঁলোকে পাচত অনুশোচনা কৰিব লাগিব। ২৭ জুলাইমানত ইংৰাজসকল কোনখিনি পাব বুলি তুমি ভাবা।

তোমাৰেই এন্

শুক্ৰবাৰ, ৩০ জুন, ১৯৪৪ চন

মৰমৰ কিট্টী,

পিটাৰে যেতিয়া ভৱিষ্যতে খুনী হোৱা বা জুৱাৰী হোৱাৰ কথা কয়, মোৰ বৰ ভয় লাগে। অৱশ্যে সি এইবোৰ কথা ঠাট্টা কৰিয়েই কয়। তথাপিও মোৰ যেন লাগে সি নিজৰ দুৰ্বলতাক ভয় কৰে। পিটাৰ আৰু মাৰ্গটে প্ৰায় মোক কয় "তোমাৰ নিচিনাকৈ জেদী আৰু সাহসী হ'ব পৰা হ'লে……।" এই কথাবোৰ শুনি মই মাজে মাজে ভাবোঁ আনৰ দ্বাৰা প্ৰভাৱান্বিত নহৈ নিজৰ বিবেকৰ মতে পৰিচালিত হোৱাটো সঁচাকৈয়ে ভাল গুণ নে কি?

মানুহে যে নিজে কেনেকৈ নিজক দুৰ্বল বুলি কৈ এই দুৰ্বলতা মুগুচুৱাকৈ থাকিব পাৰে মই ভাবিব নোৱাৰোঁ। যদি তুমি জানা নিজে দুৰ্বল, কিয় দুৰ্বলতাখিনি আঁতৰাই দৃঢ় চৰিত্ৰৰ হ'বলৈ চেষ্টা নকৰা? ইয়াৰ উত্তৰত হয়তো কব পৰা যায় নিজক সংশোধন কৰা খুব সহজ কাম নহয়। কিন্তু সহজতো একেবাৰেই নহয়। এনেহুৱা প্ৰবঞ্চনাপূৰ্ণ জীৱন যাপন কৰাটোৱেই সহজ নে কি? নাই, কেতিয়াও হ'ব নোৱাৰে। এই এলাহ আৰু টকাৰ লোভে মানুহক বহুত তললৈ নমাই দিয়ে।

বহুত দিনলৈকে ভাবিলোঁ পিটাৰক কেনেকৈ বুজাব পৰা যায়, কেনেকৈ তাৰ আত্মবিশ্বাস ঘূৰাই আনি নিজকে সংশোধন কৰাত সহায় কৰা যায়। অৱশ্যে মই ভবা কথাখিনিয়েই যে সঁচা এইটো মই ক'ব নোৱাৰোঁ। আগতে ভাবিছিলোঁ কাৰোবাৰ মনৰ সম্পূৰ্ণ বিশ্বাস যদি পোৱা যায়, তেন্তে কিমান ভাল লাগিব। এতিয়া পিটাৰে যেতিয়া মোৰ ওপৰত বিশ্বাস কৰি নিজৰ মনৰ কথা খুলি কয়, তেতিয়া উপলব্ধি কৰিছোঁ আনৰ মনৰ কথাৰ লগত নিজৰ মনৰ কথা খাপ খুৱাবলৈ কিমান বেছি কঠিন। বিশেষকৈ টকা পইচা, সহজ জীৱন এইবোৰৰ প্ৰতি মোৰ ধাৰণা একেবাৰে বেলেগ।

পিটাৰে দিনে দিনে মোৰ ওপৰত বেছি নিৰ্ভৰ কৰিবলৈ ধৰিছে। কিন্তু এনে হ'বলৈ দিয়া উচিত নহ'ব। পিটাৰৰ নিচিনা মানুহে স্বভাৱতে নিজৰ ওপৰত নিৰ্ভৰ কৰিবলৈ টান পায়। সি যদি মোৰ ওপৰত নিৰ্ভৰ কৰিবলৈ ধৰে, তেতিয়া সি কোনো দিনা স্বতন্ত্ৰ ব্যক্তিত্ব এটা গঢ়িব নোৱাৰিব। এই বিপদ-সঙ্কুল জীৱনত সি এখোজো আগবাঢ়িব নোৱাৰিব। পিটাৰৰ সহজ জীৱনৰ প্ৰতি যি এটা ধাৰণা সেই ধাৰণা আঁতৰাবলৈ যুক্তি বিচাৰি আছোঁ। তাৰ চকুত যি জীৱনটো সহজ আৰু আকৰ্ষণীয় যেন লাগে সেই জীৱনেই যে এনেকুৱা এটা ধ্বংসৰ মুখলৈ লৈ যায়, য'ত কোনো বন্ধু, কোনো সহানুভূতি, কোনো শান্তনা, কোনো সৌন্দৰ্য বিচাৰি পাব নোৱাৰে, আৰু সেই অৱনতিৰ গহ্বৰৰপৰাও ওলাই আহিবলৈও সামৰ্থ্য নাথাকে। কিন্তু এই কথাখিনি মই তাক বুজাব পৰা নাই।

আমি সকলোৱে জীয়াই আছোঁ হয়, কিন্তু কিহৰ কাৰণে, কিয় জীয়াই আছোঁ—একো ক'ব নোৱাৰোঁ। আমাৰ সকলোৰে লক্ষ্য হ'ল জীৱনত আনন্দ পোৱা, সুখী হোৱা। আমাৰ প্ৰত্যেকেই বেলেগ বেলেগ ধৰণেৰে জীয়াই থাকিলেও লক্ষ্য একেটাই। ধৰা, আমি তিনিজন—পিটাৰ, মই আৰু মাৰ্গট ভালঘৰৰ ল'ৰা-ছোৱালী। আমাৰ শিকিবলৈ সুবিধা আছে, জীৱনত নানান ধৰণৰ সম্ভাৱনা আছে, ভৱিষ্যত সুখৰ হ'ব বুলি আশা কৰাৰ স্থল আছে; কিন্তু এইবোৰ এনেয়ে নাহে। আমি তাৰ কাৰণে যথেষ্টখিনি চেষ্টা কৰিব লাগিব। পৰিশ্ৰম কৰিব লাগিব, ভাল হ'ব লাগিব, এলেহুৱা হৈ বা জুৱা খেলি জীৱনত সুখ পাব নোৱাৰি। আলস্যময় জীৱন আকৰ্ষণীয় যেন লাগিলেও পৰিশ্ৰমৰ মাজেদিয়েই জীৱনৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰি।

মানুহবোৰে কিয় কাম কৰিব নোখোজে মই বুজি নাপাওঁ। পিটাৰৰ কথা অৱশ্যে বেলেগ। তাৰ আগবাঢ়ি যাবৰ কোনো নিৰ্দিষ্ট লক্ষ্য নাই। সি নিজকে বৰ দুৰ্বল, একো কৰিব নোৱাৰা

আৰু মূৰ্খ বুলি ভাবে। বেচেৰাই আনক সুখী কৰিব পৰাতেই যে কিমান আনন্দ বুজি নাপায়। ময়ো তাক বুজাব নোৱাৰিলোঁ। কোনো ধৰ্মৰ প্ৰতি তাৰ বিশ্বাস নাই; যীশু খৃষ্টৰ নাম শুনিলে নাক কোঁচায়। ভগৱানৰ নামত শপত লয়। যদিও ময়ো গোৰা ধৰ্ম বিশ্বাসী নহয়, তাৰ মনৰ এই বিদ্বেষ, এই নিৰাশাই মোৰ মনত দুখ দিয়ে। যিবোৰ মানুহৰ ধৰ্ম আছে আৰু সেই ধৰ্মত বিশ্বাস ৰাখিব পাৰিছে সেইবোৰ মানুহ ভাগ্যবান। কাৰণ সকলো মানুহে ধৰ্মত বিশ্বাস ৰাখিব নোৱাৰে। ধৰ্ম-বিশ্বাস থাকিলে পৰলোকৰ যন্ত্ৰণালৈকো ভয় নাইকিয়া হয়। বহুতো মানুহে হয়তো স্বৰ্গ, নৰক আদি আছে বুলি বিশ্বাস নকৰিব পাৰে। তথাপিও ধৰ্ম থাকিব পাৰে আৰু এই ধৰ্মই মানুহক সৎ পথেদি লৈ যাব পাৰে। এই বিশ্বাসত ভগৱানৰ ভয় নাথাকে, থাকে স্ব-সন্মান আৰু বিবেকৰ নিৰ্দেশ। প্ৰত্যেক মানুহে যদি ৰাতি শুবৰ সময়ত দিনটোত নিজে কৰা কামবোৰৰ গুণাগুণ বিশ্লেষণ কৰিব পাৰে তেন্তিয়া নিজে নজনাকৈ প্ৰত্যেকেই নিজৰ দোষ ক্ৰটিবোৰ সংশোধন কৰিবলৈ চেষ্টা কৰে আৰু সময়ত বহুতখিনি কৃতকাৰ্য হ'ব পাৰে। যিসকলে এনেধৰণেৰে সংশোধন কৰিব নাজানে, তেওঁলোকে নিজৰ অভিজ্ঞতাৰপৰাও জানিব পাৰিব লাগিব যে স্থিৰ বিবেকে মানুহক বেছি বলীয়ান কৰে।

তোমাৰেই এন্

শনিবাৰ, ৮ জুলাই, ১৯৪৪ চন

মৰমৰ কিট্টী,

আমাৰ ব্যৱসায়ৰ প্ৰধান প্ৰতিনিধি মিষ্টাৰ বিত্ৰ বিভাৰজিকৰ (Beverwijk) পৰা নিলামত বহুত জামু কিনি লৈ আহিলে। প্ৰায় ২৪ চবিয়ামান জামু অফিচৰ মানুহৰ কাৰণেও দিয়া হ'ল। আমি পাওঁতে জামুখিনি ধূলি-বালিৰে ভৰ্তি আছিল। কিন্তু লগে

লগে আমি যিমান পাৰোঁ চাফা কৰি ৬টা বটলত ভৰালোঁ আৰু ৮টা বটলত জাম কৰি থলোঁ। পাচদিনা মিয়েপে অফিছৰ মানুহৰ কাৰণে জাম কৰিব লাগে বুলি ক'লে।

চাৰে বাৰমান বজাত আমি বেছ হুলস্থুল কৰি জাম তৈয়াৰ কৰিবলৈ ধৰিলোঁ। পিটাৰ, দেউতা আৰু ভান্‌ডানে তলৰপৰা জাম্ লৈ আহিল, মই গৰম পানী আনিলোঁ। মাৰ্গটে চৰিয়া গোটালে। গুপ্তগৃহৰ সকলো, অফিচৰ এলি, মিয়েপ, হেঙ্ক, কোফিয়াচ সকলো মিলি কাম কৰিবলৈ ধৰিলোঁ। মানুহে আমাক বাহিৰৰপৰা দেখা নাপায়। কিন্তু ভিতৰত এই কথা বতৰাবোৰ আৰু নানান ধৰণৰ টুং-টাং শব্দ শুনি মোৰ এনে লাগিল যেন আমি লুকাই থকা নাই। মনলৈ এই ভাবটো অহাৰ লগে লগে বাহিৰলৈ ওলাই যোৱাৰ প্ৰবল ইচ্ছা হ'ল। চৰিয়াটোত জাম্ ভৰ্তি হ'ল। মই থবলৈ ওপৰলৈ গ'লোঁ। মানুহবোৰ টেবুলৰ চাৰিওফালে বহি জামুৰ ঠাৰি গুচাই এটা দুটা চৰিয়াত থৈছে। লগে লগে এটা দুটা মুখতো টপ্-টপ্‌কৈ ভৰাইছে। অন্য এটা চৰিয়াৰ দৰকাৰ হোৱাত পিটাৰ তললৈ গ'ল। ইতিমধ্যে তলৰ ঘণ্টা দুবাৰ বাজি উঠিল। দোৰ মাৰি পিটাৰ ওপৰলৈ গুচি আহিল। আমি সকলো সাৱধান হ'লোঁ, সাৰ-সুৰ নকৰাকৈ বহি থাকিলোঁ। যিবোৰ জাম্ ধুবলৈ বাকী থাকিল সেইবোৰ তেনেদৰেই থৈ দিলোঁ। কাৰণ তলত কোনোবা থাকিলে পানী খোলা, কোনো ধৰণৰ শব্দকৰা একেবাৰে নিষেধ।

এক বজাত হেঙ্ক আহি পিয়নে ঘণ্টা বজোৱা বুলি ক'লে। পিটাৰ আকৌ তললৈ গ'ল। কিন্তু এইবাৰো বেলৰ শব্দ শুনি ওপৰ পালেহি। এইবাৰ মই আঁতৰাৰ পৰা কিতাপৰ আলমাৰীৰ ওচৰলৈ গৈ কোনোবা মানুহ ওপৰলৈ উঠা ভৰিৰ শব্দ শুনো নে কি বুলি কাণ পাতি থাকিলোঁ। অকণমান পাচত পিটাৰো গ'ল আৰু দুয়োজনেই চোৰৰদৰে মনে মনে বাহিৰৰ শব্দ কাণ পাতি

শুনিবলৈ ধৰিলোঁ। কোনো অচিনাকি মানুহৰ মাত শুনা নগ'ল। তেতিয়া পিটাৰে সাহ কৰি "এলি, এলি" বুলি চুৰাবমান মাতিলে। কোনো উত্তৰ পোৱা নগ'ল। সি আকৌ মাতিলে। এইবাৰ কোফিয়াচে বাহিৰৰপৰা লাহেকৈ ধমকি দি ক'লে—"পিটাৰ, এতিয়াই ওপৰলৈ যোৱাঁ। তলত একাউণ্টেণ্ট বহি আছে।" পিটাৰ ওপৰলৈ আহিল। দেৰমান বজাত ক্ৰেলাৰ আহি ভিতৰত সোমাই ক'লে—"কি কথা! কেউফালে দেখোন জামুময়।" সঁচাকৈয়ে ৰাতিপুৱা, দুপৰীয়া, আবেলি জামু খাই ঘৰটো জামুগুঠিৰে ভৰি আছে। পুৰা দুদিন জামুৰেই খালোঁ। তাৰ পাচত বটলত ভৰাই জাম কৰাৰ বাহিৰে জামু শেষ হ'ল।

কিন্তু এইবাৰ আমাৰ ভাগ্য ভাল। জামু শেষ হোৱাৰ লগে লগে মাৰ্গটে ক'লে—"আমাৰ পাচলি দিয়া মানুহে ১৯ পাউণ্ড কেঁচা মটৰমাহ দিছে।" মই স্ফূৰ্তি পাই ক'লোঁ—"বাঃ, বেছ ভাল দিছে।" কিন্তু মায়ে যেতিয়া চাহৰ টেবুলত ক'লে যে শনিবাৰে সকলোৰে মটৰ মাহৰ বাকলি গুচাব লাগিব, তেতিয়া মোৰ স্ফূৰ্তিটো নাইকিয়া হ'ল। ৰাতিপুৱাই ভাওৰ চৰিয়াত এচৰিয়া মটৰ মাহ লৈ বাকলি গুচাবলৈ ধৰিলোঁ; কামটো বৰ আমনি লগা। কেঁচা মটৰ মাহৰ বাকলিৰ ভিতৰ ফালৰ চালখন গুচাই দিলে বাকলিটো খাবলৈ ইমান কোমল আৰু মিঠা হয়, এই কথা কিজানি বহুত মানুহে নাজানে। এনেকৈ বাকলিবোৰ খাব পাৰিলে এটা সুবিধা হয় যে বাকলি খুব কম পেলনি যায়। কিন্তু বাকলি গুচুৱাটো ডাচ্ছেলৰ নিচিনা দাঁতৰ ডাক্তৰ বা অফিচৰ কৰ্মচাৰীৰ কাৰণে আমোদজনক হ'লেও, মোৰ নিচিনা ১৫ বছৰীয়া ছোৱালীৰ কাৰণে কামটো বৰ বিৰক্তিকৰ। আমি ৯ বজাত বাকলি গুচাবলৈ বহিলোঁ, চাৰে দহ বজাত এবাৰ উঠিলোঁ, আকৌ চাৰে এঘাৰ বজাত বহিলোঁ। বাকলি গুচুৱাৰ প্ৰণালীটো অৰ্থাৎ ওপৰত অলপ ফাকি নিবটো গুচাই ভিতৰৰ চালখন গুচুওৱা

ইত্যাদি মোৰ চকুৰ আগত ভাঁহিবলৈ ধৰিলে। চাৰিওফালে মই সেউজীয়া মটৰ মাহুকে দেখা পালোঁ। কাম কৰি আমনি লাগি মই অনবৰত বকৰকাই সবকে হুঁহুৱাইছোঁ। কিন্তু প্ৰত্যেকবাৰ বাকলি গুচাওঁতে মই এইকথা উপলব্ধি কৰিছোঁ যে অকল গৃহিণী হৈ জীৱন কটোৱাটো মোৰ দ্বাৰা নহ'ব।

১২ বজাত আমি পুৱাৰ জলপান খালোঁ। আকৌ চাৰে বাৰ বজাৰপৰা দেড় বজালৈ বাকলি গুচালোঁ। বাকলি গুচোৱাৰ পাচত মোৰ এই মটৰ মাহবোৰ দেখিলেই খং উঠা হ'ল।

তোমাৰেই এন্

শনিবাৰ, ১৫ জুলাই, ১৯৪৪ চন

মৰমৰ কিট্টী,

লাইব্ৰেৰীৰপৰা আমি কিতাপ এখন আনি পঢ়িছোঁ। কিতাপৰ নামটো হ'ল 'আধুনিকা ছোৱালীবোৰৰ বিষয়ে তুমি কি ভাবা?' এই কিতাপৰ বিষয়ে আজি মই অলপ আলোচনা কৰিম।

কিতাপৰ লিখিকাই আধুনিক যুবক-যুৱতীক মূৰৰপৰা ভৰিলৈকে সমালোচনা কৰিছে। কিন্তু সকলো যুৱক-যুৱতী একো কামৰ নহয় বুলি কোৱা নাই; বৰং তেওঁ কৈছে যে যুৱক-যুৱতীয়ে ইচ্ছা কৰিলে এই পৃথিৱীখনক সুন্দৰ আৰু মহৎ কৰি তুলিব পাৰে। কিন্তু ভুলক্ৰমে তেওঁলোকে সৰুসুৰা কথাতে ভোল গৈ থাকে; আচল সৌন্দৰ্য্য ক'ত পোৱা যায় ভাবি নাচায়।

কিতাপখনৰ কিছুমান কথা পঢ়ি মোৰ এনে লাগিল যেন মোকেই উদ্দেশ্য কৰি সমালোচনা কৰা হৈছে। সেই কাৰণে মইয়ো নিজৰ যুক্তি দেখুৱাই এই সমালোচনাৰ প্ৰতিবাদ কৰিম।

মোক বুজি পোৱা মানুহে মোৰ স্বভাৱত এটা বিশেষত্ব দেখিবলৈ পায়—সেইয়া হ'ল মোৰ আত্মজ্ঞান। অন্য মানুহৰ নিচিনাকৈ মই নিজৰ কাম-কাজবোৰ নিৰীক্ষণ কৰিব পাৰোঁ, আৰু

কোনটো ভাল, কোনটো বেয়া ধৰিব পাৰোঁ। মই কিবা এটা ক'বলৈ মুখ মেলাৰ লগে লগে এই আত্মসচেতনতা মো'ৰ মনলৈ আহে আৰু ততালিকে ভাবি পেলাওঁ—মই কোৱা কথাটো ঠিক হৈছেনে নাই। মোৰ মাজত থকা বহুতো কথা মই ঘৃণা কৰোঁ। "প্ৰত্যেক লৰা-ছোৱালীয়ে নিজে নিজক গঢ়ি তুলিব লাগিব।" —দেউতাই কোৱা এই কথাষাৰ মই খুব ভালদৰে উপলব্ধি কৰিছোঁ। মাক-দেউতাকে সৎ-পথত চলাৰ উপদেশ দিব পাৰে; কিন্তু নিজৰ চৰিত্ৰত গঢ় দিয়া ক্ষমতাখিনি লৰা-ছোৱালীৰ নিজৰ হাততে থাকে। এই আত্মসচেতনতাৰ বাহিৰেও মোৰ মনত সাহস আছে। সকলো ধৰণৰ কষ্ট সহ্য কৰিব পাৰোঁ যেন লাগে। যেতিয়া প্ৰথম মই মোৰ মনোবল আৰু সাহস উপলব্ধি কৰিছিলোঁ, তেতিয়া মোৰ এনে লাগিছিল যেন কোনো আঘাতেই মোক নিৰাশ কৰিব নোৱাৰে। এই বিষয়ে আগতে মই বহুত লিখিছোঁ।

এতিয়া মা আৰু দেউত'ই মোক বুজি নাপায়, এই কথাখিনিলৈ আহোঁ। মা-দেউতাই মোক যিমান পাৰে মৰম কৰিছে, সকলো সময়তে সহায় কৰিছে। তথাপিও মই বহুত দিনলৈকে অকলশৰীয়া অনুভৱ কৰিছিলোঁ। মোৰ এনে লাগিছিল যেন সকলোৱে মোক ত্যাগ কৰিলে, অৱহেলা কৰিলে, ভুল বুজিলে। মোৰ মনৰ এই বিদ্ৰোহত বাধা দিবলৈ দেউতাই বহুতো যত্ন কৰিও সফল ন'হল, অৱশেষত মই নিজে নিজৰ ভুলবোৰ ধৰিব পাৰিলোঁ আৰু নিজকে সুস্থ কৰিলোঁ।

দেউতাই কিয় ইমান ইচ্ছা থকা স্বত্বেও মোৰ মানসিক দ্বন্দ্ব উপশম কৰাত একো সহায় কৰিব নোৱাৰিলে তাৰ মুখ্য কাৰণ হ'ল—দেউতাই ভুল পথেৰে আগবাঢ়িলে। দেউতাই মোৰ সমস্যাখিনি সদায় শৈশৱ আৰু যৌৱনৰ সন্ধিক্ষণত উদ্ভৱ হোৱা সমস্যা বুলি ধৰি ললে। অদ্ভুত হ'লেও এইটো ঠিক যে দেউতাই একমাত্ৰ ব্যক্তি যিজনে মোক বিশ্বাস কৰি নিজৰ কথা কৈছিল

আৰু মোৰ মনৰ মাজত লুকাই থকা অনুভূতিখিনি উপলব্ধি কৰাত মোক সহায় কৰিছিল। কিন্তু দেউতাই এটা কথা উপলব্ধি কৰিব নোৱাৰিলে যে মোৰ কাৰণে উচ্চ শিখৰত প্ৰতিষ্ঠিত হোৱাটো আটাইতকৈ বেছি ডাঙৰ কথা। "বয়সৰ বিশেষ লক্ষণ বিশেষ দোষ সময়ত নাইকিয়া হৈ যাব"—এনেকুৱা ধৰণৰ সাৰ্বজনীন কথা দেউতাৰপৰা শুনিব বিচৰা নাছিলোঁ।

মোৰ স্বতন্ত্ৰ ব্যক্তিত্বৰ গুণাৱলীখিনি বিবেচনা কৰাটো বাঞ্ছা কৰিছিলোঁ। কিন্তু দেউতাই সেইয়া বুজি নাপালে। সেইকাৰণে মই কাৰো লগত নিজেও মন খুলি কথা ক'ব নোৱাৰিলোঁ। দেউতাই যদি মোৰ বয়সত হোৱা নিজৰ অসুবিধাবোৰৰ কথা কৈছিল তথাপি তেওঁৰ ব্যৱহাৰ দেউতাৰ নিচিনাই আছিল, বন্ধুৰ নিচিনা নহয়। সেইকাৰণে মোৰ মনৰ ভাববোৰ কেতিয়াবাহে মাৰ্গটক কৈছিলোঁ, নহ'লে কাকো নকৈছিলোঁ আৰু এই ডায়েৰীতে লিপিবদ্ধ কৰি থৈছিলোঁ। মোৰ মনৰ অশান্তিৰ কাৰণবোৰ দেউতাৰপৰা গোপনে ৰাখিছিলোঁ; নিজৰ ভাবধাৰা, আদৰ্শ— কেতিয়াও দেউতাৰ আগত প্ৰকাশ নকৰিছিলোঁ। এনে ব্যৱহাৰ কৰি মই যে দেউতাক মোৰপৰা আঁতৰাইছিলোঁ সেইটো ঠিক। কিন্তু মোৰ অন্য উপায় নাছিল। মই নিজৰ বিবেচনামতে মনৰ শান্তি বজায় ৰাখিবলৈ এনে ব্যৱহাৰ কৰিছিলোঁ; কিয়নো মোৰ ইমান কষ্টেৰে গঢ়ি তোলা আদৰ্শটো যদি দেউতায়ো সমালোচনা কৰে, তেনেহ'লে সেইয়া মোৰ পক্ষে অসহ্য হ'ব; মোৰ আত্ম-বিশ্বাস, দৃঢ়তা, সকলোখিনি আধাতেই মৰহি যাব।

কিন্তু এটা কথা মই বাৰে বাৰে ভাবিছোঁ—কিয় দেউতাক মোৰ বিৰক্তিকৰ লাগে। দেউতাই কিবা এটা কথা বুজালেও অসহ্য লাগে, মৰম কৰিলেও দেখুওৱা যেন লাগে, সেয়েহে দেউতাৰপৰা আঁতৰত শান্তিত থাকিবলৈ ইচ্ছা কৰোঁ। বোধহয় দেউতাৰ প্ৰতি মোৰ ব্যৱহাৰ কেনে হোৱা উচিত সেই ধাৰণাই মোৰ মনত

এতিয়ালৈকে স্পষ্ট ৰূপ লোৱা নাই। আত্ম-বিস্মৃত হৈ দেউতালৈ লিখা নিষ্ঠুৰ চিঠিখনৰ কথা মই এতিয়াও পাহৰিব পৰা নাই। নিজে সাহসী হ'বলৈ যোৱাটো যে কিমান কঠিন কাম এতিয়াহে বুজিব পাৰিছোঁ।

মোৰ নিৰাশাৰ কাৰণ অকল এইটোৱেই নহয়; মই দেউতাতকৈ পিটাৰক লৈ বেছি চিন্তা কৰিছোঁ। পিটাৰে মোক জয় কৰাৰ সলনি মইহে তেওঁক জয় কৰিলোঁ; মই মনতে শান্ত, মৰম লগা পিটাৰৰ ছবি এখন আঁকি ল'লোঁ যি পিটাৰ বৰ মৰম আকলুৱা। মই অন্তৰৰ কথা খুলি ক'বলৈ এজন জীৱন্ত ব্যক্তি বিচাৰি ফুৰিছিলোঁ। মোক সৎপথত পৰিচালিত কৰিবপৰা বন্ধু বিচাৰিছিলোঁ। মই যি বিচাৰিছিলোঁ পালোঁ। লাহে লাহে পিটাৰকো মোৰ পিনে আকৰ্ষণ কৰিলোঁ। যেতিয়া দুয়ো বন্ধু হ'লোঁ স্বাভাৱিকতে এই বন্ধুত্ব নিবিড় হ'ল। হয়তো ইমান নিবিড় সম্পৰ্ক হ'বলৈ দিয়া উচিত নাছিল।

আমি সকলো ধৰণৰ গুপুত কথা পাতিলোঁ। কিন্তু যিবোৰ কথাই মোৰ অন্তৰ-আত্মা ভৰাই তুলিছে, সেই গভীৰ কথাবোৰ আলোচনা কৰা নহ'ল। পিটাৰক কি ক'ম মই নিজেই বুজি নাপাওঁ। তাৰ সকলোখিনি আড়ম্বৰেই যে, নাই সি মোলৈকে লাজ কৰে। মই প্ৰকৃত বন্ধু বিচাৰিবলৈ গৈ এটা ভুল কৰিলোঁ, সেইটো হ'ল—পিটাৰৰ লগত বেছি ঘনিষ্ঠতা কৰিলোঁ। কিন্তু তাৰ পৰিবৰ্তে মই তাৰ চৰিত্ৰৰ গুণাগুণ বিশ্লেষণ কৰিব লাগিছিল। এতিয়া সি মোৰপৰা মৰম বিচাৰে, আৰু দিনে দিনে মোক ভাল পাবলৈ ধৰিছে। মোক লগ পালে সি ভাল পায়। মই কিন্তু তাৰ লগত মনৰ গোপন কথা আলোচনা কৰিব বিচাৰোঁ, কিন্তু বিচৰা কথা উলিয়াব নোৱাৰোঁ, পিটাৰে উপলব্ধি কৰাতকৈ মই বেছি পিটাৰক আকৰ্ষণ কৰিছোঁ। সি এতিয়া মোৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল আৰু মইয়ো বৰ্তমান কেনেকৈ তাক মোৰ পৰা আঁতৰাই নিজৰ ওপৰত নিৰ্ভৰশীল কৰিব পৰা যায়, তাৰ উপায় বিচাৰি পোৱা

নাই। যেতিয়া মই উপলব্ধি কৰিলোঁ যে সি মোৰ মনৰবন্ধু হ'ব নোৱাৰে, তেতিয়াই ঠিক কৰিলোঁ যে মই অন্ততঃ তাৰ মনৰ হীনমন্যতা-খিনি আঁতৰাই জীৱনত কিবা এটা কৰাৰ উপযুক্ত হোৱাৰ সহায় কৰিম।

"অন্তৰৰ গভীৰত যৌৱন বাৰ্ধক্যতকৈ বেছি অকলশৰীয়া"—এই কথাষাৰ মই কোনোবা এখন কিতাপত পঢ়িছিলোঁ। কথাষাৰ এতিয়াও মোৰ কাণত বাজি আছে; একেবাৰে সঁচা কথা। ইয়াত ডাঙৰ মানুহতকৈ মোৰ বেছি অসুবিধা হৈছে। ডাঙৰ মানুহৰ প্ৰত্যেক কথাতে নিজৰ মতামত আছে। গতিকে কোনো কাম কৰোঁতে দ্বিধাবোধ কৰিব নালাগে। কিন্তু এই সময়ত যেতিয়া সকলো আদৰ্শ ভাঙি চুৰমাৰ হৈছে, মানুহবোৰৰ স্বাৰ্থপৰ, নিষ্ঠুৰ ৰূপ প্ৰকাশ পাইছে, সঁচা-মিছা ভেদাভেদ নাইকিয়া হৈছে, তেনে সময়ত নিজৰ মতামত গঢ়ি তোলাটো আমাৰ নিচিনা যুৱক-যুৱতীৰ কাৰণে সমস্যাত পৰিণত হৈছে।

মোৰ আদৰ্শবোৰ বাস্তৱত পৰিণত কৰিবলৈ কঠোৰ বুলি জানিও যে এৰি দিয়া নাই, সেইটো এটা আচৰিত কথা। তাৰ কাৰণ হ'ল মই এতিয়াও মানুহৰ অন্তৰৰ সততাক বিশ্বাস কৰোঁ। দুখ, মৃত্যু বিশৃঙ্খলতাৰ মাজত মই মোৰ জীৱনৰ আশা গঢ়ি তুলিব নোৱাৰোঁ; পৃথিৱীখন লাহে লাহে এখন অৰণ্যত পৰিণত হোৱা দেখা পাইছোঁ। চাৰিওফালৰপৰা বজ্ৰ আঘাত শুনিবলৈ পাইছোঁ। এইবোৰে আমাক চাৰখাৰ কৰিব। হাজাৰ হাজাৰ মানুহৰ দুখ মই এতিয়াই উপলব্ধি কৰিছোঁ। কিন্তু যেতিয়াই আকাশৰ পিনে চাওঁ, মোৰ মনলৈ আশা আহে। তেতিয়া ভাবোঁ এই নিষ্ঠুৰতা, এই বীভৎসতাৰ এদিন অৱসান হ'ব। আকৌ পৃথিৱীলৈ শান্তি আৰু স্থিৰতা ঘূৰি আহিব। কিন্তু সেই সময় নহালৈকে মোৰ নিজৰ আদৰ্শ জীয়াই ৰাখিব লাগিব। এনে এটা দিন আহিব, যিদিনা মোৰ আদৰ্শ বাস্তৱত পৰিণত হ'ব।

তোমাৰেই এন্

শুকুৰবাৰ, ২১ জুলাই, ১৯৪৪ চন

মৰমৰ কিট্টী,

সঁচাকৈ মই এতিয়া আশাবাদী হৈছোঁ, এটাৰ পাচত এটা ভাল খবৰ শুনিবলৈ পাইছোঁ। অলপতে হিট্‌লাৰক হত্যা কৰিবলৈ চেষ্টা কৰা হৈছিল। আচামী কিন্তু ইহুদী কমিউনিষ্ট বা পুঁজিপতি ইংৰাজ নহয়, এজন অভিজাত বংশৰ ডেকা জাৰ্মান সেনাধ্যক্ষ। দৈবক্ৰমে হিট্‌লাৰৰ প্ৰাণ ৰক্ষা পৰিল। কেইটামান আঁচোৰ আৰু পুৰি পেলাই জোলা বস্তাৰ বাহিৰে গুৰুতৰ আঘাত একো নাপালে। তেওঁৰ লগত থকা কেইজনমান অফিচাৰ আৰু সেনানায়কৰ মৃত্যু হ'ল আৰু আঘাত পালে। অপৰাধীক লগে লগে হত্যা কৰা হ'ল। যিয়েই নহওক, এই ঘটনাই টয়াকে স্পষ্ট কৰি তুলিছে যে বহুতো সামৰিক বিষয়াই যুদ্ধ কৰিব নিবিচাৰে আৰু হিট্‌লাৰৰ পতন হোৱাটোৱেই কামনা কৰে। তেওঁলোকৰ উদ্দেশ্য অৱশ্যে বৰ ভাল নহয়। হিট্‌লাৰক আঁতৰাই সামৰিক একনায়কত্ববাদ স্থাপন কৰি আকৌ ২০ বছৰমানৰ পাচত যুদ্ধ কৰিব পৰাকৈ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত কৰাটোৱেই তেওঁলোকৰ উদ্দেশ্য। হয়তো হিট্‌লাৰ এইদৰে বাচি যোৱাটো ভগৱানৰে ইচ্ছা। জাৰ্মানসকল যদি নিজৰ মাজতে মৰামৰি কৰি মৰে, ইংৰাজ আৰু ৰাচিয়ানসকলৰ বহুতখিনি কাম কমিব আৰু সোনকালে তেওঁলোকে নিজৰ চহৰ নগৰবোৰ পুনৰ নিৰ্মাণ কৰা কামত লাগিব পাৰিব।

যদি কোনোবাই দাবী কৰে যে বয়স্ক মানুহবিলাক আমাতকৈ বেছি সমস্যাৰ সন্মুখীন হৈছে, সেইবোৰ মানুহে আমাৰ সমস্যাবোৰ বুজিব পৰা নাই। আমাৰ ওপৰত আহি পৰা সমস্যাবোৰ আমাৰ বয়সৰ তুলনাত বেছি গভীৰ। যেতিয়া আমি বহুতো চিন্তা কৰি দেখোঁ যে আমি আমাৰ সমস্যাৰ সমাধান পাইছোঁ, তেতিয়াই উপলব্ধি কৰোঁ যে আমাৰ সমাধান মূল্যহীন। আমাৰ আটাইতকৈ

তাওঁৰ বিপদ হ'ল—আমাৰ সকলো আশা-আকাঙ্ক্ষা, আদৰ্শ বাস্তৱৰ নিষ্ঠুৰ আঘাতত চূৰ্ণ-বিচূৰ্ণ হৈ গৈছে।

অৱশ্যে এতিয়াও আমাৰ ইমানখিনি আশা কৰিবপৰা সময় হোৱাগৈ নাই। তুমি হয়তো লক্ষ্য কৰিছা মই আজি যথেষ্ট বাস্তৱবাদী হৈছোঁ, আৰু আদৰ্শৰ কথাকে চোৱাই থকা নাই। হিট্লাৰে আৰু ঘোষণা কৰিছে যে এতিয়াৰপৰা সেনাদলত থকা প্ৰত্যেক মানুহে গেস্টাপ'ৰ কথা মানি চলিব লাগে। এজন সাধাৰণ সৈনিকেও যদি জানিব পাৰে যে তেওঁৰ ওপৰৱালা কৰ্মচাৰী হিট্লাৰক হত্যা কৰা ষড়যন্ত্ৰত যোগাযোগ আছে, তেতিয়া হ'লে তেওঁ ওপৰৱালাক গুলিয়াই মাৰিব পাৰে। ইয়াৰ ফল কি হ'ল শুনা। ধৰা, জনী ( Johnnie ) নামৰ সৈনিক এজনৰ খোজ কাঢ়ি কাঢ়ি ভৰিৰ বিষ হ'ল, আৰু খোজ কাঢ়িব নোৱাৰা হ'ল। ওপৰৱালাজনে ধমকি এটা দি জোৰেৰে খোজ কাঢ়িবলৈ দিলে। জনীয়ে নিজৰ ৰাইফলটো দাঙি চিঞৰি ক'লে—"তুমি—তুমি, হিট্লাৰক হত্যা কৰিবলৈ বিচাৰিছিলা। তাৰ পুৰস্কাৰ হাতে হাতে লোৱা।" লগে লগে বন্দুকৰ শব্দ হ'ল। বেচেৰা ওপৰৱালা লুটিখাই পৰিল, আৰু তত্তালিকে মৃত্যু হ'ল। তাৰ পাচৰপৰা যদি কোনোবা কৰ্মচাৰীয়ে সাধাৰণ সৈনিকক কিবা ক'বলগীয়া হয় ভয়ত তেওঁৰ জীৱ উৰি যায়।

মই লিখা কথাবোৰ বুজিব পাৰিছানে ? আজি মই এটা কথাৰপৰা অন্য এটা কথালৈ বৰকৈ জপিয়াইছোঁ। কিন্তু উপায় নাই। অহা অক্টোবৰ মাহত মই আকৌ স্কুললৈ যাব পাৰিম বুলি ইমান স্ফুৰ্তি লাগিছে যে কথাবোৰ সজাই মেলি লিখিবপৰা নাই। মই খুব বেছি আশাবাদী হ'ব নোখোজোঁ বুলি তোমাক আগতে কৈছিলোঁ, নহয় জানো ? মাফ কৰিবা। মোৰ এনে স্বভাৱ নোহোৱা হ'লে, মানুহে মোক 'পৰস্পৰ-বিৰোধী কথাৰ টোপোলা' নাম নিদিলেহেঁতেন।

তোমাৰেই এন্

মঙ্গলবাৰ, ১লা আগষ্ট, ১৯৪৪ চন

মৰমৰ কিট্টী,

ইয়াৰ আগৰ চিঠিখন 'পৰস্পৰ বিৰোধী কথাৰ টোপোলা' এই কথাৰে শেষ কৰিছিলোঁ; আজি আকৌ সেই কথাৰেই আৰম্ভ কৰিছোঁ। এই কথাষাৰৰ সাৰমৰ্মটো কি তুমি জানা? পৰস্পৰ-বিৰোধী কথাষাৰৰ অৰ্থ দুটা হ'ব পাৰে। বাহিৰত দেখাত আৰু ভিতৰত ভবাত—এই দুইভাগে পৰস্পৰ-বিৰোধী হ'ব পাৰে।

মোৰ মন পৰস্পৰ বিৰোধী-চিন্তাধাৰাত ক্ষত-বিক্ষত। মনৰ ভিতৰৰ্ত সদায় ভাল আৰু বেয়াৰ—এই দুটাৰ ভিতৰত টনা-আজোৰা লাগিছে। কিন্তু আটাইতকৈ দুখৰ কথা হ'ল যে মোৰ বেয়া-ফালটোৰেই সকলোৰে চকুত পৰে। ভালটো দেখুৱাবলৈ চেষ্টা কৰিলেও মানুহে ভুল বুজে; ভাবে, ই এটা মোৰ নতুন ধৰণৰ ঠং। গতিকে মোৰ মনৰ ভাল ফালটো সদায় মনৰ গভীৰত লুকাই থাকে, কোনোমতেই বাহিৰলৈ উলিয়াব নোৱাৰোঁ।

এতিয়া মোৰ বাবে এই কথাই মনলৈ আহিছে—যেনে তেনে মোৰ ভাল ফালটো মানুহৰ আগত প্ৰকাশ কৰিবলৈ চেষ্টা কৰিব লাগিব।

---

## শেষকথা

এনব ডায়েৰী ইয়াতেই শেষ হ'ল। ১৯৪৪ চনৰ ৪ আগষ্টৰ দিনা সুসজ্জিত জাৰ্মান পুলিচে প্ৰধান অফিচ ঘৰটোত আক্ৰমণ চলায় আৰু ক্ৰেলাৰক 'গুপ্তগৃহ'ৰ কথা প্ৰকাশ কৰিবলৈ বাধ্য কৰায়। গুপ্তগৃহৰ আটাইকেইজন বাসিন্দা, লগতে ক্ৰেলাৰ আৰু কোফিয়াচকো বন্দী কৰা হয়। চেপ্টেম্বৰ মাহৰ তিনি তাৰিখে ইহুদী বন্দী কেইজনক অলপদিন 'ওৱেস্টাৰবোৰ্ক' বন্দীশিবিৰত (হলেণ্ডৰ প্ৰধান বন্দীশিবিৰ) ৰখাৰ পাছত জাৰ্মানীৰ অধীনস্থ থকা পোলেণ্ডৰ কুখ্যাত 'অউস্‌উইচ' বন্দীশিবিৰলৈ গৰু-গাহৰিৰ নিচিনা ট্ৰাকত বোজা দি লৈ যোৱা হয়। (ক্ৰেলাৰ আৰু কোফিয়াচক স্বাধীনতাৰ আগতে কেইমাহ মানৰ কাৰণে ডাচ্ বন্দীশিবিৰত ৰখা হয়।)

পুলিচৰ আক্ৰমণৰ সময়তেই গুপ্তগৃহত লুটপাট আৰম্ভ হয়। তাৰ কেইদিন মানৰ পাছত ফটাছিটা পুৰণা কাগজৰ দমৰ মাজৰ-পৰা অফিচ চাফা কৰা এজন মানুহে এনৰ ডায়েৰীখন উদ্ধাৰ কৰে। সেইখননো কি সি একো বুজি নাপাই, মিয়েপ আৰু এলিৰ হাতত ডায়েৰীখন চমজাই দিয়ে। এই ছোৱালী দুজনীয়ে, (যাৰ ইহুদী কেইজনৰ প্ৰতি থকা সহায় সহানুভূতিৰ কথা জাৰ্মান আক্ৰমণৰ সময়ত সম্পূৰ্ণভাৱে লুকুৱাই থোৱা হৈছিল) সেই ডায়েৰীখন এনৰ দেউতাক অটো ফ্ৰাঙ্ক যুদ্ধৰ পাছত উলটি নহা পৰ্য্যন্ত ভালদৰে ৰাখিছিল।

ইতিমধ্যে দলটোৰ বয়সীয়াল লোক কেইজন 'অউস্‌উইচ' বন্দীশিবিৰৰ ভয়াবহ অৱস্থাত থাকি বহুত কষ্ট ভোগ কৰে। ভান্‌ডানক গেচ-চেম্বাৰত দি হত্যা কৰা হয়। সৌভাগ্যক্ৰমে অটো

ফ্ৰাংক এই যাতনাৰপৰা হাত সাৰি নভেম্বৰ মাহত কেম্প-হস্পিটালত ভৰ্তি হ'ব লগা হয় আৰু তেওঁ ১৯৪৫ চনৰ ২৭ জানুৱাৰী পৰ্য্যন্ত ছোভিয়েট সৈন্য-বাহিনীয়ে বন্দীশিবিৰবিলাক মুক্ত নকৰালৈকে তাতেই থাকে। কেইজনমান জীৱিত বন্দীৰ লগত তেওঁ গেলিচিয়া পাৰ হৈ অৱশেষত অডেচাৰ ব্লেক-চি পোৰ্ট পায়গৈ আৰু তাৰপৰা এখন নিউজীলাণ্ডৰ জাহাজে তেওঁলোকক পশ্চিম ইউৰোপৰ ফালে লৈ যায়। জাৰ্মানবিলাকে ৰাছিয়ানবিলাক আগবাঢ়ি অহাৰ লগে লগে বন্দীশিবিৰৰ বাকীবিলাক বন্দীক, সংখ্যাত প্ৰায় ১১,০০০ মান হ'ব, তাৰপৰা আঁতৰাই পশ্চিমৰ ফালে লৈ যায়। সেই বন্দীসকলৰ মাজত পিটাৰ ভান্‌ডানো আছিল, যাৰ কথা পাছত আৰু শুনা নগ'ল।

অডেচালৈ অহাৰ পথত অটো ফ্ৰাংকে এজন ডাচ্ বন্ধুৰ মুখৰপৰা গম পাইছিল যে তেওঁৰ পত্নীৰ ৫ জানুৱাৰী তাৰিখে মৃত্যু হয়।

ছোৱালী দুজনীক, মাক মৰাৰ দুমাহৰ আগতে বাৰ্জেন বেলচন শিবিৰলৈ পঠোৱা হয়। এই বন্দীশিবিৰত গৈয়ো এন্ ফ্ৰাংকে 'অউস্‌উইচ্' শিবিৰত থকাৰ দৰে অসীম ধৈৰ্য্য আৰু সাহসৰ পৰিচয় দিছিল। ১৯৪৫ চনৰ ফেব্ৰুৱাৰী মাহত দুইজনী বাই-ভনীয়ে টাইফাচ ৰোগত ভোগে। এদিন মাৰ্গট এনৰ ওপৰৰ বাঙ্কৰপৰা উঠিব খোজোতে মাটিত পৰি যায় আৰু ইয়াৰ ফলত অত্যন্ত দুৰ্বল হৈ থকা মাৰ্গট মৃত্যু-মুখত পৰে। মাৰ্গটৰ মৃত্যুত এন্ বিচলিত হৈ পৰে। যিজনী ছোৱালীক আগতে হাজাৰ দুঃখ-কষ্টয়ো লৰাব নোৱাৰিছিল, সেই ছোৱালীজনীৰ উৎসাহ উদ্যম সকলো হেৰাই যায়। তাৰ কেইদিনমানৰ পাছতেই মাৰ্চ মাহৰ আগভাগত এন্ ফ্ৰাংকৰ মৃত্যু হয়।